# অসমীয়া মধ্যশ্ৰেণী

(ঊনবিংশ শতিকাৰ পৰা বিংশ শতিকাৰ আদিভাগলৈ)

অসমীয়া সমাজ আৰু সংস্কৃতিৰ ইতিহাস

শৈলেন বৰকটকী



নৱজীৱন প্ৰকাশ

গুৱাহাটী-৬

**Asomiya Madhyashreni :** *A critical analysis on Assamese Middle Class written by* **Sailen Borkataki** *and published by* **Navajeevan Prakash,** *Dispur, Guwahati-6.*

**First Publication :** *31st October, 2000* **Price :** *Rupees Seventy only*

---

**প্ৰথম প্ৰকাশ** : ৩১ অক্টোবৰ, ২০০০

**গ্ৰন্থস্বত্ব** লেখক

**প্ৰকাশক** : কুমুদ ৰঞ্জন দাস
পবিত্ৰ কুমাৰ দাস
**নৱজীৱন প্ৰকাশ**
গুৱাহাটী-৬

**মুদ্ৰক** : শিল্পী প্ৰিণ্টাৰ্চ
গুৱাহাটী

**বেটুপাত** : বেণু মিশ্ৰ

**অক্ষৰ-বিন্যাস** : দীপজ্যোতি ভূএগ

**মূল্য** : ৭০.০০ টকা
(শোভন সংস্কৰণ : ৮০.০০ টকা)

# উছৰ্গা

অসমৰ সমাজ
আৰু
সাহিত্য জগতৰ
দিক্ নিৰ্ণয়কাৰী
গৱেষক- পণ্ডিত
তথা সমালোচক
ড° হীৰেন গোহাঁইদেৱৰ
হাতত এই
পুথি
অৰ্পণ কৰিলোঁ

# অভিমত

প্ৰতিখন সমাজৰে মধ্যশ্ৰেণীটো এটা প্ৰতিপত্তিশালী শ্ৰেণী। বিভিন্ন প্ৰকাৰৰ শ্ৰেণীগত দুৰ্বলতা থাকিলেও সমাজ-পৰিৱৰ্তনৰ পৰিপ্ৰেক্ষিতত এই শ্ৰেণীটোৰ গুৰুত্ব প্ৰচুৰ।

অসমৰ মধ্যশ্ৰেণী সম্পৰ্কীয় আলোচনা-বিলোচনা আমাৰ ভাষাত নোহোৱাকৈ থকা নাই। এই দিশৰ অবিসংবাদী বাটকটীয়া হ'ল ড° হীৰেন গোহাঁই। সত্তৰৰ দশকত 'নতুন পৃথিৱী' নামৰ ত্ৰৈমাসিক আলোচনীখনত *অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস* শীৰ্ষক এলানি প্ৰবন্ধেৰে তেখেতে এই দিশটোৰ প্ৰতি আমাৰ বিদ্বৎমণ্ডলীক সচেতন কৰি তোলাৰ পিছত ভালেকেইগৰাকী ব্যক্তিয়ে এই বিষয়ত আত্মনিয়োগ কৰিবলৈ লয়। সেইসকলৰ ভিতৰত ড° প্ৰফুল্ল মহন্ত আৰু শ্ৰী অনিল ৰায়চৌধুৰীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এই দুগৰাকী ব্যক্তিৰ বাহিৰেও ড° অমলেন্দু গুহ, প্ৰসেনজিৎ চৌধুৰী, পৰমানন্দ মজুমদাৰ, যোগেন্দ্ৰ নাৰায়ণ ভূঞা প্ৰমুখ্যে গৱেষকসকলে অসমীয়া মধ্যশ্ৰেণী বিষয়ক নানা কথা পোহৰলৈ আনিছে।

এইসকলৰ লগত এতিয়া যোগ দিব লাগিব শ্ৰীমান শৈলেন বৰকটকীৰ নাম। চাকৰি জীৱনৰ ব্যস্ততাৰ মাজতো সুৰুঙা উলিয়াই তেওঁ অশেষ কষ্ট কৰি অসমীয়া মধ্যশ্ৰেণী শীৰ্ষক কিতাপখন লিখি উলিয়াইছে। সাধাৰণ পঢ়ুৱৈৰ বোধগম্যতালৈ লক্ষ্য ৰাখিয়েই বোধকৰোঁ বিষয়বস্তুৰ মেৰপাকৰ গভীৰলৈ তেওঁ বেছি যোৱা নাই; অসমীয়া মধ্যশ্ৰেণীটোৰ ভূমিকা তেওঁ বৰ্ণনা কৰিছে সহজ-সৰলভাৱে। এই ফালৰ পৰা পুথিখন কলেজীয়া তথা বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ বিশেষ সহায়ক হ'ব বুলি আশা কৰিব পাৰি।

সমাজত শ্ৰেণীসমূহৰ উত্থান, বিকাশ আৰু ভূমিকাৰ জটিলতা সম্পৰ্কে কাৰ্ল মাৰ্ক্স, মেক্স ৱেবাৰ প্ৰমুখ্যে সমাজতত্ত্ববিদসকলে যিবোৰ চিন্তামণি আমাক দি গৈছে,

সেইবোৰ লেখকে পাইছে নে নাই নাজানো; কিন্তু অসমীয়া আৰু বাংলা ভাষাত লিখা এই বিষয়ক পুথি যে তেওঁ প্ৰচুৰ অধ্যয়ন কৰিছে, তাৰ প্ৰমাণ কিতাপখনৰ পাতে পাতে।

এটি পৰিশিষ্টৰ লগতে দহোটা অধ্যায়ত বিভক্ত শ্ৰীবৰকটকীৰ পুথিখনত পঢ়ুৱৈয়ে অসমীয়া মধ্যশ্ৰেণীৰ চৰিত্ৰ সম্পৰ্কে নানা কথা জনাৰ সুযোগ পাব। কিন্তু এনে ধৰণৰ পুথিত অধ্যায়সমূহৰ মাজৰ যোগসূত্ৰ যেনে সবল হোৱা উচিত আছিল, তেনে নোহোৱাত পুথিখনে বহু ক্ষেত্ৰত প্ৰবন্ধসংকলনৰ ৰূপ পাইছে। "প্ৰাক্ স্বাধীনতা কালত ইংৰাজ শাসক শ্ৰেণীৰ লগত অসমৰ সত্ৰানুষ্ঠানৰ সম্পৰ্ক" প্ৰমুখ্যে গোটাদিয়েক অধ্যায়ত লেখকৰ মৌলিক গৱেষণাৰ পৰিচয় আছে। আনহাতে দুটা-এটা অধ্যায়ত পূৰ্বসুৰীসকলে কোৱা কথাৰ অনুৰণনহে মাথোন শুনা যায়। বিশেষকৈ চতুৰ্থ অধ্যায়টো নথকা হ'লেও পুথিখনৰ একো ক্ষতি-খুন নহ'লহেঁতেন।

শ্ৰীমান বৰকটকী বয়সত তৰুণ। মনন-চিন্তনৰ প্ৰতি আকৰ্ষণ আমাৰ তৰুণচামৰ মাজত আজিকালি কমি অহা যেন লাগে। সেইফালৰ পৰা বৰকটকী এক ব্যতিক্ৰম। তেওঁৰ গ্ৰন্থৰ বহুল প্ৰচাৰ হওক, এনেজাতীয় গ্ৰন্থ তেওঁ আগলৈ আমাক আৰু দিয়ক, এই আশাৰে—

ড° শিৱনাথ বৰ্মন

# পাতনি

উচ্চবিত্ত আৰু নিম্নবিত্ত— এই দুই শ্ৰেণীৰ মাজতেই মধ্যবিত্ত বা মধ্যশ্ৰেণীৰ অৱস্থান। কিন্তু দুয়োটা শব্দই দুটা যুগক প্ৰতিনিধিত্ব কৰে। সমাজত মধ্যবিত্ত শ্ৰেণীটো আগৰে পৰাই আছিল। অৰ্থনৈতিক বৈষম্য দেখা দিয়াৰ লগে লগে সমাজত মধ্যবিত্ত শ্ৰেণীৰ উদ্ভৱ আৰু বিকাশ হয়। এই শ্ৰেণীটো সামন্তীয় অৰ্থনীতিৰ ওপৰতে ব্ৰতী আছিল। আনহাতে ওঠৰ শতিকাৰ ইংলণ্ডত উদ্ভৱ হোৱা শিল্প বিপ্লৱে আৰ্থ-সামাজিক তথা ৰাজনৈতিক দিশত সমাজলৈ যি পৰিৱৰ্তন আনিলে সিয়ে সমাজত এক নতুন মধ্যবিত্ত শ্ৰেণীৰ জন্ম দিয়ে যাৰ ৰুচি, মানসিকতা, মূল্যবোধ আৰু দৃষ্টিভংগী আগৰচাম মধ্যবিত্তকৈ বেলেগ। এই নতুন মধ্যবিত্ত শ্ৰেণীটোকেই "মধ্যশ্ৰেণী" বুলি সমাজবিজ্ঞানীসকলে অভিহিত কৰিছে। এই মধ্যশ্ৰেণীৰ মাজত দেখা পোৱা কিছুমান বৈশিষ্ট্য চমুকৈ এনে ধৰণৰ — (ক) পূৰ্বৰ যৌথ চেতনা আৰু যৌথ স্বাৰ্থৰ সলনি ব্যক্তি চেতনা আৰু ব্যক্তি স্বাৰ্থৰ উদ্ভৱ, (খ) সাধনা আৰু অধ্যৱসায়ৰ পৰিৱৰ্তে সুবিধাবাদ, বিলাসিতা আৰু সস্তীয়া জনপ্ৰিয়তাৰ প্ৰতি মোহগ্ৰস্ততা, (গ) ধৰ্মীয় গোড়ামি, অন্ধবিশ্বাস তথা সামন্তযুগীয় ৰীতি-নীতিক নিৰ্বিবাদে মানি লোৱাৰ পৰিৱৰ্তে যুক্তিবাদ আৰু মানৱতাবাদক অগ্ৰাধিকাৰ, (ঘ) শ্ৰেণী স্বাৰ্থৰ খাতিৰতেই শাসন-শোষণৰ প্ৰতি তীব্ৰ লালসা, (ঙ) সামাজিক মান-মৰ্যাদাৰ স্বাৰ্থত মধ্যশ্ৰেণীৰ মাজত বৃদ্ধি পোৱা বিভিন্ন দুৰ্নীতি, জাল-জুৱাচুৰি আদি কু-কাৰ্য, (চ) ধনী আৰু দুখীয়া শ্ৰেণীৰ মাজত ভাৰসাম্যৰক্ষাকাৰী হিচাপে বিভিন্ন প্ৰেচাৰ গ্ৰুপ (Pressure group)ত লোৱা মধ্যশ্ৰেণীৰ ভূমিকা। মধ্যশ্ৰেণীৰ এটি অংশ আকৌ শ্ৰমজীৱী জনতাৰ সংগ্ৰামৰ লগত একাত্মও হৈ পৰে। চীন, ভিয়েটনাম, লেটিন আমেৰিকা আৰু দক্ষিণ আফ্ৰিকাৰ মুক্তি সংগ্ৰামত মধ্যশ্ৰেণীৰ প্ৰগতিশীল ভূমিকা বিশেষ উল্লেখযোগ্য।

অসমীয়া মধ্যশ্ৰেণীৰ উদ্ভৱ আৰু বিকাশ ব্ৰিটিছ শাসন কালতহে হৈছিল। ব্ৰিটিছে কঢ়িয়াই অনা পুঁজিবাদী অৰ্থনীতি, শিক্ষা-সংস্কৃতিয়ে অসমীয়া মধ্যশ্ৰেণীটোক জন্ম দিছিল। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাসৰ সম্পৰ্কে ইতিমধ্যেই অসমীয়া বিদ্বৎ সমাজৰ মাজত বিস্তৰ আলোচনা-বিলোচনা হৈ গৈছে। এই ক্ষেত্ৰত ড° হীৰেন গোহাঁইৰ নাম সৰ্বাগণ্য। ড° গোহাঁইৰ পিছতেই ড° অমলেন্দু গুহ, অধ্যাপক প্ৰসেনজিৎ চৌধুৰী, ড° প্ৰফুল্ল মহন্ত, ড° শিৱনাথ বৰ্মন, শ্ৰীযুত অনিল ৰায়চৌধুৰী, অধ্যাপক বিজনলাল চৌধুৰী, অধ্যাপক পৰমানন্দ মজুমদাৰ, ড° অনিল বড়ো,

শ্ৰীযুত মুকুট ভট্টাচাৰ্য, শ্ৰীযুত যোগেন্দ্ৰ নাৰায়ণ ভূঞা, ড° নগেন শইকীয়া আদিয়ে এই দিশত চিন্তা-চৰ্চা আৰু গৱেষণা কৰিছে। সেয়েহে আমাৰ এই গ্ৰন্থ মৌলিক বুলি কোৱাৰ ধৃষ্টতা আমি প্ৰকাশ নকৰোঁ আৰু ই কোনো গৱেষণাৰ ফচলো নহয়। গৱেষণা কৰাৰ যি অৰ্হতা সেই অৰ্হতাও আমাৰ নাই। ঊনবিংশ শতিকাৰ মধ্যশ্ৰেণীৰ দোষ-দুৰ্বলতা আৰু প্ৰগতিশীল ভূমিকাৰ সম্পৰ্কে পঢ়ি-শুনি আমাৰ যি সামান্য জ্ঞান হৈছিল সেইখিনিকেই সাধাৰণ ভাষাত বিবৃত হৈছে এই গ্ৰন্থত।

গ্ৰন্থখনৰ অধ্যায় সমূহ কিছুসংখ্যক প্ৰবন্ধাকাৰত ইতিমধ্যে বিভিন্ন পত্ৰ-পত্ৰিকাত প্ৰকাশ হৈ গৈছে। সেইবিলাকৰ ভিতৰত শ্ৰদ্ধেয় হেমন্ত কুমাৰ বৰ্মনৰ দ্বাৰা সম্পাদিত শ্ৰীময়ী আলোচনীত "ব্ৰিটিছ সাম্ৰাজ্যবাদৰ প্ৰতি উনৈশ শতিকাৰ অসমীয়া মধ্যশ্ৰেণীৰ মনোভাব", "অসমত বঙলা ভাষা প্ৰচলনত অসমীয়া মধ্যশ্ৰেণীৰ ভূমিকা", "ইংৰাজ শাসক শ্ৰেণীৰ লগত অসমৰ সত্ৰানুষ্ঠানৰ সম্পৰ্ক"; শ্ৰীযুত তিলক হাজৰিকাৰ দ্বাৰা সম্পাদিত সাদিন কাকতত "উনৈশ শতিকাৰ অসমীয়া শিক্ষিত শ্ৰেণীটোৰ দৃষ্টিত ৰঙালী বিহু", সাপ্তাহিক সময় কাকতত "ঊনবিংশ শতিকাৰ অসমীয়া শিক্ষিত শ্ৰেণীটোৰ দৃষ্টিত স্ত্ৰী-শিক্ষা আৰু স্বাধীনতা" শীৰ্ষক প্ৰবন্ধকেইটা প্ৰকাশ হৈছিল। তদুপৰি "ঊনবিংশ শতিকা ঃ সৰ্বভাৰতীয় পটভূমিত অসমীয়া মধ্যশ্ৰেণী", "ঔপনিবেশিক কালৰ অসমৰ অৰ্থনীতি আৰু ব্যৱসায়-বাণিজ্যত অসমীয়া মধ্যশ্ৰেণীৰ ভূমিকা", "অসমীয়া মধ্যশ্ৰেণীৰ ধৰ্মীয় চেতনা" অধ্যায়কেইটাৰ অংশবিশেষ দৈনিক অগ্ৰদূত, সাদিন আৰু অসমবাণীত প্ৰকাশ হৈছিল। প্ৰবন্ধকেইটি প্ৰকাশ কৰি মোক উৎসাহ-উদ্দীপনা যোগোৱা বাবে কেউখন কাকত-আলোচনীৰ সম্পাদকলৈ মোৰ কৃতজ্ঞতা জনালোঁ। প্ৰবন্ধসমূহ অধ্যায়ৰ ৰূপ দিওঁতে কিছু সংশোধন, পৰিমাৰ্জন কৰা হৈছে। "প্ৰাক্-স্বাধীনতা কালত অসমত আধুনিক শিক্ষাৰ প্ৰসাৰত অসমীয়া মধ্যশ্ৰেণীৰ ভূমিকা", "আধুনিক অসমীয়া সাহিত্য আৰু সাহিত্যিকসকল" শীৰ্ষক অধ্যায় দুটা আৰু "অসমীয়া মধ্যশ্ৰেণীৰ উদ্যোগত প্ৰতিষ্ঠিত অনুষ্ঠান" শীৰ্ষক পৰিশিষ্টটো পিছত লিখা।

এইখিনিতে পাঠক সমাজক বিনম্ৰভাৱে জনাওঁ যে অসমীয়া মধ্যশ্ৰেণীৰ ওপৰত এইখন পূৰ্ণাংগ গ্ৰন্থ বুলি ভুল নকৰিব; বহু কথাই ইয়াত বাদ পৰি গৈছে। তদুপৰি অধ্যায়সমূহ বিভিন্ন সময়ত প্ৰবন্ধাকাৰত লিখা বাবে ইয়াৰ অন্তৰ্লীন যোগসূত্ৰৰ অভাৱ পাঠকৰ চকুত ধৰা নপৰাকৈ নাথাকিব। আনহাতে, বিভিন্ন সময়ত লিখা বাবে অধ্যায়সমূহৰ দুই-এঠাইত পুনৰুক্তি ঘটিছে। অধ্যায়সমূহৰ বিষয়বস্তুলৈ লক্ষ্য ৰাখি সেইবোৰ সংশোধন কৰিব পৰা নগ'ল। আহি কাকত নিজে চোৱা সত্ত্বেও দুই-এঠাইত বৰ্ণাশুদ্ধি পঢ়ুৱৈ সমাজে নিশ্চয় দেখিবলৈ পাব। গ্ৰন্থখনৰ মাজে মাজে আমাৰ নমস্য ব্যক্তিসকলৰ কোনো কোনোক চোকা ভাষাৰে সমালোচনা কৰা হৈছে। সেইয়া আমাৰ ব্যক্তিগত আক্ৰমণ বুলি সহৃদয় পাঠকে ভুল নকৰিব। একান্ত শ্ৰেণীগত কাৰণতেই সেই সমালোচনা কৰা হৈছে। এটা শ্ৰেণীক প্ৰতিনিধিত্ব কৰোঁতে তেওঁলোকে লোৱা

প্ৰগতিবিৰোধী ভূমিকাৰ সম্পৰ্কতহে তেনে কঠোৰ সমালোচনা কৰা হৈছে। কিন্তু সেইবুলি তেওঁলোকৰ সমগ্ৰ চিন্তা-ভাবনাক উৰুৱাই দিবলৈ আমি চেষ্টা কৰা নাই। আশাকৰোঁ এই সকলোবোৰ দোষ পাঠক সমাজে মাৰ্জনা কৰিব।

গ্ৰন্থখন প্ৰকাশ হৈ ওলোৱাৰ বাবে প্ৰথমে যাৰ নাম ল'ব লাগিব সেইজনেই হ'ল অসমৰ সমাজবিজ্ঞানী, গহীন লেখক আৰু একালৰ মোৰ শিক্ষাগুৰু শ্ৰীযুত (ড°) শিৱনাথ বৰ্মন। কেঁচাবস্থা অৱস্থাতেই এদিন গ্ৰন্থখনৰ পাণ্ডুলিপিটো ভয়ে ভয়ে নি ছাৰক দেখুৱাইছিলোঁগৈ। ছাৰে পাণ্ডুলিপিটো চাই গ্ৰন্থাকাৰে প্ৰকাশ কৰিব পৰা যাব বুলি ৰায় দিয়াত মই মনত সাহস পালোঁ। আনকি গ্ৰন্থখনৰ নামটোও তেখেতেই দিয়া। তদুপৰি ছাৰে তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি গ্ৰন্থখনিৰ বাবে এটি অভিমত লিখি দিয়াত মই তেখেতৰ ওচৰত চিৰঋণী হৈ থাকিলোঁ। প্ৰকৃতপক্ষে ক'বলৈ গ'লে ছাৰৰ উৎসাহ-উদ্দীপনা আৰু সহায়-সহযোগ নোপোৱা হ'লে গ্ৰন্থখনে পোহৰৰ মুখ নেদেখিলেহেঁতেন।

অসমৰ প্ৰখ্যাত চিত্ৰশিল্পী শ্ৰীযুত বেণু মিশ্ৰদেৱে গ্ৰন্থখনৰ বাবে এটি অৰ্থবহ বেটুপাত অংকন কৰি দিয়াত তেখেতলৈ কৃতজ্ঞতা জনালোঁ।

গ্ৰন্থ লেখাৰ প্ৰচেষ্টা মোৰ এয়ে প্ৰথম। তাতে আকৌ কিতাপখন গধুৰ ধৰণৰ। সেয়েহে কিতাপখনৰ দোষ-ত্ৰুটিসমূহ পাঠক সমাজে আঙুলিয়াই দিলে পিছৰ সংস্কৰণত সেইবোৰ শুধৰাবলৈ যত্ন কৰা হ'ব। এনে এখন গ্ৰন্থকেই সাহস কৰি প্ৰকাশ কৰিবলৈ ওলোৱা বাবে "নৱজীৱন প্ৰকাশ"ৰ প্ৰকাশকদ্বয় শ্ৰীযুত কুমুদ ৰঞ্জন দাস আৰু শ্ৰীযুত পবিত্ৰ কুমাৰ দাসে আমাক কৃতজ্ঞতাৰ পাশত আবদ্ধ কৰিলে। কুমুদদাই প্ৰথমৰে পৰাই গ্ৰন্থখন চাই-চিটি দিহা-পৰামৰ্শ দি আমাক সকলো প্ৰকাৰে উৎসাহ দি আহিছে। পবিত্ৰদাই আমাক কিতাপ-পত্ৰ দি সহায় কৰাৰ উপৰিও প্ৰেছৰ প্ৰায় সকলো কামেই কৰি দিছে। এই দুজন বিদ্যোৎসাহী প্ৰকাশকলৈ মোৰ আন্তৰিক ধন্যবাদ জনালোঁ।

পৰিশেষত গ্ৰন্থখন সজাই-পৰাই উলিওৱাৰ বাবে প্ৰেছৰ কৰ্মকৰ্তাসকললৈ মোৰ কৃতজ্ঞতা জনালোঁ। কিতাপখনত থকা মোৰ সামান্যতম শ্ৰমক পঢুৱৈ সমাজে স্বীকৃতি দিলে মোৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

**শৈলেন বৰকটকী**
গুৱাহাটী
৯.১০.২০০০

# সূচীপত্ৰ

## প্ৰথম অধ্যায়

# ঊনবিংশ শতিকা ঃ সৰ্বভাৰতীয় পটভূমিত অসমীয়া মধ্যশ্ৰেণী

### ১.১ পটভূমি

ঊনবিংশ শতিকা অকল অসমৰ বাবেই নহয় আনকি সমগ্ৰ ভাৰতৰ বাবেই এক বিস্ময়। যিহেতু এই শতিকাতেই (যদিও ওঠৰ শতিকাৰ শেষ দশকতেই ভাৰতৰ শাসনৰ বাঘজৰীডাল ব্ৰিটিছ্ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে নিজৰ হাতৰ মুঠিলৈ আনিছিল) ভাৰতৰ আৰ্থ-ৰাজনৈতিক তথা সামাজিক-সাংস্কৃতিক জগতখনলৈ এক বিৰাট পৰিৱৰ্তনৰ ঢৌ আহিছিল। পশ্চিমীয়া পুঁজিবাদী অৰ্থনীতি, শিক্ষা-সংস্কৃতি আৰু যুক্তিবাদে ভাৰতৰ সামন্তবাদী সমাজখনক তীব্ৰ জোকাৰণিৰ সৃষ্টি কৰিছিল। ব্ৰিটিছ্ সাম্ৰাজ্যবাদী শ্ৰেণীৰ প্ৰত্যক্ষ শাসনে ভাৰতত যি এটি মধ্যশ্ৰেণীৰ জন্ম দিছিল সেই শ্ৰেণীয়ে পাশ্চাত্য শিক্ষাৰে শিক্ষিত হৈ দেশৰ সামন্ততান্ত্ৰিক ৰীতি-নীতিসমূহক যুক্তিবাদী মানৱিক দৃষ্টিভংগীৰে সমালোচনা কৰিবলৈ লৈছিল আৰু সেইবোৰক সংস্কাৰৰ বাবে শাসকশ্ৰেণীৰ সহযোগত সমগ্ৰ ভাৰততেই এটি সংস্কাৰবাদী আন্দোলনৰ জন্ম দিছিল। এই আন্দোলনৰ নেতৃত্ব লৈছিল বংগদেশত জমিদাৰ আৰু কোম্পানীৰ কৰ্মচাৰী, বোম্বাইত (মুম্বাই) ধনী পাৰ্চী আৰু মাদ্ৰাজত ব্যৱসায়ী শ্ৰেণীয়ে। এই আন্দোলনৰ প্ৰথম প্ৰতিনিধি আছিল বংগদেশৰ বিখ্যাত জমিদাৰ ৰাজা ৰামমোহন ৰায়। তেওঁৰ পিছত মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ, দ্বাৰকানাথ ঠাকুৰ, কেশৱ চন্দ্ৰ সেন, স্বামী বিবেকানন্দ আদিকে ধৰি তৎকালীন হেন্‌ৰি ডিৰোজিও নেতৃত্বত গঢ় লৈ উঠা 'ইয়ং বেংগল' প্ৰতিষ্ঠানে এই সংস্কাৰবাদী আন্দোলনক বহুদূৰ আগুৱাই লৈ যায়। লাহে লাহে ভাৰতত ইংৰাজী শিক্ষাৰ প্ৰসাৰ ঘটাত আৰু তাৰ লগে লগে ডাক্তৰ, উকিল, ইঞ্জিনীয়াৰ, বণিক, ব্যৱসায়ী শ্ৰেণীৰে গঠিত ভাৰতৰ বুৰ্জোৱা অৰ্থাৎ নতুন মধ্যবিত্ত শ্ৰেণীটোও ঠন ধৰি উঠে আৰু তেওঁলোকে ভাৰতীয় সমাজখনলৈ নতুন যুগৰ বাৰ্তা কঢ়িয়াই আনে। মন কৰিবলগীয়া কথাটো এই যে এই নবোত্থিত মধ্যশ্ৰেণীটোৱে ব্ৰিটিছ্ শাসনৰ ছত্ৰছায়াত থাকিহে ভাৰতৰ প্ৰগতিৰ কামনা কৰিছিল। তেওঁলোক একান্তই ব্ৰিটিছ্ নিৰ্ভৰ আছিল। প্ৰকৃততে

১৯১৯ চনৰ আগলৈকে ভাৰতীয় মধ্যশ্ৰেণীটোৱে সাম্ৰাজ্যবাদী শাসক শ্ৰেণীটোৰ প্ৰতি প্ৰকাশ কৰিছিল গভীৰ আনুগত্য। তেওঁলোকৰ এই আনুগত্যৰ অন্তৰালত কাৰণো নথকা নহয়। তেওঁলোকৰ আৰ্থিক জীৱন স্ব-নিৰ্ভৰ নাছিল। ৰাজহ সংক্ৰান্তত ঔপনিবেশিক চৰকাৰে প্ৰয়োগ কৰা চিৰস্থায়ী বন্দবস্ত নীতিৰ খুঁটিতেই বন্ধা আছিল তেওঁলোকৰ এই আৰ্থিক জীৱন। এই বন্দবস্তিৰ মূল কথাটো আছিল এই যে জমিদাৰসকলে ৰায়তৰ পৰা সংগ্ৰহ কৰা ৰাজহৰ ন-দশমাংশই চৰকাৰক পৰিশোধ কৰিব লাগিছিল। এই বন্দোবস্তি আছিল চিৰস্থায়ী আৰু জমিদাৰীও আছিল বংশানুক্ৰমিক। কিন্তু নিৰ্দিষ্ট সময়ত চৰকাৰৰ ৰাজহ পৰিশোধ কৰিব নোৱাৰিলে জমিদাৰী চৰকাৰে কাঢ়ি লৈ নিলামত বিক্ৰী কৰি দিছিল বা জমিদাৰসকলে নিজেও বিক্ৰী কৰি দিবলৈ বাধ্য হৈছিল। এই চিৰস্থায়ী বন্দবস্তই দেশত তিনিটা শ্ৰেণীৰ জন্ম দিছিল। প্ৰথম, বন্দবস্তিৰ দ্বাৰা উপকৃত জমিদাৰ শ্ৰেণী; দ্বিতীয়, উৎপীড়িত আৰু শোষিত কৃষক শ্ৰেণী আৰু তৃতীয়তে, মাটি আৰু ৰায়তৰ লগত সম্পৰ্ক নথকা এক নতুন জমিদাৰ শ্ৰেণী। এই তৃতীয় শ্ৰেণীটো আছিল অৱস্থাপন্ন নগৰীয়া শিক্ষিত সম্প্ৰদায়। এওঁলোকে নিলামত যোৱা মাটিবোৰ কিনি লৈ জমিদাৰ হৈ পৰিছিল আৰু পুৰণি সামন্ততান্ত্ৰিক পদ্ধতিৰেই ৰায়তৰ পৰা ৰাজহ সংগ্ৰহ কৰিছিল। সি যি নহওক, চিৰস্থায়ী বন্দবস্তিৰ দ্বাৰা সৃষ্ট এই জমিদাৰ শ্ৰেণীটো ব্ৰিটিছৰ অনুগ্ৰহৰ ওপৰতেই বৰ্তী আছিল। এই জমিদাৰ শ্ৰেণীটো এফালে, সুপ্ৰসিদ্ধ সমাজতত্ত্ববিদ বদৰুদ্দিন উমৰে ক'বৰ দৰে, যেনেকৈ নবোত্থিত বাঙালী মধ্যশ্ৰেণীটোৰ মেৰুদণ্ড আছিল ঠিক আনফালে জমিদাৰ শ্ৰেণীটোৰ লগত মধ্যশ্ৰেণীটোৰ অবিচ্ছিন্ন সম্পৰ্কই আছিল মধ্যশ্ৰেণীটোৰ মেৰুদণ্ডহীনতাৰ কাৰণ। সেয়েহে শ্ৰদ্ধেয় উমৰে পুনৰ কৈছে ঃ

> "স্বাধীন ব্যবসা, বাণিজ্য, শিল্পের ওপর নির্ভরশীল হতে না পেরে ইংরেজ -সৃষ্ট জমিদারীর ওপর মূলত নির্ভরশীল থাকার ফলে মধ্যশ্রেণীর আর্থিক জীবনের এই দুর্বলতাই তার মধ্যে সৃষ্টি করেছিলো ইংরেজ রাজত্বের প্রতি আনুগত্য। ইংরেজ রাজত্ব তাই তাদের কাছে আশীর্বাদ স্বরূপ।"[১]

## ১.২ ভাৰতীয় মধ্যশ্ৰেণীৰ ৰাজভক্তি

এই নতুন মধ্যবিত্তই বুজিছিল পৰাধীনতাৰ শিকলিডাল ছিঙাৰ ক্ষমতা তেওঁলোকৰ নাই আৰু সেয়েহে বিদেশী শাসনৰ তলত থাকিয়েই তেওঁলোকে নিজৰ বৈষয়িক সা-সুবিধা বিচৰাৰ লগতে সমাজ-সংস্কাৰমূলক কাম-কাজৰ প্ৰতিও মনোনিবেশ কৰিবলৈ বাধ্য হৈছিল। মধ্যশ্ৰেণীৰ নেতৃত্বতেই গঢ় লৈ উঠা ১৮৩৭ চনৰ 'জমিদাৰী সভা',১৮৪৩ চনৰ 'বেঙ্গল ব্ৰিটিছ চ'ছাইটি', ১৮৫১ চনৰ 'ব্ৰিটিছ ইণ্ডিয়ান এছ'চিয়েশ্যন', ১৮৭৫ চনৰ 'ইণ্ডিয়ান এছ'চিয়েশ্যন' আৰু আনকি ১৮৮৫ চনত প্ৰতিষ্ঠা হোৱা 'ভাৰতীয় জাতীয় কংগ্ৰেছ'ৰো

লক্ষ্য আছিল ব্ৰিটিছ চৰকাৰৰ ওচৰত আবেদন-নিবেদনৰ যোগেদি এই মধ্যশ্ৰেণীটোৰ শ্ৰেণীস্বাৰ্থ সুৰক্ষিত কৰা। ব্ৰিটিছ -সৃষ্ট এই বুৰ্জোৱা শ্ৰেণীটোৰ শ্ৰেণী চৰিত্ৰৰ সম্বন্ধে পণ্ডিত জৱাহৰলাল নেহৰুৱে সঠিকভাৱেই উন্মোচন কৰি দেখুৱাইছে ঃ

> "এই নতুন বুৰ্জোৱা বা মধ্যবিত্ত শ্ৰেণীটো আছিল ব্ৰিটিছ শাসনৰ প্ৰত্যক্ষ ফল। এটা অৰ্থত তেওঁলোক আছিল এই শাসনৰ পৰোপজীৱী লোক। তেওঁলোকে জনতাক শোষণ কৰাত কিছু পৰিমাণে ভাগ পাইছিল। ব্ৰিটিছ শাসক শ্ৰেণীৰ খাদ্য সম্ভাৰে পৰিপূৰ্ণ মেজৰ পৰা সৰি পৰা ৰুটিৰ টুকুৰা তেওঁলোকে বুটলি খাইছিল।"[২]

ভাৰতৰ নৱজাগৰণৰ পিতৃ পুৰুষ ৰামমোহন ৰায় আছিল এই সাম্ৰজ্যবাদী শাসক শ্ৰেণীটোৰেই একান্ত ভক্ত। অকল সেযে নহয় তেওঁ আনকি সাম্ৰাজ্যবাদীৰ শাসনক স্বাগতম জনোৱাৰ উপৰিও ভাৰতত থকা ইংৰাজসকলক নিগাজীকৈ বসবাস কৰিবলৈও আহ্বান জনাইছিল। এই সন্দৰ্ভত ৰামমোহনকে আৰম্ভ কৰি দ্বাৰকানাথ, প্ৰসন্নাথ ঠাকুৰ আদি তৎকালীন সম্ভ্ৰান্ত ব্যক্তিসকলে ১৮২৯ চনত কলিকতাৰ টাউন হলত সমবেত হৈ ইংৰাজসকলক এই দেশত বসবাস আৰু উপনিবেশ স্থাপনত আইনগত অনুমতি দিব লাগে বুলি ব্ৰিটিছ কৰ্তৃপক্ষৰ ওচৰত আবেদন জনাইছিল। ৰামমোহনে নিজেও ১৮৩২ চনত ব্যক্তিগতভাৱে 'হাউচ অব্ কমনচ্'ৰ ওচৰত এই মৰ্মে আবেদন কৰিছিল।[৩]

ৰামমোহনৰ দৰে তৎকালীন বাঙালী বুদ্ধিজীৱী আৰু প্ৰখ্যাত ঔপন্যাসিক বংকিমচন্দ্ৰ চট্টোপাধ্যায়েও ইংৰাজসকলক গদ্ গদ্ভাৱে প্ৰশংসা কৰি এঠাইত কৈছে ঃ

> "ইংৰেজ ভাৰতবৰ্ষেৰ পৰমোপকাৰী। ইংৰেজ আমাদিগকে নূতন কথা শিখাইতেছে। যাহা আমৰা কখন জানিতাম না, তাহা জানাইতেছে, যাহা কখন দেখি নাই, শুনি নাই, বুঝি নাই, তাহা দেখাইতেছে, শুনাইতেছে, বুঝাইতেছে, যে পথে কখন চলি নাই, সে পথে কেমন কৰিয়া চলিতে হয়, তাহা দেখাইয়া দিতেছে। সে সকল শিক্ষাৰ মধ্যে অনেক শিক্ষা অমূল্য।"[৪]

বংকিমচন্দ্ৰৰ দ্বাৰা ৰচিত আনন্দমঠ এখন বহুপঠিত জনপ্ৰিয় উপন্যাস। ইংৰাজৰ বিৰুদ্ধে যি সন্ন্যাস বিদ্ৰোহ ঘটিছিল তাৰ ওপৰত ভিত্তি কৰিয়েই এই উপন্যাস ৰচিত হৈছিল। কিন্তু বংকিমচন্দ্ৰই সেই উপন্যাসখনত শেষ পৰিণতি হিচাপে বিদ্ৰোহীসকলক ইংৰাজৰ ওচৰত আত্মসমৰ্পণৰ ৰূপতহে অংকন কৰি দেখুৱাইছিল। উপন্যাসখনৰ শেষত নায়কে গভীৰ আত্মপ্ৰত্যয়েৰে কৈছে ঃ "মহাপুৰুষ। শত্ৰু কে? শত্ৰু আৰ নাই। ইংৰেজ মিত্ৰৰাজা। আৰ ইংৰেজের সঙ্গে যুদ্ধে শেষ জয়ী হয়, এমন শক্তিও কাহাৰও নাই।"[৫]

ঊনবিংশ শতিকাৰ প্ৰখ্যাত সমাজ সংস্কাৰক ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰেও ইংৰাজ শাসনক নিঃচৰ্তভাৱে সমৰ্থন জনাইছিল। হেজাৰ দোষ কৰিলেও দেশৰ শাসনকৰ্তা আছিল তেওঁৰ মানত বিশেষ সম্মান আৰু ভক্তিৰ পাত্ৰ। সেয়েহে বোধোদয় পুথিখনৰ এঠাইত

তেওঁ লিখিছে ঃ

"যিনি সকলের উপর কর্তা হইয়া দেশে শান্তিরক্ষা করেন, তাঁহার নাম রাজা। রাজা, রাজপুরুষগণের সাহায্যে, দুষ্টের দমন ও শিষ্টের পালন করিয়া থাকেন; এবং পিতার ন্যায় সর্বদাই আমাদের দুঃখমোচন করিবার চেষ্টা করেন। অতএব সকলেরই রাজাকে ভক্তি ও পূজা করা কর্তব্য।"[৬]

বিধৱা বিবাহ, বাল্য বিবাহ বিৰোধী বতাহত বিদ্যাসাগৰ এনেদৰে পাকঘূৰণি খাই আছিল যে সেই সময়ত সাম্ৰাজ্যবাদী শাসক শ্ৰেণীয়ে ভাৰতীয় প্ৰজাৰ ওপৰত চলোৱা অবাধ শোষণ-নিপীড়ন তেওঁৰ দৃষ্টিত ধৰা পৰাগৈ নাছিল। তেওঁ আন্তৰিকতাৰে বিশ্বাস কৰিছিল যে ব্ৰিটিছ শাসনে দেশলৈ শান্তি কঢ়িয়াই আনিব আৰু সেই শান্তিৰ শীতল ছায়াতহে সমাজ সংস্কাৰ কৰাটো সম্ভৱ হ'ব। ব্ৰিটিছ প্ৰশাসনে আইনৰ যোগেদি ভাৰতীয় সামন্তবাদী কিছু কু-প্ৰথাক বিলোপ কৰিবলৈ সমৰ্থ হ'লেও সেই প্ৰশাসনে নিজেই যে দিনৌ ভাৰতীয় সমাজখনত নতুন নতুন সমস্যা সৃষ্টি কৰাৰ লগতে শোষণ-দমন নীতিৰে ভাৰতীয় জনতাক পৰাধীনতাৰ শিকলিৰে কট্‌কটীয়াকৈ বান্ধি পেলাইছিল সেই কথা লক্ষ্য নকৰাটো তৎকালীন সমাজ সচেতন বুদ্ধিজীৱী হিচাপে বিদ্যাসাগৰে প্ৰকৃত বৌদ্ধিক দায়িত্ব পালন কৰিব পৰা নাছিল বুলিয়েই আমি ক'ব খোজোঁ। দেশৰ পৰাধীনতাতকৈ সমাজ সংস্কাৰহে বেছি গুৰুত্বপূৰ্ণ বুলি তেওঁৰ দৃষ্টিত ধৰা দিছিল।

## ১.৩ সমাজ-সংস্কাৰবাদী আন্দোলন

সি যি নহওক, ৰামমোহন ৰায়কে আদি কৰি প্ৰথম বিশ্বযুদ্ধৰ সময়লৈকে পৰৱৰ্তী কালৰ ভাৰতীয় সমাজৰ নেতৃত্বকাৰী মধ্যশ্ৰেণীটোৱে ইংৰাজ শাসনক আন্তৰিকতাৰে আৰু নিঃচৰ্তভাবে সমৰ্থন জনাই গৈছিল। ব্ৰিটিছ শাসনৰ শীতল ছায়াত থাকিয়েই এওঁলোকে সমাজ সংস্কাৰৰ হকে উঠিপৰি লাগিছিল। বংগদেশত এই সমাজ সংস্কাৰ আন্দোলন দুটি স্বতন্ত্ৰ ধাৰাত গতি কৰিছিল। তাৰে এটি আছিল ধৰ্ম সংস্কাৰৰ যোগেদি সমাজ সংস্কাৰ আৰু ইয়াৰ প্ৰৱৰ্তক আছিল ৰামমোহন ৰায়। আনটো আছিল ধৰ্মৰ গণ্ডীৰ বাহিৰ হৈ চলোৱা সমাজ সংস্কাৰ। এই ধাৰাৰ প্ৰৱৰ্তক আছিল ইয়ং বেঙ্গল গোষ্ঠী। পিছলৈ বিদ্যাসাগৰ এই ধাৰাৰ শ্ৰেষ্ঠ মুখপাত্ৰ হৈ পৰিছিল।[৭] ৰামমোহনে সনাতন হিন্দু ধৰ্ম ত্যাগ কৰি একেশ্বৰবাদৰ ভিত্তিত 'ব্ৰাহ্ম সভা' (পিছলৈ ব্ৰাহ্ম ধৰ্ম)ৰ প্ৰতিষ্ঠাৰ যোগেদি সমাজ সংস্কাৰত হাত দিছিল। কিন্তু তেওঁ হিন্দু ধৰ্ম ত্যাগ কৰিলেও হিন্দু ধৰ্মৰ বহু সংস্কাৰ তেওঁৰ মজ্জাত সোমাই আছিল। এই সন্দৰ্ভত বদৰুদ্দিন উমৰে কৈছে ঃ

"একদিকে তিনি যেমন বেদান্তের প্রচলিত পণ্ডিতি ব্যাখ্যা স্বীকার না করে নিজেই তার একেশ্বরবাদী ব্যাখ্যা দিয়ে ব্রাহ্ম ধর্মের প্রবর্তন করেন, অন্যদিকে তেমনি জাতিভেদ

ইত্যাদির বিরুদ্ধে তত্ত্বগতভাবে জোরালো যুক্তি উপস্থিত করলেও নিজের ব্যক্তিগত জীবনে তিনি জাতিভেদ প্রথার সংস্কারসমূহ মেনে চলতেন। তাই জাতিভেদ প্রথার বিরোধী হওয়া সত্ত্বেও তিনি ব্রাহ্মণের পক্ষে নিষিদ্ধ কোনো খাদ্য গ্রহণ করতেন না, অন্য ধর্মাবলম্বী অথবা অন্য জাতিভূক্ত লোকদের সঙ্গে একত্রে আহার পর্যন্ত করতেন না। ব্রাহ্মণের পবিত্র সূত্র উপবীতও তিনি নিজ দেহে ধারণ করতেন।"[৮]

মাৰ্টিন লুথাৰে প্ৰটেষ্টান আন্দোলনৰ যোগেদি ধৰ্মযাজকক সাধাৰণ বাটৰুৱালৈ আৰু সাধাৰণ বাটৰুৱাক ধৰ্ম যাজকৰ শাৰীলৈ পৰিণত কৰি যি এক বন্ধ্যা পথ গ্ৰহণ কৰিছিল সেই বন্ধ্যা পথকেই আঁকোৱালি লৈছিল ৰামমোহন ৰায়েও। সমাজ সংস্কাৰৰ বাবে তেওঁ ধৰ্মৰ বন্ধ্যা পথ ত্যাগ কৰি নতুন পথৰ সন্ধান দিবলৈ সমৰ্থ হোৱা নাছিল। সেয়েহে বদৰুদ্দিন উমৰে যুক্তিসংগতভাবে মন্তব্য কৰিছে ঃ

"রামমোহন সতীদাহ নিবারণের আন্দোলন করেছিলেন এবং বিদ্যাসাগর বিধবা বিবাহের প্রচলনের আন্দোলন করেছিলেন। কিন্তু তা সত্ত্বেও রামমোহন মূলত ধর্ম-সংস্কারক এবং বিদ্যাসাগব মূলত সমাজ-সংস্কাবক।"[৯]

আনহাতে, তথাকথিত 'ৰেডিকেলপন্থী' ইয়ং বেঙ্গল গোষ্ঠী আছিল পাশ্চাত্য শিক্ষাৰে শিক্ষিত এটি 'সমাজচ্যুত' গোষ্ঠী। ইংৰাজৰ আদব-কায়দা, পিন্ধন-উৰণ, কথা-বতৰা আদি সকলোতে এই চাহাবানি তেওঁলোকৰ জীৱনত পৰিদৃষ্ট হৈছিল। স্বাভাৱিকতেই এই গোষ্ঠীত অন্তৰ্ভুক্ত মধ্যবিত্তই এফালে যেনেকৈ তৎকালীন হিন্দু সমাজৰ লগত নিজকে খাপ খুৱাব পৰা নাছিল ঠিক আনফালে দেশৰ শাসকশ্ৰেণীৰ লগতো তেওঁলোকে সমানে একেলগে শাৰী পূৰণ কৰাৰ ক্ষমতা আৰু সাহসো নাছিল। ফলত তেওঁলোক সমাজচ্যুত হৈ পৰিছিল। তেওঁলোকে তদানীন্তন ভাৰতৰ আৰ্থ-সামাজিক তথা ৰাজনৈতিক পৰিস্থিতিৰ কথা গভীৰভাৱে বিবেচনা নকৰাকৈ পাশ্চাত্যৰ অনুকৰণত বংগদেশত এটি 'সুসভ্য' সমাজ গঢ়াৰ সপোন দেখিছিল আৰু বিদেশী শাসকৰ তলতেই তেওঁলোকে তেনে এখন 'সুসভ্য' সমাজ কামনা কৰিছিল! এলিট শ্ৰেণীৰ দ্বাৰা পৰিচালিত এই ইয়ং বেঙ্গল আন্দোলনটোৱে সেয়েহে শেষ পৰিণতিত লাভ কৰে প্ৰতিক্ৰিয়াশীল আৰু ৰক্ষণশীল চৰিত্ৰ!

ধৰ্মৰ প্ৰশ্নক বাদ দি সমাজ সংস্কাৰ কৰিবলৈ আগবাঢ়ি অহা বিদ্যাসাগৰ আছিল ৰামমোহনতকৈ অধিক প্ৰগতিশীল। বিদ্যাসাগৰে ধৰ্ম শাস্ত্ৰৰ দোহাই দি যদিও যুক্তি-তৰ্কত প্ৰবৃত্ত হৈ সমাজ-সংস্কাৰ কৰিবলৈ গৈছিল তথাপি সমাজ সংস্কাৰক তেওঁ ৰামমোহনৰ দৰে ধৰ্ম সংস্কাৰ আন্দোলনলৈ পৰ্যবসিত কৰা নাছিল। তেওঁ আছিল বেদান্ত বিৰোধী। এই ভ্ৰান্ত দৰ্শনৰ পৰা দেশ আৰু সমাজক মুক্ত হ'বলৈ তেওঁ আহ্বান জনাইছিল। বিধবা বিবাহ প্ৰচলন আৰু বাল্য বিবাহৰ বিপক্ষে আন্দোলন কৰিবলৈ গৈ তেওঁ জীৱনত যথেষ্ট কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। সি যি নহওক, এই কথা সত্য যে ৰামমোহন, বিদ্যাসাগৰ আৰু ইয়ং

বেঙ্গল গোষ্ঠীৰ চিন্তা-ভাবনা আৰু কৰ্মত নানান সীমাবদ্ধতা আৰু স্ববিৰোধ থাকিলেও তেওঁলোকৰ সেই চিন্তা-ভাবনা আৰু কৰ্মই অকল বংগদেশতেই নহয় আনকি সমগ্ৰ ভাৰতীয় সমাজখনকেই তীব্ৰ আলোড়নৰ সৃষ্টি কৰিছিল। ধৰ্মৰ কটকটীয়া বান্ধোন বহু শিথিল হৈ পৰিছিল।

## ১.৪ নাৰীমুক্তি আন্দোলন

পাশ্চাত্য শিক্ষা-সংস্কৃতি আৰু যুক্তিবাদে বংগীয় তথা ভাৰতীয় মধ্যশ্ৰেণীটোৰ মানসিক জগতত এক দ্বন্দ্বৰ সৃষ্টি কৰিছিল। এচামে ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ লগত সম্পৰ্ক ছেদ কৰি সম্পূৰ্ণ পাশ্চাত্য আৰ্হিৰ জীৱন-যাত্ৰা পছন্দ কৰিছিল, আন এচামে প্ৰাচ্য-পাশ্চাত্যৰ সভ্যতা-সংস্কৃতিৰ আদান-প্ৰদানেৰে ভাৰতীয় সমাজখনক পুনৰ গঠন কৰাৰ সপোন দেখিছিল, আন এক সৰু অংশই আকৌ প্ৰাচীন সামন্তবাদী চিন্তা-ভাবনাবোৰকে খামোচ মাৰি ধৰি থাকিবলৈ ভাল পাইছিল। এনে হোৱাৰ ফলত তদানীন্তন ভাৰতৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক বিষয়ৰ ওপৰত মধ্যশ্ৰেণীটোৰ মাজত তীব্ৰ মতভেদৰ সৃষ্টি হোৱা দেখা গৈছিল। এই ক্ষেত্ৰত প্ৰথমেই উনুকিয়াব পাৰি স্ত্ৰী শিক্ষা আৰু স্ত্ৰী স্বাধীনতাক লৈ হোৱা মতভেদ। বংগদেশত নাৰী মুক্তিক কেন্দ্ৰ কৰিয়েই শাস্ত্ৰ নিৰ্ভৰ আৰু শাস্ত্ৰবিৰোধী দুটা প্ৰধান শিবিৰৰ সৃষ্টি হৈছিল। এফালে ৰামমোহন-বিদ্যাসাগৰ প্ৰমুখ্যে এচামে যেনেকৈ ধৰ্ম শাস্ত্ৰৰ দোহাই দি নাৰী মুক্তিৰ সপক্ষে নিজৰ যুক্তি থিয় কৰাইছিল ঠিক আনফালে সেই ধৰ্ম শাস্ত্ৰৰ দোহাই দিয়েই আন এচামে নাৰী মুক্তিক বিৰোধিতা কৰিছিল। আনহাতে, বংকিমচন্দ্ৰ চট্টোপাধ্যায় প্ৰমুখ্যে আন এটি অংশই আকৌ স্ত্ৰী শিক্ষা আৰু স্বাধীনতাক বিৰোধিতা কৰা নাছিল যদিও ধৰ্ম শাস্ত্ৰৰ দোহাই দি নাৰীমুক্তি বিচৰা বিদ্যাসাগৰহঁতৰ বন্ধ্যা পথটোক এওঁলোকে বৰ্জন কৰিছিল। সেয়েহে বংকিমচন্দ্ৰ আছিল বিদ্যাসাগৰৰ ঘোৰ সমালোচক আৰু কোনো কোনো সময়ত তেওঁ বিদ্যাসাগৰক 'মূৰ্খ পণ্ডিত' বুলি ক'বলৈও অলপো দ্বিধাবোধ কৰা নাছিল। অৱশ্যে এই কথা আজি অস্বীকাৰ কৰি লাভ নাই যে যদি বিদ্যাসাগৰে শাস্ত্ৰীয় যুক্তিৰ ওপৰত নিৰ্ভৰ নকৰি বস্তুনিষ্ঠ দৃষ্টিভংগীৰে বিধৱা বিবাহৰ সপক্ষে তথা বাল্য বিবাহৰ বিপক্ষে যুক্তি প্ৰদৰ্শন কৰিলেহেঁতেন তেনেহ'লে জীৱনৰ শেহ প্ৰান্তত থিয় হৈ তেওঁ এইদৰে গভীৰ খেদ আৰু ক্ষোভ প্ৰকাশ কৰিব নালাগিলহেঁতেন : "আমাদের দেশের লোক এত অসার ও অপদাৰ্থ বলিয়া পূৰ্বে জানিলে আমি কখনই বিধবা বিবাহ বিষয়ে হস্তক্ষেপ করিতাম না।"[১০]

## ১.৫ ভাৰতীয় মধ্যশ্ৰেণীৰ অৰ্থনৈতিক চিন্তা

আনহাতে, ব্ৰিটিছ শাসনৰ প্ৰতি আস্থাবান হোৱাৰ বাবে ভাৰতীয় মধ্যশ্ৰেণীটো অৰ্থনৈতিক ক্ষেত্ৰত স্বনিৰ্ভৰশীল হ'ব নোৱাৰাটোৱেই স্বাভাৱিক আছিল। ব্যৱসায়-বাণিজ্যৰ

সকলো চাবি-কাঠি ব্ৰিটিছ শাসক আৰু পুঁজিপতি শ্ৰেণীটোৰ হাততেই আছিল আৰু তেওঁলোকৰ তলতেই ভাৰতীয় মধ্যশ্ৰেণীয়ে তেওঁলোকৰ তথাকথিত 'স্বাধীন'(!) ব্যৱসায় চলাইছিল। তৎকালীন বঙালী মধ্যবিত্ত শ্ৰেণীটোৱে ইংৰাজৰ ব্যৱসায়-বণিজ্য তথা শাসনক আঘাত কৰিব পৰা কোনো কামকেই কৰিব নিবিচাৰিছিল। "ইংরেজর স্বার্থ উদ্ধারের উদ্দেশ্যেই রামমোহনের মতো ব্যক্তি ইংরেজ কর্তৃপক্ষের কাছে আবেদন জানিয়েছিলেন বাঙলাদেশে লবন প্রস্তুত বন্ধ করে ইংলণ্ড থেকে লবণ আমদানীর, — হয়েছিলোও তাই। এর ফলে একদিকে দেশীয় লবণ শিল্পর উচ্ছেদ হয়েছিলো, লক্ষ লক্ষ লবণ-শিল্প-শ্রমিক বেকার হয়েছিলো এবং অন্যদিকে রামমোহনের শ্রেণীভুক্ত ব্যৱসায়ীরা সেই ব্যবসায়ে অংশ গ্রহণ করে ইংরেজের মুনাফার এক ক্ষুদ্র অংশ নিজেদের পাতে উঠিয়েছিলেন। রামমোহনের ও তাঁর শ্রেণীভুক্ত অন্যান্যদের এই কর্মের ফলে দেশীয় অর্থনীতির বিকাশ না ঘটে তার ধ্বংসের পথই প্রশস্ত হয়েছিলো।"[১১]

ইংৰাজৰ চিৰস্থায়ী বন্দবস্ত নীতিয়ে বঙ্গীয় কৃষক সমাজৰ কঁকাল কেনেকৈ বেঁকা কৰি তুলিছিল তাৰ জীৱন্ত আৰু বাস্তৱ বৰ্ণনা বংকিমচন্দ্ৰই তেওঁৰ কেইবাখনো ৰচনাত লিপিবদ্ধ কৰিছিল; কিন্তু অন্তিম বিচাৰত তেওঁ সেই চিৰস্থায়ী বন্দবস্তৰ ওচৰত নতি স্বীকাৰ কৰি তাৰ ঘোৰ সমৰ্থক হৈ পৰিছিল। ইয়াৰ দ্বাৰা তেওঁ যেনেকৈ এফালে ব্ৰিটিছ শাসক শ্ৰেণীৰ কৃতজ্ঞতাৰ ভাজন হৈছিল ঠিক আনফালে তেওঁ কৃষকসকলৰ শ্ৰেণী শত্ৰুৰূপেও পৰিগণিত হৈছিল। বংকিমচন্দ্ৰৰ অৰ্থনৈতিক চিন্তা-ভাবনা সাম্ৰাজ্যবাদী অৰ্থনীতিৰ খুঁটিতেই বন্ধা আছিল বাবে চিৰস্থায়ী বন্দবস্তৰ উগ্ৰ সমালোচক হৈয়ো শেষ পৰ্যন্ত জমিদাৰী প্ৰথাৰ উচ্ছেদৰ পৃষ্ঠপোষকতা তেওঁ কৰিব পৰা নাছিল। ইয়াতেই ধৰা পৰে তেওঁৰ মনৰ দ্বিধাগ্ৰস্ততা আৰু সুবিধাভোগী চৰিত্ৰ। কিন্তু উনবিংশ শতিকাৰ শেষৰফালে ব্ৰিটিছ পুঁজিৰ সহযোগত গঢ় লৈ উঠা শিল্প-বাণিজ্যই ভাৰতত যি এটি বুৰ্জোৱা শ্ৰেণীৰ জন্ম দিছিল সেই শ্ৰেণী অৰ্থনৈতিক ক্ষেত্ৰত কিছু স্বতন্ত্ৰ হ'ব পাৰিছিল। ফলত শিল্প-বাণিজ্যত ব্ৰিটিছ পুঁজিৰ সলনি তেওঁলোকৰ নিজা পুঁজি প্ৰয়োগ কৰিব পাৰিছিল। কিন্তু তেওঁলোকৰ প্ৰধান অসুবিধাটো আছিল ব্ৰিটিছ প্ৰশাসন যন্ত্ৰটো। ভাৰতীয় পুঁজিপতিয়ে ব্ৰিটিছ পুঁজিপতিৰ লগত সমানে ফেৰ মৰাটোত ব্ৰিটিছ প্ৰশাসনে কোনোপধ্যেই সহ্য কৰিব নোৱাৰিছিল আৰু সেয়েহে প্ৰতিটো ক্ষেত্ৰত ভাৰতীয় পুঁজিপতিক বাধা দি আহিছিল। সেয়েহে ভাৰতীয় পুঁজিপতি শ্ৰেণীটোৱে শেহলৈ ব্ৰিটিছবিৰোধী ভাৰতীয় স্বাধীনতা আন্দোলনক সহায়-সমৰ্থন আগবঢ়াবলৈ বাধ্য হৈছিল।

## ১.৬ শিক্ষানীতি সংস্কাৰ

শিক্ষানীতিৰ ক্ষেত্ৰতো মধ্যশ্ৰেণীটোৰ মাজত মতভেদ হোৱা দেখা গৈছিল। ৰামমোহন, বিদ্যাসাগৰ, বংকিমচন্দ্ৰ প্ৰমুখ্যে এচামে জনসমাজত আধুনিক শিক্ষাৰ প্ৰসাৰৰ সপক্ষে যুক্তি

দাণ্ডি ধৰিছিল। বিদ্যাসাগৰে বাংলা শিক্ষা ব্যৱস্থাৰ সংস্কাৰৰ সম্পৰ্কে চৰকাৰৰ ওচৰত এটি পৰিকল্পনা দাখিল কৰিছিল। তাত বহুবোৰ বিষয়ৰ লগতে ভাববাদী দৰ্শনৰ পৰিবৰ্তে বস্তুবাদী দৰ্শনৰ পাঠ্যপুস্তকহে ছাত্ৰ-ছাত্ৰীক পঢ়িবলৈ দিব লাগে বুলি তেওঁ চৰকাৰলৈ পৰামৰ্শ আগবঢ়াইছিল। বিচপ বাৰ্কলেৰ দ্বাৰা ৰচিত **Inquiry** গ্ৰন্থখনক পাঠ্যপুথিৰূপে ছাত্ৰ-ছাত্ৰীক পঢ়িবলৈ দিয়াৰ বিৰোধিতা কৰি তেওঁ এঠাইত মন্তব্য কৰিছে ঃ

> "..... কারণ সাংখ্য ও বেদান্তের মতোই বার্কলে একই শ্রেণীর ভ্রান্ত দর্শন রচনা করেছেন। ইউরোপেও এখন আর বার্কলের দর্শন খাঁটি দর্শন বলে বিবেচিত হয় না, কাজেই তা পড়িয়ে কোনও লাভ হবে না।"[১২]

বিদ্যাসাগৰে অকল শিক্ষা সংস্কাৰতে ব্যস্ত থকা নাছিল আনকি তেওঁ বহু ঠাইত শিক্ষানুষ্ঠানো গঢ়ি তুলিছিল। এইখিনিতে এটি কথা বিশেষভাৱে মন কৰিবলগীয়া যে আধুনিক শিক্ষাক জনমুখী কৰি তুলিবলৈ শিক্ষিত বঙালী মধ্যবিত্ত চামটোৱে কোনো ধৰণৰ যত্ন কৰা নাছিল। তেওঁলোকে প্ৰাথমিক শিক্ষাতকৈ উচ্চ শিক্ষাৰ প্ৰসাৰতহে অধিক জোৰ দিছিল। ঊনৈশ শতিকাৰ মাজভাগৰ পৰা উচ্চ শিক্ষা আৰু প্ৰাথমিক শিক্ষাৰ মাজত এক দ্বন্দ্বৰ উপস্থিত হৈছিল। ইংৰাজ প্ৰশাসনে এফালে যেনেকৈ উচ্চ শিক্ষা প্ৰৱৰ্তন কৰিবলৈ ভয় কৰিছিল ঠিক আনফালে নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰি প্ৰশাসনত সহায়-সহযোগিতা পোৱাৰ আশাৰে কিছু ক্ষেত্ৰত প্ৰাথমিক শিক্ষা প্ৰদান কৰাৰ পোষকতা কৰিছিল। আনহাতে, প্ৰাথমিক শিক্ষাৰ ঘোৰবিৰোধী আছিল ভূ-স্বামীসকল। অজ্ঞ কৃষকসকলক সকলো প্ৰকাৰে শোষণ কৰি নিজৰ আয় আৰু সম্পদ বৃদ্ধি কৰাৰ উদ্দেশ্য লৈয়ে তেওঁলোকে ইংৰাজ প্ৰশাসনে প্ৰাথমিক শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত লোৱা সামান্যতম উদ্যোগকো কলিতেই বিনাশ কৰিবলৈ প্ৰাণপ্ৰণে চেষ্টা কৰিছিল। নিম্নশ্ৰেণীসমূহক শিক্ষিত কৰি তোলাতকৈ উচ্চশ্ৰেণীসমূহক শিক্ষিত কৰি তোলাতহে এওঁলোক আটায়ে আগ্ৰহী আৰু উদ্যোগী আছিল। আশ্চৰ্যৰ কথা, বিদ্যাসাগৰ হেন ব্যক্তিৰো , যদিও তেওঁ ভূ-স্বামীসকলৰ দৰে প্ৰাথমিক শিক্ষাৰ ঘোৰতৰ বিৰোধী নাছিল, শিক্ষা সংক্ৰান্ত সকলোবোৰ কৰ্মই আছিল উচ্চশ্ৰেণীটোক লৈ। ১৮৪৭ চনত বেথুনে প্ৰতিষ্ঠা কৰা ছোৱালী স্কুলখনত বিদ্যাসাগৰে এনেদৰে নিয়ম কৰি দিছিল যে কেৱল উচ্চশ্ৰেণীৰ ধনিক হিন্দু পৰিয়ালৰ মাজতহে স্ত্ৰী শিক্ষা সীমাবদ্ধ থাকিব।[১৩] ইয়াতেই তেওঁৰ শ্ৰেণীগত দুৰ্বলতা ধৰা পৰে।

## ১.৭ ভাৰতীয় মধ্যশ্ৰেণীৰ জাতীয়তাবাদী চিন্তা-চৰ্চা

ঊনবিংশ শতিকাৰ ভাৰতীয় মধ্যশ্ৰেণীটোৰ মনত যি জাতীয়তাবাদী চিন্তা-চেতনাৰ উন্মেষ হৈছিল সেই উন্মেষ তেওঁলোকৰ সাম্ৰাজ্যবাদ-বিৰোধী অৱস্থানৰ পৰা অহা নাছিল। ভাৰতীয় ঐতিহ্যৰ প্ৰতি মোহগ্ৰস্ততাই আছিল তেওঁলোকৰ সেই জাতীয়তাবাদৰ ভিত্তিভূমি।

ব্ৰিটিছ সাম্ৰাজ্যবাদী শ্ৰেণীয়ে ভাৰতীয় জনসাধাৰণক অকল ৰাজনৈতিকভাৱেই পদানত কৰিব বিচৰা নাছিল, আনকি বৌদ্ধিক-সাংস্কৃতিকভাৱেও তেওঁলোকক পদানত কৰিব বিচাৰিছিল আৰু সেয়েহে তেওঁলোকৰ লগৰীয়া হৈ অহা ঔপনিবেশিক ঐতিহাসিক বুদ্ধিজীৱীশ্ৰেণীয়ে সদায়ে এই কথা প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল যে ভাৰতীয় সভ্যতা-সংস্কৃতি পাশ্চাত্য সভ্যতা-সংস্কৃতিতকৈ হীন। সাম্ৰাজ্যবাদী শ্ৰেণীৰ এই মতলবী প্ৰচাৰে ভাৰতীয় শিক্ষিত মধ্যশ্ৰেণীটোৰ মনত যি এক হীনমন্যতাৰ জন্ম দিছিল সিয়ে তেওঁলোকক ভাৰতীয় ঐতিহ্যৰ প্ৰতি এক ধৰণৰ অন্ধ মোহ ল'বলৈ বাধ্য কৰাইছিল। তদুপৰি শাসক শ্ৰেণীয়ে খ্ৰীষ্টিয়ান মিছনাৰীসকলৰ যোগেদি ভাৰতত ক্ৰমান্বয়ে খৃষ্ট ধৰ্ম প্ৰচাৰ কৰিবলৈ লোৱাত হিন্দু আৰু মুছলিম উভয় সম্প্ৰদায়ে ধৰ্মৰ ক্ষেত্ৰত অধিক গোড়া হৈ পৰিছিল। সেয়েহে তেওঁলোকে অতীতৰ গুণ গাই বা ধৰ্মৰ দোহাই দিয়েই জাতীয় পৰিচয় দিবলৈ চেষ্টা কৰিছিল। কিন্তু ভাৰতীয় ঐতিহ্যৰ যোগেদি নিজৰ পৰিচয় দিবলৈ যাওঁতে তেওঁলোকে ভাৰতীয় ঐতিহ্যৰ এক খণ্ডিত ৰূপহে দাঙি ধৰিছিল। হিন্দু জাতীয়তাবাদী ঐতিহাসিক বুদ্ধিজীৱীশ্ৰেণীয়ে প্ৰাচীন আৰ্য সভ্যতা-সংস্কৃতিক লৈয়ে গৌৰৱান্বিত হৈ পৰিছিল। জাতীয়তাবাদৰ ভিত্তি সবল কৰিবৰ বাবে এটি শ্ৰেণী শত্ৰুৰ প্ৰয়োজন। দুৰ্ভাগ্যবশতঃ হিন্দু জাতীয়তাবাদীসকলে ঔপনিবেশিক শাসক-শোষক শ্ৰেণীক শ্ৰেণী শত্ৰুৰূপে চিহ্নিত নকৰি মুছলমানসকলকহে শ্ৰেণী শত্ৰুৰূপে গণ্য কৰিবলৈ লৈছিল আৰু মুছলমানসকলক আক্ৰমণকাৰী ৰূপত অংকিত কৰি ভাৰতীয় সভ্যতা-সংস্কৃতিলৈ আগবঢ়োৱা তেওঁলোকৰ বৰঙণিক নস্যাৎ কৰি পেলাইছিল। সুৰেন্দ্ৰ নাথ বেনাৰ্জী, মদন মোহন মালব্য, ৰাণাডে, ৰমেশচন্দ্ৰ দত্ত, বাল গঙ্গাধৰ তিলক আদিয়ে আকৌ শিৱাজী, গুৰু গোবিন্দ সিংহ, ৰাণা প্ৰতাপ সিংহ আদিক লৈ এক 'বীৰপূজা' আৰম্ভ কৰিছিল আৰু এনেকৈয়ে সৃষ্টি হৈছিল 'বীৰ ইতিকথা'ৰ। মন কৰিবলগীয়া যে এই তথাকথিত বীৰসকলে মধ্যযুগীয় ভাৰতত মোগল শক্তিৰ বিৰুদ্ধে যুদ্ধ কৰিবলগীয়া হৈছিল আৰু সেয়েহে হিন্দু ঐতিহাসিক বুদ্ধিজীৱী শ্ৰেণীয়ে তেওঁলোকক মহান বীৰৰূপে অংকিত কৰি গৌৰৱান্বিত হৈছিল! প্ৰণিধানযোগ্য যে ব্ৰিটিছ ঔপনিবেশিক শক্তিক এওঁলোকে প্ৰগতিকামী শক্তিৰূপেহে বিবেচনা কৰিছিল। তৎকালীন বুদ্ধিজীৱী বংকিমচন্দ্ৰ চট্টোপাধ্যায়ে হিন্দু জাতিৰ পক্ষাৱলম্বন কৰি সদম্ভে ঘোষণা কৰিছিল ঃ

> "হিন্দুজাতি ভিন্ন পৃথিবীতে অন্য অনেক জাতি আছে। তাহাদের মঙ্গলমাত্রেই আমাদের মঙ্গল হওয়া সম্ভব নহে। অনেক স্থানে তাহাদের মঙ্গলে আমাদের অমঙ্গল। যেখানে তাহাদের মঙ্গলে আমাদের অমঙ্গল, সেখানে তাহদের মঙ্গল যাহাতে না হয়, আমারা তাহাই করিব। ইহাতে পরজাতিপীড়ন করিতে হয়, করিব। অপিচ, যেমন তাহাদের মঙ্গলে আমাদের অমঙ্গল ঘটিতে পারে, তেমনি আমাদের মঙ্গলে তাহাদের অমঙ্গল

হইতে পারে। হই হউক, আমারা সে জন্য আত্মজাতির মঙ্গল সাধনে বিরত হইব না; পর জাতির অমঙ্গল সাধন করিয়া আত্মমঙ্গল সাধিতে হয়, তাহাও করিব।"[১৪]

ভাৰতীয় ঐতিহ্যক এনেদৰে খণ্ডিত ৰূপত অকল হিন্দু ঐতিহাসিক বুদ্ধিজীৱীচামেই দেখুওৱা নাছিল আনকি তৎকালীন মুছলমান ঐতিহাসিক বুদ্ধিজীৱীয়েও দেখুৱাবলৈ যত্নৰ ত্ৰুটি কৰা নাছিল আৰু, কোৱা বাহুল্য, হিন্দুসকলৰ এই একপক্ষীয় ঐতিহ্য বিচাৰৰ প্ৰতিক্ৰিয়াস্বৰূপেই তেওঁলোকেও মোগল শাসনক মহান ৰূপত দেখুৱাবলৈ যত্ন কৰিছিল। শিক্ষিত মুছলমান সমাজে জাত্যাভিমানৰ বশৱৰ্তী হৈ ভাৰতক বিদেশ জ্ঞান কৰি আৰব, ইৰাণ, তুৰ্কীৰ লগত অধিকতৰ সাংস্কৃতিক সম্পৰ্কৰ কথা কল্পনা কৰি এক ধৰণৰ 'মুছলিম সংস্কৃতি'ৰ জন্ম দিছিল। নিঃসন্দেহে ঐতিহ্যৰ ভিত্তিত, আৰু অধিক স্পষ্টকৈ ক'বলৈ হ'লে, ধৰ্মৰ ভিত্তিত গঢ় লৈ উঠা ভাৰতীয় জাতীয়তাবাদ সুস্থ জাতীয়তাবাদ নাছিল। এই ধৰণৰ অসুস্থ জাতীয়তাবাদে অৱশেষত সাম্প্ৰদায়িকতাৰ সৃষ্টিত ইন্ধন যোগাইছিল আৰু ইয়াৰ শেষ পৰিণতি আছিল পাকিস্তানৰ জন্ম। আনহাতে ভাৰতীয় জাতীয়তাবাদ, সাম্ৰাজ্যবাদ-বিৰোধী সংগ্ৰামৰ পৰা হোৱা নাছিল বাবে দেশৰ কৃষক শ্ৰেণীৰ লগতো ইয়াৰ সম্পৰ্ক একেবাৰে নাছিল। কৃষক শ্ৰেণীৰ দুখ-দুৰ্দশা মধ্যশ্ৰেণীটোৰ দৃষ্টিগোচৰ হ'লেও নিজৰ শ্ৰেণী স্বাৰ্থৰ বাবে তেওঁলোকে কিন্তু এই কৃষক শ্ৰেণীটোক লৈ কোনো ধৰণৰ সংগ্ৰামৰ প্ৰস্তুতি চলাবলৈ সাহস আৰু প্ৰয়োজনবোধ কৰা নাছিল। যিহেতু তেওঁলোক আছিল একান্তই ব্ৰিটিছ ভক্ত। আনকি বুৰ্জোৱা শ্ৰেণীৰ দ্বাৰা গঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰো আৰম্ভণিতে কৃষক শ্ৰেণীৰ লগত কোনো সম্পৰ্ক নাছিল। একালৰ কংগ্ৰেছী আলী জিন্নাই 'ৰাজনীতি ভদ্ৰলোকৰ খেলা' বুলিয়েই ঘোষণা কৰিছিল। অৱশ্যে এইখিনিতে এই কথাটো কোৱা উচিত হ'ব যে তথাকথিত কংগ্ৰেছী জাতীয়তাবাদী নেতাসকলে সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ পৰা আঁতৰি থকাত মধ্যশ্ৰেণীৰ একাংশ যুৱকে প্ৰকৃত দেশপ্ৰেমৰ দ্বাৰা উদ্বুদ্ধ হৈ সন্ত্ৰাসবাদী আন্দোলনত লিপ্ত হৈ পৰিছিল। তথাপি এই কথা নকৈ নোৱাৰি যে ভাৰতীয় ৰাজনীতিত মহাত্মা গান্ধী নমাৰ আগলৈকে অৰ্থাৎ ১৯১৯ চনৰ আগলৈকে ভাৰতত যি জাতীয়তাবাদী আন্দোলন চলিছিল সি জাতীয় মুক্তি সংগ্ৰামলৈ ৰূপান্তৰ হোৱা নাছিল। কৃষক-শ্ৰমিক শ্ৰেণীৰ ব্যাপক অংশগ্ৰহণেহে জাতীয় মুক্তি আন্দোলনক অধিক গতিদান কৰিব পাৰে। মন কৰিবলগীয়া যে ১৯২০ চনৰ পৰাহে কৃষক-শ্ৰমিকসকলে কংগ্ৰেছত ভৰ্তি হোৱাৰ সুবিধা পাইছিল, যাৰ ফলত কংগ্ৰেছে আগৰ ৰক্ষণশীল চৰিত্ৰ ত্যাগ কৰি কৃষক-শ্ৰমিকৰ সহযোগত জাতীয় মুক্তি আন্দোলনক শক্তিশালী কৰি তুলিছিল।

## ১.৮ ভাৰতীয় মধ্যশ্ৰেণীৰ মানসিক দ্বন্দ্ব আৰু মতানৈক্য

সি যি নহওক, উনবিংশ শতিকাত ভাৰতত যি সামাজিক-সাংস্কৃতিক আন্দোলন হৈছিল তাৰ নেতৃত্ব ঘাইকৈ বংগীয় মধ্যশ্ৰেণীৰ পৰাই আহিছিল। নতুন প্ৰশাসন, পাশ্চাত্য

শিক্ষা সংস্কৃতি আৰু ভাবাদৰ্শই তেওঁলোকৰ মানসিক জগতখনক দ্বন্দ্ব-সংঘাতেৰে তোলপাৰ কৰি ৰাখিছিল। তেওঁলোকৰ চিন্তা-ভাবনাত সঘনাই স্ববিৰোধিতা দেখা গৈছিল। বহুক্ষেত্ৰত তেওঁলোকৰ মাজত মতানৈক্য স্পষ্টৰূপত দেখা গৈছিল। মধ্যশ্ৰেণীৰ এটি অংশ সামন্ততন্ত্ৰৰ প্ৰতিভূ হৈ পৰিছিল আৰু আন এটি অংশই সামন্তবাদ বিৰোধী প্ৰগতিকামী শক্তিৰূপে নিজকে পৰিচয় দিছিল। শ্ৰদ্ধেয় উমৰৰ ভাষাত ক'বলৈ গ'লে ঃ

> "উনিশ শতকের বাঙলায় যে সাংস্কৃতিক ও সমাজ সংস্কার আন্দোলন হয়েছিলো সেটা অবশ্যে কোনো সরল রেখা ধরে অগ্রসর হয়নি। তৎকালীন বাঙালী সমাজের শ্রেণী বিন্যাস এবং বিভিন্ন শ্রেণীর সংঘাতের ফলে রেনেসাঁস নামে কথিত এই সাংস্কৃতিক ও সংস্কার আন্দোলনের মধ্যেও দ্বন্দ্ব ও সংঘাতের যথেষ্ট প্রমাণ ও পৰিচয় পাওয়া যায়। ঈশ্বরচন্দ্র বিদ্যাসাগর এবং বঙ্কিমচন্দ্র চট্টোপাধ্যায়ের দ্বন্দ্ব ও বিরোধিতার উল্লেখ এ ক্ষেত্রে খুবই প্রাসঙ্গিক। কারণ এই বিরোধ শুধুমাত্র ব্যক্তির বিরোধ নহয়। এই বিরোধ ছিলো উনিশ শতকের বাঙালী মধ্যবিত্ত শ্রেণীর দুই অংশের বিরোধ। এর এক অংশ ছিলো পুরোপুরিভাবে সামন্ততন্ত্রের এবং সামন্ততান্ত্রিক মূল্যবোধের রক্ষক এবং অন্য অংশ সামন্ততান্ত্রিক ভূমি ব্যবস্থার উচ্ছেদকামী না হলেও ইউরোপীয় চিন্তা ভাবনার প্রভাবে বাঙালী মধ্যবিত্ত শ্রেণীর চিন্তাকে অনেকাংশে সামন্ত প্রভাবমুক্ত করতে উদ্যোগী। বঙ্গিমচন্দ্র ছিলেন প্রথম অংশেৰ নেতা; ঈশ্বরচন্দ্র, অক্ষয়কুমার দত্ত ছিলেন দ্বিতীয় অংশের নেতা।" [১৫]

## ১.৯ অসমীয়া মধ্যশ্ৰেণীৰ ওপৰত তিনিধৰণৰ প্ৰভাৱ

এই সৰ্বভাৰতীয় মধ্যশ্ৰেণীটোৰ ভূমিকাৰ কথা মনত ৰাখিহে আমি অসমীয়া মধ্যশ্ৰেণীৰ জন্ম, বিকাশ আৰু তেওঁলোকৰ ভূমিকাৰ কথা বিচাৰ কৰাটো উচিত হ'ব। ইতিহাসৰ ছাত্ৰ মাত্ৰেই জানে যে অসমখন ব্ৰিটিছ কোম্পানীৰ হাতলৈ আহিছিল ভাৰতৰ আনবোৰ প্ৰদেশ দখল কৰাৰ পিছতহে। পলমকৈ উদ্ভৱ হোৱা শ্ৰেণী হিচাপে অসমীয়া মধ্যশ্ৰেণীটোৰ ওপৰত সৰ্বভাৰতীয় মধ্যশ্ৰেণী, বিশেষকৈ বংগীয় মধ্যশ্ৰেণীৰ প্ৰভাৱ স্পষ্টৰূপেই দেখা যায়। এই নবোত্থিত অসমীয়া মধ্যশ্ৰেণীটোৰ ওপৰত তিনি ধৰণৰ প্ৰভাৱ পৰা বুলি প্ৰসিদ্ধ গৱেষক ড° অমলেন্দু গুহদেৱে ইতিমধ্যে আঙুলিয়াই দেখুৱাইছে। সেইকেইটা হ'ল— (১) The spread of British administration and its associated infrastructure. ( ব্ৰিটিছ শাসনৰ প্ৰসাৰ আৰু ইয়াৰ সংযুক্ত আন্তঃগাঁথনি) (২) The cultural activities of the Christian missionaries, particularly the American Baptists (খ্ৰিষ্টিয়ান মিছন্যাৰী বিশেষকৈ এমেৰিকান বেপ্তিচসকলৰ সাংস্কৃতিক কাৰ্যকলাপ।) (৩) The direct and indirect impact of the Bengal

Renaissance (বংগৰ নৱজাগৰণৰ প্ৰত্যক্ষ আৰু পৰোক্ষ ফল।)।[১৬] অসমীয়া মধ্যশ্ৰেণীৰ ওপৰত বংগীয় নৱজাগৰণৰ প্ৰভাৱ কেনেদৰে পৰিছিল সেই কথা সেই সময়ৰ বহুল প্ৰচাৰিত বাংলা কাকত সমাচাৰ দৰ্পণ-এ কৰা মন্তব্যই প্ৰমাণ কৰে—

> "অসম প্ৰদেশৰ বিশিষ্ট ব্যক্তিসকলে বাতৰি কাকতৰ যোগেদিয়েই বংগদেশৰ প্ৰত্যেকটো বিষয়ৰ লগত সম্পৰ্ক ৰক্ষা কৰি আহিছে। বাংলা বাতৰি কাকতৰ গ্ৰাহক সংখ্যা আমি অসমীয়া লোকৰ পৰা যিমান পাইছোঁ সিমান সংখ্যক বংগৰ কোনো এখন জিলাৰ পৰা আমি পোৱা নাই। ইয়াৰোপৰিও, বাংলা কাকতত প্ৰকাশৰ বাবে বংগৰ প্ৰায় আধাসংখ্যক জিলাৰ পৰাই যেতিয়া এখনো চিঠি-পত্ৰ নাহে তেতিয়া কাচিৎহে অসমৰ পৰা পঠিওৱা চিঠি-পত্ৰ আমাৰ কাকত বা অন্য বাংলা কাকতত প্ৰকাশ নোপোৱাকৈ থাকে।"[১৭]

## ১.১০ অসমীয়া মধ্যশ্ৰেণীৰ জন্ম আৰু বিকাশ

এই কথা কোৱা বাহুল্য যে অসম ব্ৰিটিছ কোম্পানীৰ হাতলৈ অহাৰ লগে লগে অসমৰ আৰ্থ-সামাজিক দিশত প্ৰবলভাৱে পৰিৱৰ্তনৰ ঢৌ আহে। আহোম যুগৰ পাইক-ব্যৱস্থাৰ ওপৰত বৰ্তি থকা সামন্তীয় অৰ্থনীতিৰ ঠাইত ব্ৰিটিছ-অসমত প্ৰচলন হ'ল মুদ্ৰা অৰ্থনীতিৰ। পুৰণি শিক্ষা ব্যৱস্থাৰ ঠাইত ধীৰে ধীৰে পাশ্চাত্য শিক্ষা প্ৰচলন হ'বলৈ ধৰিলে। ইয়াৰ ফলত পুৰণি সমাজ ব্যৱস্থাৰ ধ্বংসস্তূপৰ পৰা লহ-পহকৈ গজি উঠিল নতুন অসমীয়া মধ্যবিত্ত কুল। এই নতুন মধ্যবিত্ত শ্ৰেণীটো দুই ধৰণেৰে গঠিত হৈছিল। এটা আছিল গাঁও অঞ্চলত মৌজাদাৰ, গাঁওবুঢ়া, মণ্ডল, সত্ৰাধিকাৰ, ব্ৰাহ্মণ-পণ্ডিতেৰে গঠিত মধ্যবিত্ত শ্ৰেণী। এওঁলোকে নতুন সমাজ ব্যৱস্থা এটাত থাকিলেও সামন্তীয় সমাজখনৰ লগত সম্পৰ্ক সম্পূৰ্ণ ছেদ কৰাটো তেওঁলোকৰ বাবে আছিল একেবাৰে ভাবিব নোৱাৰা কথা। যিহেতু ইয়াত জড়িত হৈ আছিল তেওঁলোকৰ মান-মৰ্যাদা, বংশ-গৌৰৱৰ কথা। হাস্যকৰ কথা এইটোহে যে যি সময়ত সামন্তীয় মান-মৰ্যাদা, বংশ-গৌৰৱক লৈ তেওঁলোকে গাঁৱৰ অজ্ঞ, হোজা মানুহখিনিৰ আগত মিছা ভেম আৰু প্ৰতিপত্তি দেখুৱাই আছিল সেই একে সময়তে তেওঁলোকৰ সেই মান-মৰ্যাদা বিদেশী চৰকাৰৰ আগত কৰ্পূৰৰ দৰে উৰি গৈছিল! তথাপি তেওঁলোক প্ৰাচীন সামন্তীয় সমাজখনৰ প্ৰতিভূ বুলিয়েই পৰিগণিত হৈছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱা আছিল এই সামন্তীয় সমাজখনৰ অন্যতম ধৰণীস্বৰূপ।

আনহাতে, আনটো মধ্যবিত্ত শ্ৰেণী গঠিত হৈছিল নগৰত বসবাস কৰা চাকৰিজীৱী হাকিম, মুঞ্চিপ, কেৰাণী, ডাক্তৰ, উকিল, ইঞ্জিনীয়াৰ দাৰোগা আদিক লৈ। নিঃসন্দেহে গাঁও অঞ্চলৰ মধ্যবিত্ততকৈ নগৰ অঞ্চলৰ মধ্যবিত্ত আছিল অধিক প্ৰগতিশীল। পশ্চিমীয়া শিক্ষা-সংস্কৃতি আৰু যুক্তিবাদে তেওঁলোকৰ মন বহুখিনি সংস্কাৰমুক্ত কৰি ৰাখিছিল। ব্ৰিটিছ

প্ৰশাসনে নিজৰ স্বাৰ্থৰ খাতিৰতেই পুৰণি অসমীয়া সমাজখনক সম্পূৰ্ণৰূপে ধ্বংস কৰা নাছিল। শাসন-শোষণৰ স্বাৰ্থতেই তেওঁলোকে বহু সামন্তীয় ধ্যান-ধাৰণাক জীয়াই ৰাখিছিল। প্ৰগতিশীল অসমীয়া মধ্যবিত্ত চামটোৱেও এই ধ্যান-ধাৰণাসমূহ মূলোচ্ছেদ কৰাত ব্যৰ্থ হৈছিল। সেয়েহে এই প্ৰগতিশীল চামটোৰ চৰিত্ৰও হৈ পৰিছিল অৰ্ধ-সামন্তীয়। ফলত তেওঁলোকৰ মানসিক জগতত নতুন আৰু পুৰণি চিন্তাৰ দ্বন্দ্ব আমি স্পষ্টৰূপত দেখিবলৈ পাওঁ। উদাহৰণ দিলে কথাষাৰ অধিক পৰিষ্কাৰ হ'ব। যি হলিৰাম ঢেকিয়াল ফুকন, আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, কমলাকান্ত ভট্টাচাৰ্যকে আদি কৰি ঊনবিংশ শতিকাৰ পাশ্চাত্যৰ শিক্ষা পোৱা অসমীয়া মধ্যবিত্তই স্ত্ৰী শিক্ষা আৰু স্ত্ৰী স্বাধীনতাৰ সপক্ষে ওকালতি কৰি নিজকে প্ৰগতিশীল বুলি চিনাকি দিছিল সেইসকলেই আকৌ পাশ্চাত্য শিক্ষাৰ অন্ধ-অনুৰাগী হৈ বিহু উৎসৱক পুৰণি অন্ধ বিশ্বাস আৰু 'ইতৰলোকৰ' গীত-নাচ বুলি সমালোচনা কৰিছিল। আনহাতে পাঠকসকলে এই কথাও মনোযোগেৰে লক্ষ্য কৰিব যি ৰত্নেশ্বৰ মহন্তই স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ বিৰুদ্ধে অহৰহ কলম ধাৰণ কৰি সামন্তযুগীয়া দাম্ভিক পুৰুষ শ্ৰেণীটোক প্ৰতিনিধিত্ব কৰিছিল সেইজনেই আকৌ বিহু উৎসৱক নিলাজ গীত-মাত বুলি ঘৃণাত নাক কোঁচাই নিজকে প্ৰগতিশীল বুলি পৰিচয় দিবলৈ বৃথা চেষ্টা কৰিছিল। অসমীয়া মধ্যশ্ৰেণীৰ এই স্ববিৰোধ আৰু দুৰ্বলতাৰ কথা লক্ষ্য কৰি ড° প্ৰফুল্ল মহন্তই কৰা মন্তব্যয়ো এই কথাকে সমৰ্থন জনায় ঃ

> "এফালে নতুনৰ আহ্বান আনফালে সামন্ত অতীতৰ প্ৰতি মোহ, এফালে তীব্ৰ জাতীয় মৰ্যাদাবোধ আনফালে গভীৰ ব্ৰিটিছ আনুগত্য— ঔপনিবেশিক বুদ্ধিজীৱী এই অসংগতি-দুৰ্বলতা তেওঁলোকৰ প্ৰায় সকলো কামতে লক্ষ্য কৰা গৈছিল।"[১৮]

আনহাতে, ঊনবিংশ শতিকাৰ ভাৰতীয় মধ্যশ্ৰেণীটোৰ দৰেই নবোত্থিত অসমীয়া মধ্যশ্ৰেণীটোৱেও ব্ৰিটিছ প্ৰশাসনৰ প্ৰতি প্ৰকাশ কৰিছিল গভীৰ আনুগত্য আৰু এই প্ৰশাসনৰ তলতেই তেওঁলোকে অসমৰ উন্নতি কামনা কৰিছিল। ঔপনিবেশিক চৰকাৰৰ প্ৰতি দেখুওৱা এই ৰাজভক্তিয়ে তেওঁলোকৰ মনত এক ঔপনিবেশিক দৃষ্টিভংগীৰ জন্ম দিছিল আৰু তেনে দৃষ্টিভংগীৰেই তেওঁলোকে সমাজ-সাহিত্যাদিক বিচাৰ কৰিছিল। স্পষ্টতঃ তেওঁলোকৰ এনে বিচাৰত অসমৰ সামগ্ৰিক স্বাৰ্থতকৈ তেওঁলোকৰ শ্ৰেণী স্বাৰ্থহে সুৰক্ষিত হৈছিল। ঊনবিংশ শতিকাৰ এই অসমীয়া মধ্যশ্ৰেণীটোৰ ভূমিকাৰ সম্পৰ্কে আমি ইয়াত বহলাই আলোচনা নকৰোঁ। এই বিষয়ে পিছলৈ যথাস্থানত আলোচনা কৰা হ'ব। ইয়াত কেৱল তেওঁলোকৰ কেতবোৰ চাৰিত্ৰিক বৈশিষ্ট্যহে দাঙি ধৰিবলৈ যত্ন কৰা হ'ল।

## ১.১১ অসমীয়া মধ্যশ্ৰেণীৰ চাৰিত্ৰিক বৈশিষ্ট্য

১। নতুন প্ৰশাসনৰ ফলত সৃষ্টি হোৱা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৱে নতুন যুগৰ বতাহ পালেও তেওঁলোকৰ ধ্যান-ধাৰণা কিংবা চিন্তা-চৰ্চাত তেতিয়াও সামন্তবাদী প্ৰভাৱ

স্পষ্টৰূপত দেখা গৈছিল।

২। বংগীয় মধ্যশ্ৰেণীটোৰ দৰেই তৎকালীন অসমীয়া মধ্যশ্ৰেণীটোৱেও ঔপনিবেশিক চৰকাৰৰ প্ৰতি দেখুৱাইছিল অচলা ৰাজভক্তি।

৩। ব্ৰিটিছ প্ৰশাসনৰ তলত কাম কৰা বহু অসমীয়া আমোলাই প্ৰজাক শোষণ কৰাৰ উপৰি নানা ধৰণৰ দুৰ্নীতিত লিপ্ত হৈ পৰিছিল। ইতিমধ্যে ড° হীৰেন্ গোহাঁইদেৱে নানা তথ্যপাতিৰে প্ৰমাণ কৰি দেখুৱাইছে যে মণিৰাম দেৱান, লঠৌ (ঘনশ্যাম) খাৰঘৰীয়া ফুকন, কাশীনাথ ফুকন, যজ্ঞোৰাম ফুকন সেই সময়ত দুৰ্নীতিৰ অভিযোগত অভিযুক্ত হৈছিল। পুৰন্দৰ সিংহক নজৰ দিওঁ বুলি যজ্ঞোৰাম ফুকনে প্ৰজাৰ পৰা ২০০০.০০ টকা তুলি তাৰে ১০০০.০০ টকা আত্মসাৎ কৰিছিল।[১১]

৪। পৰাধীনতাক নিঃচৰ্তভাৱে মানি লোৱা এই মধ্যশ্ৰেণীটোৱে বিদেশী শাসনৰ তলতেই সমাজ সংস্কাৰ তথা অসমৰ উন্নতিৰ কথা চিন্তা কৰিছিল।

৫। বংগৰ 'জমিদাৰী সভা', 'ইণ্ডিয়ান এচোছিয়েশ্যন'ৰ দৰেই অসমতো 'যোৰহাট সাৰ্বজনীক সভা', 'আসাম এচোছিয়েশ্যন' আদি প্ৰতিষ্ঠাৰ যোগেদি মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা, দেবীচৰণ বৰুৱা আদিয়ে মধ্যশ্ৰেণীৰ শ্ৰেণীস্বাৰ্থ ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিছিল।

৬। নতুন যুগৰ বতাহ পালেও একাংশ মধ্যবিত্তই জাত্যাভিমানৰ বশৱৰ্তী হৈ সমাজত জাতিভেদৰ দেৱালখন জীয়াই ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা চলাইছিল।

৭। ব্যৱসায়-বণিজ্যৰ ক্ষেত্ৰত অসমীয়া মধ্যশ্ৰেণী স্বনিৰ্ভৰ নাছিল। আন আন ক্ষেত্ৰৰ দৰে বেপাৰ-বাণিজ্যতো তেওঁলোকে ব্ৰিটিছ পুঁজিৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগিছিল। তদুপৰি সেই সময়ত উঠি অহা মধ্যবিত্ত শ্ৰেণীটোৱে সামন্তযুগীয় মান-সম্ভ্ৰমৰ ভেমতেই বেহা-বেপাৰ কৰাটো সন্মান হানিকৰ বুলি গণ্য কৰিছিল!

৮। ধৰ্মৰ ক্ষেত্ৰত অসমীয়া মধ্যশ্ৰেণীৰ মাজত বিভাজনে দেখা দিছিল। বংগৰ ব্ৰাহ্ম ধৰ্মৰ প্ৰভাৱত পৰি একাংশই সেই ধৰ্মৰ আশ্ৰয় লৈছিল, আন একাংশই শংকৰী ধৰ্মৰ প্ৰচাৰ কৰিছিল আৰু আন এটি অংশই আকৌ প্ৰাচীন হিন্দু ধৰ্মকেই খামোচ মাৰি ধৰি আছিল। কোনেও ধৰ্মৰ বাহিৰ হৈ সমাজ সংস্কাৰ কৰিবলৈ আগবাঢ়ি অহা নাছিল।

৯। বংগদেশৰ দৰে অসমতো স্ত্ৰী শিক্ষা আৰু স্বাধীনতাক লৈ অসমীয়া মধ্যশ্ৰেণীৰ মাজত মেৰুবিভাজন হোৱা দেখা গৈছিল। ৰামমোহন, বিদ্যাসাগৰৰ প্ৰভাৱত পৰি হলিৰাম ঢেকিয়াল ফুকনৰ পৰা আৰম্ভ কৰি আনন্দৰাম, গুণাভিৰাম আৰু লক্ষ্মীনাথ বেজবৰুৱালৈকে একাংশ মধ্যবিত্তই স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ সপক্ষে মতপোষণ কৰিছিল। আনহাতে ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰা, বলিনাৰায়ণ বৰাকে আদি কৰি আন একাংশই ইয়াক প্ৰবলভাৱে বিৰোধিতা কৰিছিল।

১০। অসমত আধুনিক শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰতো অসমীয়া মধ্যবিত্তৰ মাজত তীব্ৰ বাদানুবাদ, তৰ্ক-বিতৰ্ক হোৱা দেখা গৈছিল। একাংশ শিক্ষিত মধ্যবিত্তই অসমত উচ্চশিক্ষাৰ প্ৰসাৰৰ সপক্ষে যুক্তি দাঙি ধৰোঁতে আন একাংশই আকৌ তাক বিৰোধিতা কৰি অসমীয়া ছাত্ৰক কলিকতা বা বিলাতত উচ্চশিক্ষা দিয়াৰ পোষকতা কৰিছিল। এওঁলোকে অসমত উচ্চ শিক্ষাৰ পৰিবৰ্তে প্ৰাথমিক শিক্ষা প্ৰসাৰৰ সপক্ষেহে গুৰুত্ব আৰোপ কৰিছিল। মন কৰিবলগীয়া যে বংগদেশত বিদ্বৎ সমাজে প্ৰাথমিক শিক্ষাৰ পৰিবৰ্তে উচ্চ শিক্ষা প্ৰসাৰতহে বেছি গুৰুত্ব দিছিল।

১১। সৰ্বভাৰতীয় মধ্যশ্ৰেণীৰ দৰেই অসমীয়া মধ্যশ্ৰেণীৰ নেতৃত্বত অসমত যি জাতীয়তাবাদৰ জন্ম হৈছিল সি তেওঁলোকৰ ব্ৰিটিছবিৰোধী সংগ্ৰামৰ পৰা হোৱা নাছিল। সেই জাতীয়তাবাদ আছিল ভাষিক জাতীযতাবাদহে। প্ৰশাসনৰ স্বাৰ্থত ব্ৰিটিছ প্ৰশাসনে সমগ্ৰ অসমৰ স্কুল-আদালতত বাংলা ভাষা প্ৰচলন কৰি অসমৰ শিক্ষা-সংস্কৃতিৰ জগতত যি এক নৈৰাজ্যৰ পৰিবেশ সৃষ্টি কৰিছিল তাৰ প্ৰতিক্ৰিয়াস্বৰূপে শিক্ষিত অসমীয়াই ইংৰাজ চৰকাৰৰ বিপক্ষে জেহাদ ঘোষণা কৰাৰ পৰিবৰ্তে বঙালী আমোলাসকলৰ বিপক্ষেহে 'যুদ্ধংদেহী' মনোভাবেৰে হাতত কলম তুলি লৈছিল। ভাষাৰ ভিত্তিত জন্ম হোৱা এনে জাতীয়তাবাদে শেষত ভাষিক-সাম্প্ৰদায়িকতাৰ জন্ম দিছিল। নিঃসন্দেহে এনে জাতীয়তাবাদ সুস্থ জাতীয়তাবাদ নাছিল। মন কৰিবলগীয়া যে এনে অসুস্থ জাতীয়তাবাদৰ অৱলম্বনতে গঢ়ি উঠিছিল 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ দৰে অনুষ্ঠান আৰু এনে অনুষ্ঠানক আশ্ৰয় কৰিয়েই লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, পদ্মনাথ গোহাঞিবৰুৱা আদি কৰি সেই কালৰ সাহিত্যৰ ৰথী-মহাৰথীসকলে ভাষা-সাহিত্য চৰ্চাত মনোনিৱেশ কৰিছিল।

১২। ঊনবিংশ শতিকাৰ অসমত অসমীযা জাতীয়তাবাদৰ অন্য এটি ধাৰা প্ৰবাহিত হোৱা দেখা যায়। সেইটো হ'ল অসমৰ বিভিন্ন ঠাইত ঔপনিবেশিক চৰকাৰৰ বিৰুদ্ধে হোৱা কৃষক বিদ্ৰোহসমূহ। কৃষকসকলে জন্ম দিয়া এনে জাতীয়তাবাদহে প্ৰকৃত আৰু সুস্থ জাতীয়তাবাদ আছিল। কিন্তু অসমৰ কৃষকসকল সু-সংগঠিত আৰু শৃংখলিত নাছিল। তদুপৰি কোনো পৰিকল্পিত বা দীৰ্ঘম্যাদী আঁচনি তেওঁলোকৰ হাতত নথকাত আৰু অসমীয়া শিক্ষিত মধ্যশ্ৰেণীটোৱে এনে ব্ৰিটিছবিৰোধী সংগ্ৰামক ভয় কৰি তাৰ নেতৃত্ব ল'বলৈ আগবাঢ়ি নহাত এই জাতীয়তাবাদে অসমীয়াৰ ওপৰত স্থায়ী প্ৰভাৱ পেলাব পৰা নাছিল। এই ক্ষেত্ৰত অসমীয়াৰ ওপৰত বিশেষ প্ৰভাৱ আৰু প্ৰতিপত্তি লাভ কৰিছিল ভাষিক জাতীয়তাবাদেহে।

১৩। ব্ৰিটিছ পুঁজিপতি শ্ৰেণীটোৱে অসমত চাহ বাগিচা খুলি চাহ বনুৱা শ্ৰেণীক যি নিৰ্মম শোষণ-নিষ্পেষণ চলাইছিল তাৰ প্ৰতি অসমীয়া মধ্যশ্ৰেণীটোৰ একাংশই চৰম উদাসীনতা দেখুৱাইছিল। তেওঁলোকৰ কিছুৱে আকৌ চাহ মালিকসকলকহে প্ৰশংসা কৰি তেনে মালিকসকলৰ কৃতজ্ঞতাভাজন হৈছিল।

উনবিংশ শতিকাৰ অসমীয়া মধ্যশ্ৰেণীৰ এই চাৰিত্ৰিক বৈশিষ্ট্যবোৰৰ সম্বন্ধে আমি ইয়াৰ পিছৰ অধ্যায়সমূহত বহলাই আলোচনা কৰিবলৈ যত্ন কৰিম; আৰু তাৰ যোগেদি আমি দেখিবলৈ পাম উনবিংশ শতিকাত আনকি বিংশ শতিকাৰ আদি ভাগলৈকে তেওঁলোকে অসমৰ শিক্ষা-সংস্কৃতি-ৰাজনীতি তথা অৰ্থনীতিৰ ক্ষেত্ৰত কি ধৰণৰ ভূমিকা পালন কৰিছিল। □

## সূত্ৰ নিৰ্দেশ ঃ

১। বদৰুদ্দিন উমৰ ঃ **ঈশ্বরচন্দ্র বিদ্যাসাগর ও উনিশ শতকের বাঙালী সমাজ**, পৃষ্ঠা- ১৫, চিরাযত প্রকাশন, কলকাতা, ১৯৯৮, জানুয়ারি

২। Jawaharlal Nehru ঃ **Glimpses of World History**, p 437-438, 1949, January

৩। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ২২

৪। **বঙ্কিম ৰচনাবলী** ; দ্বিতীয় খণ্ড, **ভারত কলঙ্ক** প্রবন্ধ দ্রষ্টব্য, পৃষ্ঠা- ২২২, পাত্র'জ পাবলিকেশন, কলিকাতা-৭৩

৫। **বঙ্কিম ৰচনাবলী** ঃ প্রথম খণ্ড, **আনন্দ মঠ** উপন্যাস দ্রষ্টব্য, পৃষ্ঠা- ৬৬৩, পাত্র'জ পাবলিকেশন, কলিকাতা-৭৩

৬। সুবোধ চক্রবর্তী (সম্পাঃ) ঃ **বিদ্যাসাগর রচনাবলী**, পৃষ্ঠা- ১৪৫৬, কামিনী প্রকাশালয়, কলিকাতা, শুভ মহালয়া ১৩৯৯

৭। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ২৮

৮। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ২৯

৯। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ২৮

১০। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ২৭

১১। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ১৮

১২। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ৫১

১৩। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ৫৮

১৪। **বঙ্কিম ৰচনাবলী** ; দ্বিতীয় খণ্ড, পূৰ্বোক্ত প্ৰবন্ধ, পৃষ্ঠা- ২২১

১৫। উমৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ৯২

১৬। Dr. Amalendu Guha ঃ **Medieval and Early Colonial Assam**, p.213, K.P. Bagchi and Co. Calcutta/ New Delhi, 1991

১৭। Ibid ; p.207

১৮। ড° প্ৰফুল্ল মহন্ত ঃ **অসমীয়া জাতীয়তাবাদৰ উৎস প্ৰসংগ**, পৃষ্ঠা- ৯১ জানকী প্ৰকাশন, গুৱাহটী-১, ১৯৯৪ চন

১৯। ড° হীৰেন গোহাঁই ঃ **সাহিত্য আৰু চেতনা**, পৃষ্ঠা- ২১, লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, ১৯৯১ চন

## দ্বিতীয় অধ্যায়

# ব্ৰিটিছ্ সাম্ৰাজ্যবাদৰ প্ৰতি ঊনবিংশ শতিকাৰ অসমীয়া মধ্যশ্ৰেণীৰ মনোভাব

### ২.১ আগকথা

মানক খেদিবলৈ আহি ব্ৰিটিছে অন্যায়কৈ অসম দখল কৰেহি। ব্ৰিটিছে অসমৰ শাসনভাৰ লোৱাৰ লগে লগে অন্ত পৰিল ছশ বছৰীয়া আহোম ৰাজতন্ত্ৰৰ আৰু আৰম্ভ হ'ল অসমত আধুনিক যুগৰ। ইংৰাজ শাসনে অসমলৈ এহাতে যেনেকৈ নতুন যুগৰ বাৰ্তা কঢ়িয়াই আনিছিল আনহাতে সি সাম্ৰাজ্যবাদী শ্ৰেণীৰ শাসন-শোষণৰ নতুন আৰু উন্নত পদ্ধতিসমূহ আনি অসমীয়া প্ৰজাৰ মূৰৰ ওপৰত মাধমাৰ সোধাইছিল।

প্ৰণিধানযোগ্য কথা যে তৎকালীন অসমৰ অৰাজক তথা অশান্তিকৰ পৰিৱেশত সৰ্বসাধাৰণ অসমীয়া প্ৰজাই ইংৰাজ শাসনৰ তলত কিছুদিনলৈ প্ৰশান্তি লাভ কৰিলেও আৰু একাংশ অভিজাত শ্ৰেণীৰ লোকে ইংৰাজ শাসনক আদৰণি জনালেও ৰাজ ক্ষমতাৰ আকাংক্ষী সামন্তীয় অভিজাত শ্ৰেণীটোৱে সেই শাসনক সহজে মানি ল'ব পৰা নাছিল। সেয়েহে গোমধৰ কোঁৱৰ, পিয়লি ফুকনহঁতে পুনৰ ৰাজ ক্ষমতা প্ৰাপ্তিৰ বাবে ব্ৰিটিছ সাম্ৰাজ্যবাদক কলিতে বিনাশ কৰিবলৈ সশস্ত্ৰ বিদ্ৰোহৰ পথ গ্ৰহণ কৰিছিল। অৱশ্যে সাম্ৰাজ্যবাদী শ্ৰেণীৰ আধুনিক আৰু উন্নত অস্ত্ৰ-শস্ত্ৰৰ আগত সেই বিদ্ৰোহ নিশ্চিহ্ন হৈ গৈছিল অতি কৰুণভাৱে। এইদৰে ব্ৰিটিছ সাম্ৰাজ্যবাদী শক্তি আৰু সামন্তীয় অভিজাত শ্ৰেণীটোৰ মাজত দ্বন্দ্ব চলি থকাৰ সময়তেই অসমত মধ্যশ্ৰেণী এটাৰো ধীৰে ধীৰে উত্থান ঘটিল। এই শ্ৰেণীটো তেতিয়া ব্ৰিটিছ প্ৰশাসনৰ লগত যুক্ত হৈ ব্ৰিটিছ প্ৰশাসনৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰিছিল। ইংৰাজ শাসকৰ পৰা পদ-পুৰস্কাৰ লাভ কৰাৰ বিনিময়ত এওঁলোকে স্বাধীনতাৰ দাবী বিসৰ্জন দিছিল।

### ২.২ মণিৰাম দেৱানৰ ভূমিকা

তদানীন্তন অসমৰ এজন প্ৰসিদ্ধ আৰু প্ৰভাৱশালী নেতা আছিল মণিৰাম দেৱান। ১৮৫৭ চনৰ আগলৈকে তেওঁ আছিল ইংৰাজৰ এজন পৰমভক্ত আৰু মুখ্য পৰামৰ্শদাতা।

ব্ৰিটিছ সাম্ৰাজ্যবাদী শাসন-শোষণৰ স্বাৰ্থত তেওঁ প্ৰজাৰ পৰা নিৰ্মমভাৱে খাজনা উঠোৱাৰ পৰা আৰম্ভ কৰি বিদ্ৰোহ দমন কৰালৈকে সকলো কামতেই ব্ৰিটিছৰ লগত সহযোগ কৰিছিল। ব্ৰিটিছৰ বিৰুদ্ধে পিয়লি ফুকনহঁতে কৰা বিদ্ৰোহত দেৱানে অংশগ্ৰহণ কৰাতো বাদেই বৰং বিদ্ৰোহীহঁতক "ডিঙিত ফটা মেখেলা আঁৰি নানা দুৰ্গতি"[১] কৰিবলৈহে তেওঁ বিচাৰকৰ আসনৰ পৰা ৰায় দিছিল। ব্ৰিটিছ প্ৰশাসনত মুগ্ধ হৈ দেৱানে সেই প্ৰশাসনক অসমত এক কল্প বছৰ জীয়াই ৰাখিবলৈ ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা জনাইছিল।[২] নিঃসন্দেহে ব্ৰিটিছ প্ৰশাসনক সহায়-সহযোগ কৰাৰ অন্তৰালত দেৱানৰ ক্ষুদ্ৰ ব্যক্তিগত স্বাৰ্থহে জড়িত আছিল। কিন্তু এই ব্যক্তিগত স্বাৰ্থত ব্ৰিটিছে ধীৰে ধীৰে আঘাত হানিবলৈ ধৰিলে। ব্ৰিটিছ পুঁজিৰ প্ৰধান প্ৰতিদ্বন্দ্বী দেৱানৰ প্ৰভাৱ আৰু প্ৰতিপত্তি কলিতে বিনাশ কৰিবলৈ সাম্ৰাজ্যবাদী শোষক শ্ৰেণীটোৱে উঠি-পৰি লাগিল। আঘাতৰ প্ৰকোপ শেহলৈ ইমানেই বেছি হ'বলৈ ধৰিলে যে ব্ৰিটিছৰ বিৰুদ্ধাচৰণ কৰাৰ বাহিৰে দেৱানৰ তেতিয়া আৰু আন কোনো উপায় নাছিল। দেৱানৰ তথাকথিত দেশপ্ৰেমৰ নমুনা "মণিৰাম দেৱানৰ দেশপ্ৰেম ঃ এটি সমালোচনাত্মক বিচাৰ"[৩] নামৰ এটি প্ৰবন্ধত আমি সবিস্তাৰে কেতিযাবাই উল্লেখ কৰি থৈছোঁ। সেয়েহে এই প্ৰবন্ধত আমি বহলাই আলোচনা কৰিব খোজা নাই। মুঠতে ক'ব পাৰি যে দেৱানক কোনোপধ্যেই 'জাতীয় বীৰ' বা 'জাতীয় শ্বহীদ' হিচাপে আখ্যা দিব নোৱাৰি, যিদৰে জাতীযতাবাদী ইতিহাসবিদ স্বৰ্গীয় বেণুধৰ শৰ্মাই দিছে।

## ২.৩ হলিৰাম ঢেকিয়াল ফুকন

স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ হৈ মানৰ বিৰুদ্ধে যুঁজ দিয়া হলিৰাম ঢেলিযাল ফুকনে ইংৰাজ আমোলত মাটি বন্দবস্তীৰ কামত ডেভিদ স্কটৰ প্ৰধান সহযোগী হোৱাৰ উপৰিও পিছলৈ নামনি খণ্ডৰ কালেক্টৰী চিৰস্তাদাৰ আৰু গুৱাহাটীৰ এছিষ্টেণ্ট মেজিষ্ট্ৰেটৰ পদ লাভ কৰি ব্ৰিটিছৰ এজন বিশ্বস্ত কৰ্মচাৰীৰূপে পৰিচয় দিছিল। সেয়েহে ব্ৰিটিছ কোম্পানীৰ শাসনত মুগ্ধ হৈ ঢেকিয়াল ফুকনে তেওঁৰ আসাম বুৰঞ্জীত এইদৰে প্ৰশংসা কৰি লেখিছে ঃ "এই ক্ষণে ইংলণ্ডীযাধীন হওযাতে অদ্বিষয়েৰ অধিক সুৰীতি স্থাপনা কৰি গিয়াছে। অনুমান হয় এই ৰাজ্যৰ শাসন থাকিলে (অৰ্থাৎ ব্ৰিটিছৰ) কিছু কালেৰ পৰে লোকেৰ সভ্যতা জন্মিবেক।"[৪]

## ২.৪ যজ্ঞৰাম খাৰঘৰীয়া ফুকন

হলিৰাম ঢেকিয়াল ফুকনৰ ভ্ৰাতৃ যজ্ঞৰাম খাৰঘৰীয়া ফুকনো আছিল ব্ৰিটিছ প্ৰশাসনৰ এজন উচ্চপদস্থ কৰ্মচাৰী। প্ৰথমে তেওঁ পুলিচ ছুপাৰিণ্টেণ্ডেণ্ট আৰু তাৰ পিছত তেওঁ সদৰামীন হৈছিলগৈ। তেওঁৰ আচাৰ-ব্যৱহাৰ আদি সকলোতে এটি চাহাবী ঢং আছিল।

ইংৰাজ চাহাবৰ লগত একেলগে বহি মদ আৰু গো-মাংস ভক্ষণ কৰা যজ্ঞৰাম যে ইংৰাজৰ একান্ত অনুগত আৰু বিশ্বস্ত কৰ্মচাৰী আছিল সেই বিষয়ে সন্দেহৰ কোনো অৱকাশ নাই। ফুকনে অসমীয়া ভাষা-সংস্কৃতিৰ উন্নতিতকৈ ইংৰাজী আৰু বাংলা ভাষা-সংস্কৃতিৰ উন্নতিৰ প্ৰতিহে যথেষ্ট উৎসাহী আছিল। সেযেহে ১৮৩৫ চনত গুৱাহাটীত এখন ইংৰাজী আৰু বঙালী স্কুল স্থাপনৰ বাবে তেওঁ গণ্যমান্য ব্যক্তিসকলৰ লগতে উদ্যোগ গ্ৰহণ কৰাৰ উপৰি অৰ্থ সাহায্যও আগবঢাইছিল। যিসকল অসমীয়াই ইংৰাজী শিক্ষা-সংস্কৃতিৰ দ্বাৰা লালিত-পালিত হৈ অসমীয়া ভাষা-সংস্কৃতিক ঘৃণা কৰিবলৈ লৈছিল সেইসকলৰ ভিতৰত বোধহয় যজ্ঞৰামকো থ'ব পাৰি।

## ২.৫ হৰকান্ত শৰ্মা মজিন্দাৰ বৰুৱা

সেই সময়ৰ অসমীয়া সমাজৰ এজন উল্লেখযোগ্য ব্যক্তি আছিল হৰকান্ত শৰ্মা মজিন্দাৰ বৰুৱা। ব্ৰিটিছ কোম্পানীৰ তলত প্ৰথমে চিৰস্তাদাৰ আৰু তাৰ পিছত সদৰামীনৰূপে চাকৰি কৰি ইংৰাজ শাসকগোষ্ঠীৰ পৰা প্ৰশংসা লাভ কৰিছিল। তেওঁৰ ৰাজভক্তিৰ নিদৰ্শন তেওঁৰ আত্মজীৱনীখনতেই পৰিষ্কাৰভাৱে প্ৰকাশ পাইছে। ব্ৰিটিছ প্ৰশাসনৰ তলত প্ৰশান্তি লাভ কৰা এইজন ৰাজকৰ্মচাৰীয়ে ব্ৰিটিছবিৰোধী কোনো লোকৰ লগত সংশ্ৰৱ ৰক্ষা নকৰিছিল। আনকি একালৰ ৰাজভক্ত মণিৰাম দেৱান পিছলৈ ব্ৰিটিছবিৰোধী হোৱাত দেৱানৰ সংগও মজিন্দাৰ বৰুৱাই এৰাই ফুৰিছিল আৰু আনকো তেওঁৰ সংগ নল'বলৈ উপদেশ দি ফুৰিছিল। যেতিয়া মণিৰাম দেৱানে কন্দৰ্পেশ্বৰ সিংহক 'মলুক লাল-বন্দী কৰাই দিম বুলি ভটীয়াই আহি ঘনকান্ত সিংহ যুৱৰাজৰ দেবীঘৰতে আছিল' তেতিয়া মজিন্দাৰ বৰুৱাই ঘনকান্ত সিংহক এইদৰে উপদেশ দিছিল ঃ

> "দেৱতা পূৰ্বে উজনি খণ্ড পুৰন্দৰ সিংহ ৫০,০০০ পঞ্চাশ হাজাৰ টাকাত লাল বন্দী পোৱাতে এই মণিৰাম কালেক্টৰি চেৰস্তাদাৰ ও কাশীনাথ তামুলী ফুকন দেৱানীৰ, আৰু লঠৌ ফৌজাদাৰীৰ চেৰস্তাদাৰ থাকোঁতে ৰাজাৰ বদনাম লৈ লাল-বন্দী গুছিল। এতিয়াও যদি মোক সুধিছে, মণিৰামৰ কথা শুনিব লগা নাই, বৰং তেওঁক ইয়াৰ পৰা বিদায় দিয়ক। তেওঁ ইয়াত থাকিলে মঞি দেৱতাৰ ঘৰে নাহোঁ, কিয়নো, কমিচনাৰ সাহাবে মোত সুধিছিল— মণিৰাম, মলুক, কন্দৰ্পেশ্বৰ ৰাজাক, লাল-বন্দী কৰি দিবৰ কাৰণ আহিছে? — ক'ত আছে? মঞি ক'লোঁ— যুৱৰাজৰ দেবীঘৰত আছে? তাতে সাহেব ক'লে— যুবৰাজ চামিল হ'লনে? মঞি ক'লোঁ— সাহেব, কি চামিল হ'ব। ৪৬০ টাকা পেন্চীন্ পাই খাব নোজোৰে, তিনি-চাৰি হাজাৰ টকাৰ ধাৰ, মঞি জানোঁ। মণিৰাম, ক'তো থাকিবৰ ঠাই নাপাই, দেবীঘৰ উদং দেখি, ধৰি, তাতে আছে। অন্য কথা নাই। এই কথা সাহেবত কৈ আহিছোঁ। এতেকে মণিৰাম ইয়াত থাকিব নালাগে,

> বিদায় নিয়ক ('দিয়ক' শব্দটো বোধহয় ভুলকৈ 'নিয়ক' বুলি ছপা হৈছে— এই প্ৰবন্ধকাৰ)। আৰু তেওঁ থকা দেখি মত্ৰিও অহা নাই। তেওঁ গ'লেহে আহিম। এইবুলি যুৱৰাজক বিদায় হৈ আহিলোঁ।"[৫]

আনকি ১৮৬৪ চনত ভোটে ইংৰাজৰ পৰা পুনৰ দেৱানগাৰী কাঢ়ি লোৱাত ভোটক দমন কৰিবলৈ মজিন্দাৰ বৰুৱা ইংৰাজৰ প্ৰতিনিধি হৈ ৰঙিয়াত আছিল গৈ।[৬] তেওঁৰ এই ৰাজভক্তি আৰু ৰাজকাৰ্য্যত সন্তুষ্ট হৈ সেই সময়ৰ উচ্চপদস্থ ইংৰাজ বিষয়া ৰৌলট্ চাহাবে তেওঁক নানা ধৰণৰ উপহাৰ দিয়াৰ কথা বৰুৱাই নিজেই উল্লেখ কৰিছে ঃ

> "ৰৌলট্ সাহেব আমাৰ কৰ্ম-কাৰ্যত নৈপুণতা দেখি বৰ সন্তোষ্ট হৈ একখন বৰ ডাঙ্গৰ থিয়ৈ মানুহটোক দেখা বৰ আৰ্চী আৰু বাবু-বিলাস নামক এক কেতাপ, ও ভাৰতবৰ্ষৰ ইতিহাস এক, ও ইংৰাজী-বাঙ্গালা ডাঙ্গৰ ডিক্সনাৰী এক কেতাপ দিছিল।"[৭]

## ২.৬ যাদুৰাম ডেকাবৰুৱা

অসমীয়া ভাষাত প্ৰথম অভিধান লিখোঁতা যাদুৰাম ডেকাবৰুৱাও আছিল সেই সময়ৰ এজন বিশ্বস্ত ৰাজকৰ্মচাৰী। ব্ৰিটিছ্ প্ৰশাসনত সদৰামীনৰ বাব পোৱা যাদুৰামে ৰাজদ্ৰোহ কৰাসকলক সহ্য কৰিব নোৱাৰিছিল। সেয়েহে তেওঁ "গমধৰ কোঁৱৰৰ বিচাৰ হওঁতে মণিৰাম দেৱান, মাধৱৰাম বৰগোহাঁই প্ৰভৃতিৰে সৈতে পঞ্চাযত বহি কোঁৱৰৰ ৰাজবিদ্ৰোহিতাৰ ৰায দিছিল।"[৮]

## ২.৭ দীননাথ বেজবৰুৱা

স্বৰ্গদেউ পুৰন্দৰ সিংহৰ ব্যক্তিগত চিকিৎসকৰূপে স্বীকৃতি পোৱা ডাঙৰীয়া দীননাথ বেজবৰুৱা ব্ৰিটিছ্ প্ৰশাসনত চিৰস্তাদাৰ বিষয় লাভ কৰিছিলগৈ। ব্ৰিটিছ্ প্ৰশাসনৰ প্ৰতি থকা তেওঁৰ ভক্তি তেওঁৰ সুযোগ্য পুত্ৰ লক্ষ্মীনাথ বেজবৰুৱাৰ কলমৰ আগেদি পৰিষ্কাৰভাৱে প্ৰকাশ পাইছে ঃ "কিন্তু গবৰ্ণমেণ্টৰ বিৰুদ্ধে চলা কোনো কথা আৰু কামত কেতিয়াও তেওঁ মত নিদিছিল; বৰং প্ৰজাপালক ৰজাক ঈশ্বৰৰ প্ৰতিনিধি স্বৰূপে দেখিবলৈ সকলোকে উপদেশ দিছিল।"[৯]

এনেদৰেই ইংৰাজ শাসনৰ প্ৰাৰম্ভিক কালছোৱাত সেই শাসনৰ ছত্ৰছায়াত লালিত-পালিত হোৱা অসমীয়া মধ্যশ্ৰেণীটোৱে ব্ৰিটিছ্ ৰাজৰ জয়গুণ গাই সুখে-সন্তোষে থকাটোকেই জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল। ব্ৰিটিছৰ শোষণমুখী শাসনত জীৱন দুৰ্বিষহ হৈ পৰা সৰ্বসাধাৰণ প্ৰজাৰ প্ৰতি মনোযোগ দিবলৈ এওঁলোকৰ আহৰি নাছিল। চতুৰ সাম্ৰাজ্যবাদী শাসক শ্ৰেণীয়েও ইয়াকেই বিচাৰিছিল। এই সন্দৰ্ভত লক্ষ্মীনাথ তামুলীয়ে ঠিকেই কৈছে ঃ

"নিজৰ অস্তিত্ব প্ৰতিষ্ঠা আৰু বিষয়াবৰ্গৰ অসন্তুষ্টিৰ পৰা হ'ব পৰা তৎকালীন বিদ্ৰোহৰ বিপদ এৰাবৰ অৰ্থে ইংৰাজ প্ৰশাসনে সহযোগী হিচাপে লোৱা এই শ্ৰেণীটোৱে ইতিপূৰ্বে ভোগ কৰি থকা সামন্তযুগীয় সা-সুবিধাবোৰ তৎকালেই বাতিল কৰি নিদি পূৰ্ববত অব্যাহত ৰাখিছিল আৰু ৰক্ষণাবেক্ষণ দিছিল। এই ব্যৱস্থাৰ ফলত নতুন শ্ৰেণীটোৱে নতুন প্ৰশাসনৰ পৰা তেওঁলোকৰ আৰ্থিক নিৰাপত্তা আৰু সামাজিক সম্ভ্ৰম ৰক্ষাৰ প্ৰতিশ্ৰুতি বিচাৰি পাই চৰ্তহীন সহায়-সহযোগত প্ৰাণ ঢালি দি নিজকে ধন্য মানিছিল।"[১০]

## ২.৮ আনন্দৰাম ঢেকিয়াল ফুকনৰ মনোভাৱ

ইয়াৰ পিছতে আহিল অসমীয়া ভাষা পুনঃ প্ৰতিষ্ঠাকালীন জাতীয়তাবাদী মধ্যশ্ৰেণী। এইসকলৰ ভিতৰত নিঃসন্দেহে আনন্দৰাম ঢেকিয়াল ফুকন অগ্ৰণী বুলিব পাৰি। অসমীয়া জাতীয়তাবাদৰ পিতৃ বুলি ইতিমধ্যেই আনন্দৰামক স্বীকৃতি দিয়া হৈছে। ফুকন আছিল এজন আধুনিক মনৰ মানুহ। পাশ্চাত্য শিক্ষাৰে শিক্ষিত আনন্দৰামে ব্ৰিটিছ প্ৰশাসনৰ ছত্ৰছায়াতেই এখন সৰ্বাংগ সুন্দৰ আধুনিক অসম গঢ়াৰ সপোন দেখিছিল। স্বাধীনতা তেওঁ বিচৰা নাছিল। ব্ৰিটিছ চৰকাৰৰ এজন উচ্চ পদস্থ কৰ্মচাৰী হৈ তেওঁ ৰাজদ্ৰোহ কৰাসকলৰ প্ৰতি বিৰূপ মনোভাব গ্ৰহণ কৰিছিল। আনকি "অসমীয়া মানুহৰ পৰা গৱৰ্ণমেণ্টৰ প্ৰতি কোনো প্ৰকাৰৰ বিদ্ৰোহিতা হ'ব নোৱাৰে"[১১] বুলি তেওঁ চৰকাৰক প্ৰতিশ্ৰুতিও দিছিল। সেয়েহে ব্ৰিটিছে অন্যায়কৈ মণিৰামক ফাঁচি দিয়াৰ বিৰুদ্ধে তেওঁ মুখেৰে এটা শব্দও উচ্চাৰণ কৰা নাছিল। সাম্ৰাজ্যবাদীৰ শাসনত মোহগ্ৰস্ত হৈ তেওঁ **অসম দেশৰ সংক্ষেপ বুৰঞ্জী**ত কৈছে ঃ

"অসম দেশ মানৰ অধিকাৰত মহা দুৰ্গতিত পৰি অৰাজক প্ৰায় হ'ল, কিন্তু এতিয়া ইংগ্লণ্ডীয়াধিকাৰ হোৱাত ক্ৰমে উন্নতি হ'ব লাগিচে আৰু কিছু কালৰ মূৰত আকৌ পূৰ্বৰ দৰে হ'ব আৰু লোক সকলো সভ্য আৰু সুখী হ'ব, এতেকে ঈশ্বৰে আমাৰ দেশৰ ভাললৈহে ইংৰাজক অধিপতি কৰিচে।"[১২]

## ২.৯ গুণাভিৰাম বৰুৱা

ভাবাদৰ্শৰ পিনৰ পৰা আনন্দৰাম হলিৰাম ঢেকিয়াল ফুকন, যজ্ঞৰাম খাৰঘৰীয়া ফুকনহঁতৰ সাৰ্থক উত্তৰাধিকাৰী আছিল। আনহাতে হলিৰাম, আনন্দৰামহঁতৰ ভাবাদৰ্শক সাৰ্থকভাৱে প্ৰতিনিধিত্ব কৰিছিল গুণাভিৰাম বৰুৱাই। ব্ৰিটিছ প্ৰশাসনৰ এজন বিশ্বস্ত কৰ্মচাৰী হৈ ১৮৮৭ চনত তেওঁ ৰায়বাহাদুৰ উপাধি লাভ কৰে। ইংৰাজ চৰকাৰৰ প্ৰতি থকা তেওঁৰ প্ৰগাঢ় ভক্তি আৰু প্ৰীতিৰ বাবে তেওঁ ইংৰাজ শাসনক চৰ্তহীনভাৱে সমৰ্থন আৰু প্ৰশংসা কৰিছিল। তেওঁ কৈছে ঃ

"প্ৰায় ১৮২৪ সনৰে পৰা আজিলৈকে অসম দেশত ব্ৰিটিশ শাসনৰ সময় পঞ্চাশ বৎসৰ হইছে। ইয়াতে দেশৰ সকলো প্ৰকাৰ উন্নতি হ'ব লাগিছে। ইয়াতে এনে বোধ হয় জগদীশ্বৰে এই দেশৰ মঙ্গলৰ অৰ্থেহে ইয়াক ব্ৰিটিশ গবৰ্ণমেণ্টৰ অধীন কৰিছে। ..... লোকসকলে এই সুশাসনত পৰম সুখে থাকি পৰমেশ্বৰক ধন্যবাদ কৰিছে।"[১৩]

## ২.১০ হেমচন্দ্ৰ বৰুৱা, গঙ্গাগোবিন্দ ফুকন, গোবিন্দ বেজবৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ ৰৰুৱাৰ ভূমিকা

গুণাভিৰাম বৰুৱাৰ সমসাময়িক 'হেমকোষ' প্ৰণেতা হেমচন্দ্ৰ বৰুৱায়ো ব্ৰিটিছৰ প্ৰতি ৰাজভক্তি প্ৰদৰ্শন কৰিয়েই অসমীয়া ভাষা-সাহিত্যৰ চৰ্চাত মনোনিৱেশ কৰিছিল।

সেই সময়ত অসমীয়া সমাজত প্ৰতিষ্ঠা লাভ কৰা অসমীয়া মধ্যবিত্ত কুলৰ ভিতৰত গঙ্গাগোবিন্দ ফুকন, গোবিন্দ বেজবৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আদি সকলোৱেই ব্ৰিটিছ শাসনক নিৰ্ব্বিবাদে গ্ৰহণ কৰি তাৰ ছত্ৰছায়াতেই নিজৰ আৰু দেশৰ উন্নতিৰ বাবে চেষ্টা কৰিছিল। মাণিকচন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱাই কলিকতা অসমীয়া সাহিত্য সভাৰ হৈ ১৮৭২ চনত ভাৰতৰ বৰলাট নৰ্থব্ৰুকক যিখন আবেদন পত্ৰ দিছিল তাত তেওঁলোকৰ ৰাজভক্তি আৰু ৰাজপ্ৰশস্তি সুন্দৰভাৱে প্ৰকাশ পাইছে ঃ

> "Your Lordship combines with a scientific knowledge of finance, a grave sense of the responsibility attached to your high office, an earnest desire for improvement of the teeming millions under your rule and a sincere regard for the principle of equity and benevolence. Your Lordship will therefore, allow us to say that Her Majesty could not have made a better selection to govern one fifth of the Human race and the people of India could not have obtained a better ruler." [১৪]

ইংৰাজ শাসনৰ প্ৰতি থকা মোহ উক্ত দুই বৰুৱাই পিছৰ কালতো বৰ্জন কৰিব পৰা নাছিল। অৱশ্যে 'আসাম এছোচিয়েচন'ৰ ফালৰ পৰা চৰকাৰৰ খাজনা বঢ়োৱা আঁচনি আৰু সাৰ্বজনিক সভাৰ জৰিয়তে 'ভূমি আৰু জঙ্গল আইন'ৰ বিৰুদ্ধে জগন্নাথ বৰুৱা, গঙ্গাগোবিন্দ ফুকন, গোবিন্দ বেজবৰুৱাহঁতে বিশাল কৃষক ৰাইজৰ লগতে প্ৰতিবাদ কৰিছিল যদিও সম্পূৰ্ণৰূপে ব্ৰিটিছ সাম্ৰাজ্যবাদক উৎখাত কৰিবলৈ তেওঁলোক আগবাঢ়ি অহা নাছিল।

## ২.১১ বলিনাৰায়ণ বৰা আৰু ৰাধানাথ চাংকাকতীৰ ভূমিকা

অসমৰ সংবাদ জগতলৈ এক উল্লেখযোগ্য সংযোজন হ'ল মৌ নামৰ আলোচনীখন আৰু টাইমচ্ অৱ্ আচাম নামৰ ইংৰাজী কাকতখন। মৌৰ সম্পাদক তথা লেখক

বলিনাৰায়ণ বৰা আৰু টাইমচ্ অৰ্ আচামৰ প্ৰতিষ্ঠাপক সম্পাদক ৰাধানাথ চাংকাকতী দুয়োজনেই আছিল ব্ৰিটিছভক্ত। স্বৰ্গীয় বৰাৰ ৰাজভক্তিৰ উদাহৰণ মৌ আলোচনীৰ পৰা দেধাৰ দিব পৰা যায়। ব্ৰিটিছ্ শাসনৰ প্ৰশংসাত পঞ্চমুখ হৈ তেওঁ মৌৰ তৃতীয় সংখ্যাত লিখিছিল ঃ "এই অৰ্দ্ধ শতাব্দীত ভাৰতবৰ্ষ ইংৰাজ জাতি আৰু মহাৰাণীৰ অধিনত থাকি যিমান উন্নতি লাভ কৰিছে, আন কোনো দেশে তিমান কৰিছে কি নাই সন্দেহ।"[১৫]

ভাৰতৰ তেনে উন্নতিত আহ্লাদিত হৈ সেয়েহে তেওঁ পুনৰ কৈছে— " ইংৰাজক দেশর পরা আমি একে বেলিয়ে খেদিব নোখোজো। ভারতর মংগলর নিমিত্তে ভালেদিনলৈকে ইয়াত ইংৰাজ শাসন লাগতীয়াল।"[১৬]

সেইদৰে ৰাধানাথ চাংকাকতীয়েও তেওঁৰ কাকতখনৰ যোগেদি ব্ৰিটিছ্ শাসক-শোষৰ শ্ৰেণীৰ আনুগত্য প্ৰকাশ কৰি তেওঁৰ ব্যৱসায়ত মনপুতি লাগিছিল। তেওঁৰ মৃত্যুৰ দিনলৈকে কাকতখন আছিল ব্ৰিটিছ্ শাসক-শোষক শ্ৰেণীৰ মুখপত্ৰস্বৰূপ। "একপ্ৰকাৰে ক'বলৈ গ'লে সেই সময়ৰ ইংৰাজ চৰকাৰৰ শুভ দৃষ্টিয়েই 'টাইমছ্'ৰ ভাগ্য ৰচনা কৰিছিল।"[১৭]

## ২.১২ পণ্ডিত ধীৰেশ্বৰাচাৰ্যৰ ৰাজপ্ৰশস্তি

সেই কালৰ অসমৰ এজন সংস্কৃত পণ্ডিত ধীৰেশ্বৰাচাৰ্যই ১৯০১ চনত ভাৰতৰ বৰলাট লৰ্ড কাৰ্জন অসমলৈ আহোঁতে সংস্কৃত ভাষাত অভিনন্দন পত্ৰ এখন পাঠ কৰি ৰাজভক্ত পণ্ডিতৰূপে চিনাকি দিছিল। "সেই একে বছৰতে ইংল্যেণ্ডৰ ৰজা সপ্তম এডৱাৰ্ডৰ মৃত্যু হয় আৰু পঞ্চম জৰ্জে সিংহাসনত আৰোহণ কৰে। এই দুটা ঘটনাক উপলক্ষ্য কৰি ধীৰেশ্বৰাচাৰ্যই দুটা ব্ৰিটিছ্ ৰাজভক্তিসূচক স্তোত্ৰ ৰচনা কৰিছিল, প্ৰথমটো আছিল শোক প্ৰকাশকসূচক আৰু দ্বিতীয়টো আনন্দ প্ৰকাশক। সেই একেজন মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য কবিৰত্নদেৱে কটন প্ৰশস্তি ৰচনা কৰিও মহানন্দ লাভ কৰিছিল।"[১৮] ধীৰেশ্বৰাচাৰ্যই ব্ৰিটিছৰ প্ৰতি দেখুৱা এই ৰাজভক্তিৰ বাবেই চৰকাৰে তেওঁক ১৯১০ চনত 'মহামহোপাধ্যায়' উপাধি দিয়ে।[১৯]

## ২.১৩ লক্ষ্মীনাথ বেজবৰুৱাৰ দৃষ্টিভংগী

আনন্দৰাম, গুণাভিৰামৰ ৰাজভক্তি ঐতিহ্যকেই উনবিংশ শতিকাৰ শেষৰ পিনে সাৰ্থকৰূপত প্ৰতিনিধিত্ব কৰিছিল জোনাকী যুগৰ ৰোমাণ্টিক ভাববিলাসত উটি যোৱা বিদ্বৎমণ্ডলীয়ে। এওঁলোকৰ প্ৰত্যেকে পৰাধীনতাকেই শিৰোধাৰ্য কৰি অসমীয়া ভাষা-সংস্কৃতিৰ উন্নতিৰ বাবে যথাসাধ্য চেষ্টা কৰিছিল। জোনাকীযুগীয়া এইসকল শিক্ষিত মধ্যশ্ৰেণীৰ ভিতৰত প্ৰধান ধনুৰ্ধৰ আছিল লক্ষ্মীনাথ বেজবৰুৱা। কংগ্ৰেছৰ প্ৰতি উদাৰ

মনোভাব পোষণ কৰিলেও, মাজে মাজে ব্ৰিটিছৰ কু-শাসনৰ প্ৰতি মন বিদ্ৰোহী হৈ 'এংলো ইণ্ডিয়ান' আদিৰ দৰে ব্ৰিটিছবিৰোধী ৰচনা লিখিলেও, অন্তিম বিচাৰত, বেজবৰুৱাই মূলতঃ ইংৰাজক ভাৰতৰ পৰা বিদায় দিয়াৰ পক্ষপাতী নাছিল। সেয়েহে তেওঁ স্বাধীনতা আন্দোলনতো কোনোদিনেই যোগ দিয়া নাছিল। 'এংলো ইণ্ডিয়ান' ৰচনাখনিত কৃপাবৰৰূপী বেজবৰুৱাই যদিও ইংৰাজ প্ৰশাসনৰ দোষ-ত্ৰুটীবোৰৰ বিষয়ে সমালোচনা কৰিছে তথাপি শেষ মুহূৰ্তত গৈ থৈ তেওঁ ইংৰাজ সাম্ৰাজ্যবাদীৰ চৰণতেই মূৰ দোঁৱাইছে ঃ "ইংৰাজে ভাৰতৰ অনেক উপকাৰ কৰিছে আৰু ভাৰতবৰ্ষ ইংৰাজৰ ওচৰত অনেক প্ৰকাৰে ধৰুৱা। ইংৰাজ ভাৰতৰ গৰাকী হৈ থাকে এনে আশা ভাৰতে সদায় কৰে।"[২০]

## ২.১৪ হেমচন্দ্ৰ গোস্বামী আৰু পদ্মনাথ গোহাঞি বৰুৱাৰ ৰাজভক্তি

জোনাকী যুগৰ অসমীয়া সাহিত্যৰ আন দুজন বঠাধাৰী আছিল ক্ৰমে পদ্মনাথ গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। দুয়োজনেই আছিল ৰাজভক্ত কৰ্মচাৰী। মনকৰিবলগীয়া কথা যে ব্ৰিটিছৰ প্ৰতি ৰাজভক্তি প্ৰদৰ্শন কৰিলেও বেজবৰুৱাই মাজে মাজে ব্ৰিটিছ প্ৰশাসনৰ দোষ-ত্ৰুটীসমূহ সমালোচনা নকৰাকৈ থকা নাছিল। কিন্তু হেমচন্দ্ৰ, পদ্মনাথহঁতে স্বাধীনতা আন্দোলনত যোগ দিয়াতো বাদেই আনকি চৰকাৰৰ ভুল-ত্ৰুটীসমূহ আঙুলিয়াই দিবলৈও সাহস কৰা নাছিল। হেমচন্দ্ৰ গোস্বামীৰ সন্দৰ্ভত বেণুধৰ শৰ্মাই এঠাইত কৈছে ঃ

> "তেখেতে ব্ৰিটিছ শাসনবিৰোধী স্বৰাজৰ আন্দোলনকাৰীক দান-বৰঙণি দিয়া দূৰৈৰ কথা, তেনে আন্দোলনৰ লগত জড়িত থকা স্বৰাজ কৰ্মীক কেতিয়াবা পাকত পৰিলে, ফাটেকো দিব লাগেহে। গতিকে, এনেজনৰ ঘৰত স্বৰাজৰ বা স্বৰাজৰ অৰ্থে কৰা দান-বৰঙণি উত্থাপনৰ প্ৰবেশ নিষেধ। স্বৰূপ কথা ক'বলৈ গ'লে হেমচন্দ্ৰ গোস্বামীয়ে স্বৰাজৰ নামত কুটা এডাল পেলালেও চৰকাৰৰ চকুত ৰাজদ্ৰোহী অপৰাধত পৰিব লাগিব।"[২১]

আনকি শাসন-শোষণৰ স্বাৰ্থত ব্ৰিটিছে অসমত অন্যায়কৈ বাংলা ভাষা প্ৰচলন কৰাত ৰাজভক্ত হেমচন্দ্ৰই তাৰ বাবে ইংৰাজ শাসক শ্ৰেণীক জগৰীয়া নকৰি বঙালী আমোলাসকলকহে জগৰীয়া কৰিছিল। আনহাতে পদ্মনাথ গোহাঞিবৰুৱাই ঊষা কাকতত তেওঁৰ অচলা ৰাজভক্তি এটি ছনেট কবিতাৰে প্ৰকাশ কৰিছিল ঃ

> "পতিত উদ্ধাৰি ভূপ ভাৰত ঈশ্বৰ
> ৰাজভক্তি কৃতজ্ঞতা লোৱা অসমৰ।"[২২]

সেয়েহে ইংৰাজ শাসনত মুগ্ধ হৈ তেওঁ দ্বিধাহীনভাৱে প্ৰশংসা কৰি কৈছে ঃ

> "আমাৰ পূৰ্বাৱস্থাৰে সৈতে যদি বৰ্তমান অৱস্থা তুলনা কৰি চোৱা যায়, তেন্তে আমি মুক্তকণ্ঠে স্বীকাৰ কৰিব লগাত পৰোঁ যে সদাশয় ইংৰাজ গৱৰ্ণমেণ্টৰ তলত থাকি

আমাৰ একোৰে অভাৱ নাই; আৰু গৱৰ্ণমেণ্টৰ গুৰিত অসন্তোষ প্ৰকাশ কৰিবলৈকো একো কাৰণ নাই।"[২৩]

## ২.১৫ চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দচন্দ্ৰ আগৰৱালা আৰু উত্তম বৰুৱাৰ মনোভাৱ

প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালায়ো "ৰাজনীতি আমাৰ 'ৰাজ্য'ৰ বাহিৰ, এই পৰাধীন দেশত 'প্ৰজানীতি'হে ধৰিবলগীয়া"[২৪] বুলি কৈ ব্ৰিটিছৰ গোলামীতন্ত্ৰক বিনাদ্বিধাই স্বীকাৰ কৰি লৈছিল। জোনাকী যুগৰ 'ভাঙনি কোঁৱৰ'ৰূপে খ্যাত আনন্দচন্দ্ৰ আগৰৱালাই ব্ৰিটিছ প্ৰশাসনৰ তলত পুলিচৰ চাকৰি কৰি ইংলেণ্ডৰ ৰজাক ভাৰতৰ সম্ৰাটৰূপে পৰম আহ্লাদেৰে গ্ৰহণ কৰিছিল। তাৰ প্ৰমাণ তেওঁৰ এটি কবিতাত পৰিস্ফুট হৈছে ঃ

"ঈশ্বৰে ৰজাক কুশলে ৰাখক, / আমাৰ সম্ৰাট ভাৰতেশ্বৰক / দিয়ক দীৰ্ঘায়ু ৰাজাধিৰাজক / প্ৰজাক কল্যাণ সততে সাধক / বহুদিন ৰাজ্য সুখেৰে কৰক / ঈশ্বৰে ৰজাক কুশলে ৰাখক।"[২৫] তেওঁৰ এই ৰাজভক্তি আৰু ৰাজপ্ৰশস্তিত সন্তুষ্ট হৈ চৰকাৰে সেয়েহে তেওঁক ১৯১৬ চনত 'ৰায় চাহাব' আৰু ১৯২১ চনত 'ৰায় বাহাদুৰ' উপাধিৰে সন্মানিত কৰে।[২৬] ব্ৰিটিছ প্ৰশাসনত উচ্চ পদস্থ বিষয়াৰূপে কাৰ্যনিৰ্বাহ কৰা প্ৰত্নতত্ত্ববিদ, সাহিত্যিক কনকলাল বৰুৱাৰ কামত সন্তুষ্ট হৈ চৰকাৰে বৰুৱাকো কৃতজ্ঞতাৰ চিনস্বৰূপে 'ৰায় বাহাদুৰ' উপাধি প্ৰদান কৰিছিল।[২৭] ইংৰাজ আমোলত বৰভাগ পৰগণাৰ প্ৰথম চৌধাৰী উত্তমচন্দ্ৰ বৰুৱাই "১৯১১ চনৰ আবৰ অভিযানত ব্ৰিটিছ চৰকাৰক নাও আৰু বনুৱা গোটাই দি"[২৮] বিশ্বস্ত কৰ্মচাৰীৰূপে ইংৰাজ চৰকাৰৰ ওচৰত পৰিচয় দিছিল।

## ২.১৬ ৰত্নেশ্বৰ মহন্ত আৰু অগ্নিকবিৰ ৰাজপ্ৰশস্তি

ঊনবিংশ শতিকাৰ চাকৰিজীৱী অসমীয়া মধ্যশ্ৰেণীৰ ভিতৰত কবি-সাহিত্যিক ৰত্নেশ্বৰ মহন্ত আৰু কমলাকান্ত ভট্টাচাৰ্য্যৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ইংৰাজ শাসনৰ বিৰুদ্ধে পিয়লি বৰফুকনহঁতে কৰা বিদ্ৰোহক 'ৰাজদ্ৰোহী' হিচাপে আখ্যা দি মহন্তই নিজকে 'ৰাজভক্ত' বুলি পৰিচয় দিছিল। 'জীৱনাদৰ্শ' নামৰ প্ৰবন্ধটোত কবি মহন্তই কৈছে ঃ

> "ইংৰাজৰ ক্ষমতা কিমান, ইংৰাজৰ সুখ কি, নতুন অৱস্থাত এওঁলোকে বিশেষকৈ বুজা নাছিল। নতুনকৈ পৰাধীন হোৱাত স্বাধীনতাৰ তপত তেজ কেটোপামান দপ্‌দপনিতে এওঁ আৰু কেইজনমানৰ লগ লৈ ইংৰাজক খেদিবলৈ কাৰবাৰ কৰিছিল। খৰিকাবাৰীৰে পৰ্বত হেঁচুকিবলৈ চাইছিল। ..... পিয়লি ফুকনৰ কাৰ্বক কোনো জ্ঞানীয়ে নশলাগে; এওঁক ফাঁচী দিয়া কাৰ্যও আমি প্ৰতিবাদ নকৰোঁ, ৰাজদ্ৰোহীৰ প্ৰাণদণ্ডই উচিত শাস্তি।"[২৯]

আনহাতে স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ বাবে গোটেই জীৱন চিএৰি যোৱা, অগ্নিবৰ্ষী লিখনীৰে অসমীয়া লোকক অহৰহ সতৰ্ক কৰি যোৱা কমলাকান্ত ভট্টাচাৰ্য্যও ব্ৰিটিছ সাম্ৰাজ্যবাদৰ প্ৰতি শ্ৰদ্ধাৰে মূৰ দোঁৱাই সেই সাম্ৰাজ্যবাদক অসম তথা ভাৰতৰ বাবে আশীৰ্বাদ বুলি গণ্য কৰিছিল। "ব্ৰহ্মাৰ মুখে তন্ত্ৰ ব্যাখ্যা" নামৰ ৰচনাখনত তেওঁ ব্ৰিটিছ প্ৰশাসনত মোহাবিষ্ট হৈ কৈছে ঃ

> "তাকৰীয়া মানুহ হ'লেও যি জাতিৰ গাত মই ধৰ্মৰ বল বেছি দেখা পাওঁ আৰু যি জাতি ন্যায়বান তাৰ হাততেই এটি ডাঙৰ জাতিৰ বিশাল ৰাজ্যৰ ভাৰ অৰ্পণ কৰোঁ। ইংৰাজ জাতিৰ গাত এইবিলাক গুণ থকা গতিকে ভাৰতৰ অধঃপতিত হিন্দু আৰু অন্যান্য জাতিক উদ্ধাৰ কৰাৰ অৰ্থে এই বিশাল ভাৰত ৰাজ্য ইংৰাজৰ হাতত অৰ্পণ কৰিলোঁ আৰু বিশেষকৈ দেখিলোঁ যে, অনেক দিনৰ পৰা ছিগি-ভাগি যোৱা এই ভাৰত ৰাজ্য ইংৰাজ গবৰ্ণমেণ্টৰ হাতত নিদিলে কেতিয়াও জোৰা নালাগে আৰু জাতিভেদ আঁতৰ নহয়। ভাৰতত বৰ্তমান বৰ শুভযুগ লগ লাগিছেহি, এতিয়া ভাৰতবাসীয়ে ন্যায়ক আশ্ৰয় কৰি লাহে লাহে উন্নতিৰ বাটেদি আগবাঢ়িব পাৰিব; কিন্তু সাৱধান! যুগ ধৰ্মৰ মোৰ নতুন বিধান মতে ভাৰতবাসী নচলিলে শোক লগা পতন অৱস্থালৈ নামিব লাগিব। "বৰ্তমান সময় মানুহৰ জ্ঞানৰ পূৰ্ণ অৱস্থালৈ অহা যুগ, এই যুগত ইংৰাজৰ দৰে জ্ঞানী জাতিয়েইহে ভাৰতবৰ্ষ ভোগ কৰাৰ যোগ্য। এই হেতুকে ভাৰতবাসীয়ে যেন ইংৰাজ শাসনত সন্তুষ্ট থাকি বৰ্তমান সভ্য জাতিবিলাকক অনুকৰণ কৰি নিজে যেন সেই প্ৰকাৰে জ্ঞানেৰে বলিয়ান হ'বলৈ চেষ্টা কৰে।" [৩০]

ওপৰৰ কথাখিনিৰ পৰা এইটো স্পষ্টভাৱেই ওলাই পৰে যে উদক ভেঁটা ৰখীয়া কৰিয়েই কমলাকান্তই মূলতঃ স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ কথা চিন্তা কৰিছিল। 'নন্-কো-অপাৰেচনৰ মূল ভাবৰ অভাব' নামৰ প্ৰবন্ধটোতো তেওঁ ব্ৰিটিছৰ প্ৰতি সেই একেই আস্থাই প্ৰকাশ কৰিছে ঃ

> "হিন্দু, মুছলমান, খৃষ্টিয়ান, পাৰ্চী সকলোৰে ভাৰত উমৈহতীয়া ৰাজ্য। এই অৱস্থাত, যেতিয়া দেখোঁ, ইংলণ্ডৰ সম্পৰ্ক এৰিলে ভাৰত ৰাজ্য বিশৃংখল হৈ পৰে, তেনেহ'লে ইংৰাজক বাজ কৰি স্বৰাজ স্থাপন কৰা ভাৰতৰ গভীৰ চিন্তাশীল, দূৰদৰ্শী শিক্ষিত মুখিয়ালসকলৰ ইচ্ছা নহয়। ৰাইজেও ইংৰাজে ভাৰতবৰ্ষ এৰি গুচি যাবলৈ নকয়, ইংৰাজে ভাৰত এৰিলে ৰাইজৰ বিপদ পদে পদে।"[৩১]

## ২.১৭ কৃষক বিদ্ৰোহৰ প্ৰতি অসমীয়া মধ্যশ্ৰেণীৰ মনোভাব

এইখিনিতে এটা কথা বিশেষভাৱে মন কৰিবলগীয়া যে ইংৰাজ শাসকশ্ৰেণীয়ে কৰ-কাটলেৰে অসমীয়া কৃষক ৰাইজক নিৰ্মম শোষণ-নিষ্পেষণ কৰাৰ বিৰুদ্ধে ঊনবিংশ শতিকাত

কেইবাটাও কৃষক বিদ্ৰোহে মূৰ দাঙি ড'ঠিছিল। ফুলগুৰি ধাৱাঁ (১৮৬০-৬২ খৃঃলৈ), পাথৰুঘাটৰ প্ৰথম ৰণ (১৮৬৮ খৃঃ), পাথৰুঘাটৰ দ্বিতীয় ৰণ (১৮৯৩-৯৪ খৃঃলৈ), ৰঙিয়া কৃষক বিদ্ৰোহ (১৮৯৩-৯৪ খৃঃলৈ), লাচিমা আৰু সৰ্থেবাৰীৰ ধাৱাঁ (১৮৯৩-৯৪ খৃঃলৈ) আদি ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে হোৱা কৃষক বিদ্ৰোহবোৰ অসমৰ ইতিহাসৰ এক গৌৰৱোজ্জ্বল অধ্যায়। আশ্চৰ্যজনক কথা এইটোৱেই যে তৎকালীন অসমীয়া মধ্যশ্ৰেণীটোৱে ব্যক্তিগতভাৱেই হওক বা সমূহীয়াভাৱেই হওক এই বিদ্ৰোহবোৰত যোগ দিয়াতো দূৰৈৰ কথা আনকি সমৰ্থনো আগবঢ়োৱা নাছিল। বৰং অসমীয়া ক'লা চাহাবে তেনে বিদ্ৰোহক নিষ্ঠুৰভাৱে দমন-উৎপীড়ন কৰাত চৰকাৰক সহায়হে কৰিছিল। সেই সময়ৰ বৰপেটাৰ মহকুমাধিপতি মাধৱচন্দ্ৰ বৰদলৈয়ে বিদ্ৰোহী কৃষকক হালে হালে সাঙুৰি হাল টানিবলৈ দিছিল আৰু সাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে বকো-ছয়গাঁও অঞ্চলত "অসমীয়া কৃষকৰ ওপৰত কৰা অত্যাচাৰত নিখুঁতভাৱে পৌৰহিত্য কৰিছিল।"[৩২] সাম্ৰাজ্যবাদী শ্ৰেণীৰ উচ্ছিষ্টকেই পৰম সম্পদ বুলি ভাবি আত্মহাৰা হৈ থকা এই মধ্যশ্ৰেণীটোৱে কৃষক ৰাইজৰ অবৰ্ণনীয় দুখ-যাতনাৰ সন্তেদ ল'বলৈ আহৰিকেই পোৱা নাছিল। মধ্যশ্ৰেণীৰ বিতচকুৰে তেওঁলোকে নিজৰ বৈষয়িক উন্নতি হোৱা দেখি কৃষক ৰাইজৰো উন্নতি হোৱা বুলি ধৰি লৈছিল। সেয়েহে ইংৰাজ প্ৰশাসনৰ তলত অসমীয়া প্ৰজা সুখে-শান্তিৰে আছে বুলি ৰায় দিবলৈ তেওঁলোকে অকণো কুণ্ঠাবোধ কৰা নাছিল।

## ২.১৮ উপসংহাৰ

এনেকৈয়ে দেখা যায় যে ঊনবিংশ শতিকাৰ অসমীয়া মধ্যশ্ৰেণীটোৱে ব্ৰিটিছবিৰোধী মনোভাব লোৱাৰ পৰিবৰ্তে ব্ৰিটিছ সাম্ৰাজ্যবাদক অসম তথা ভাৰতৰ বাবে আশীৰ্বাদ বুলিহে গণ্য কৰিছিল। প্ৰণিধানযোগ্য কথা যে সেই সময়ত অকল অসমীয়া মধ্যশ্ৰেণীয়েই নহয় ভাৰতীয় মধ্যশ্ৰেণীৰ প্ৰায় সকলোৱেই ব্ৰিটিছ সাম্ৰাজ্যবাদৰ প্ৰতি অকৃত্ৰিম ভক্তি, সহায় আৰু সমৰ্থন আগবঢ়াইছিল। ৰামমোহন ৰায়ৰ পৰা আৰম্ভ কৰি বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়, মাইকেল মধুসুদন দত্ত, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, দীনবন্ধু মিত্ৰ আদি ভাৰতৰ নৱজাগৰণৰ অগ্ৰদূত তথা প্ৰগতিশীল ভাৰতীয় মধ্যশ্ৰেণীটোৱে ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ স্থিতি গজগজীয়া হোৱাটোহে কামনা কৰিছিল। ব্ৰিটিছ প্ৰশাসনত দেখা দিয়া নানা ধৰণৰ দোষ-ত্ৰুটীসমূহ আঙুলিয়াই দি তাক সংশোধন কৰিবলৈ শাসকশ্ৰেণীক সোঁৱৰাই দিয়াটোহে এই প্ৰগতিশীল মধ্যশ্ৰেণীটোৱে তেওঁলোকৰ প্ৰধান কৰ্তব্য বুলি ভাবিছিল। ভাৰতৰ বাবে বৰণীয়া ঐতিহ্যৰ মধুৰ স্মৃতি লৈ তেওঁলোকে বিশ্বাস কৰিছিল যে 'হেথায় আৰ্য্য, হেথায় অনাৰ্য্য, হেথায় দ্ৰাবিড় চীন, শক-হুন দল, পাঠান-মোগল একেদেহে হ'ল লীন'— বিশ্বকবি ৰবীন্দ্ৰনাথে কোৱাৰ দৰে ব্ৰিটিছসকলো ভাৰতীয় সমাজত বিলীন হৈ যাব। এইখিনিতেই সমাজ বিৱৰ্তনৰ ঐতিহাসিক ধাৰণাৰ সন্দৰ্ভত তেওঁলোকৰ ত্ৰুটী ৰৈ গৈছিল। তেওঁলোকে

ইতিহাসৰ এইটো কথা জনা নাছিল যে শাসিত বা পৰাধীন জাতিৰ শিক্ষা-সংস্কৃতিতকৈ যদি শাসক জাতিৰ শিক্ষা-সংস্কৃতি বহুগুণে উন্নত আৰু আগবঢ়া হয় তেন্তে সেই শাসক জাতিয়ে নিজকে শাসিত জাতিৰ ওচৰত আত্মসমৰ্পণ কৰি তেওঁলোকৰ লগত বিলীন হ'বলৈ কেতিয়াও নিবিচাৰে। বৰং তেওঁলোকৰ শিক্ষা-সংস্কৃতি পৰাধীন জাতিৰ ওপৰত ওপৰৰ পৰা জাপি দিবলৈহে বিচাৰে যিটো সাম্ৰাজ্যবাদী শ্ৰেণীৰ এটি ঘাই চাৰিত্ৰিক বৈশিষ্ট্য। ভাৰতবাসীৰ শিক্ষা-সংস্কৃতিতকৈ বহুগুণে আগবঢ়া ব্ৰিটিছ শাসকশ্ৰেণীয়ে যে ভাৰতবাসীৰ লগত অংগাংগীভাৱে মিলি যাবলৈ ভাৰতলৈ অহা নাছিল বৰং সাম্ৰাজ্যবাদী হিচাপে শোষণ-লুণ্ঠন কৰিবলৈহে আহিছিল সেই কথা তৎকালীন ৰাজনৈতিক নেতা, সমাজকৰ্মী তথা সাহিত্যিক-বুদ্ধিজীৱীয়ে অনুভৱ কৰিব নোৱাৰাটোৱে তেওঁলোকৰ বৌদ্ধিক দীনতাৰ কথাকেই সূচায়।

গতিকে দেখা যায় যে ১৯২০ চনৰ আগলৈকে অসমীয়া তথা ভাৰতীয় মধ্যশ্ৰেণী আৰু সেই শ্ৰেণীৰ দ্বাৰা সংগঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ ঘাই চাৰিত্ৰিক বৈশিষ্ট্য আছিল ব্ৰিটিছ সাম্ৰাজ্যবাদৰ প্ৰতি অকৃত্ৰিম ৰাজভক্তি। ব্ৰিটিছ প্ৰশাসনৰ শীতল ছায়াত থাকিয়েই তেওঁলোকে নিজৰ বৈষয়িক উন্নতিৰ লগতে সমাজ সংস্কাৰৰ কামতো অগ্ৰসৰ হৈছিল। উনবিংশ শতিকাৰ অসমীয়া মধ্যশ্ৰেণীৰ ব্ৰিটিছৰ প্ৰতি থকা এই আনুগত্য, বিশ্বস্ততাই অসমীয়া সমাজৰ ওপৰত যথেষ্ট ঋণাত্মক প্ৰভাৱ পেলাইছিল। তেওঁলোক ব্ৰিটিছৰ একান্ত অনুগত হোৱাৰ ফলত অসমত ব্ৰিটিছবিৰোধী আন্দোলনে খৰগতিত আগবাঢ়িব পৰা নাছিল। ঔপনিবেশিক দৃষ্টিভংগীৰে তেওঁলোকে কৰা চিন্তা-চৰ্চাবোৰ আজিও একাংশ অসমীয়া মধ্যবিত্ত তথা বুৰ্জোৱা সাহিত্যিক-বুদ্ধিজীৱীৰ মাজত প্ৰবল হৈ আছে। সি যি কি নহওক, এই কথাত অৱশ্যে কোনো সন্দেহ নাই যে সাম্ৰাজ্যবাদী শাসনৰ ছত্ৰছায়াত থাকিয়েই উনবিংশ শতিকাত অসমীয়া মধ্যশ্ৰেণীটোৱে অসমীয়া সমাজ-সংস্কৃতি তথা ভাষা-সাহিত্যলৈ প্ৰভূত বৰঙণি যোগাই গৈছে; কিন্তু সেইবুলি আমি এই কথা পাহৰিলে নহ'ব যে তেওঁলোকে তাৰ বিনিময়ত স্বাধীনতাৰ দাবী প্ৰত্যাখ্যান কৰিছিল। □

## সূত্ৰ নিৰ্দেশ ঃ


১। লক্ষ্মীনাথ তামুলী : আবেগ বনাম ইতিহাস, গ্ৰন্থখনৰ পৰা উদ্ধৃত, পৃষ্ঠা- ৪৪, ১৯৮৭ চন

২। H.K.Borpujari and others : **Political History of Assam**, Vol-I, Government of Assam, Guwahati, 1977, p.10

৩। শৈলেন বৰকটকী : 'মণিৰাম দেৱানৰ দেশপ্ৰেমঃ এটি সমালোচনাত্মক বিচাৰ', প্ৰবন্ধ দ্ৰষ্টব্য। প্ৰকাশ, পৃষ্ঠা- ৬, জুন, ১৯৯১ চন

| | |
|---|---|
| ৪। লক্ষ্মীনাথ তামুলী | : ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান, গ্ৰন্থখনৰ পৰা উদ্ধৃত। পৃষ্ঠা- ১১০/২১, ছেপ্তেম্বৰ, ১৯৮৮ চন |
| ৫। কুমুদ চন্দ্ৰ বৰদলৈ (সম্পাদিত) | : সদৰামীনৰ আত্মজীৱনী, পৃষ্ঠা- ৯০, প্ৰথম লয়াৰ্ছ সংস্কৰণ, মাৰ্চ, ১৯৮১ চন, গুৱাহাটী |
| ৬। কুমুদ চন্দ্ৰ বৰদলৈ (সম্পাদিত) | : সদৰামীনৰ আত্মজীৱনী, পৃষ্ঠা- ১৫৫, প্ৰথম লয়াৰ্ছ সংস্কৰণ, মাৰ্চ, গুৱাহাটী, ১৯৮১ চন |
| ৭। কুমুদ চন্দ্ৰ বৰদলৈ (সম্পাদিত) | : সদৰামীনৰ আত্মজীৱনী, পৃষ্ঠা- ১১৫, প্ৰথম লয়াৰ্ছ সংস্কৰণ, মাৰ্চ, গুৱাহাটী, ১৯৮১ চন |
| ৮। বেণুধৰ শৰ্মাৰ ৰচনাৱলী | ; ৩য় খণ্ড, পৃষ্ঠা- ২৯০, জুন, ১৯৮৭ চন |
| ৯। বেজবৰুৱা গ্ৰন্থাৱলী | ; প্ৰথম খণ্ড, পৃষ্ঠা- ১৩৩, সাহিত্য প্ৰকাশ, গুৱাহাটী, ফেব্ৰুৱাৰী, ১৯৮৮ চন |
| ১০। লক্ষ্মীনাথ তামুলী | : ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান, পৃষ্ঠা- ১০৬ |
| ১১। উপৰি উক্ত গ্ৰন্থৰ পৰা উদ্ধৃত | ; পৃষ্ঠা ১২০ |
| ১২। ডঃ ৰমেশ কলিতা | : 'অসমত ইতিহাস চৰ্চাঃ ঊনবিংশ শতিকা', নামৰ প্ৰবন্ধৰ পৰা উদ্ধৃত। শাৰদীয় আজিৰ বাতৰি, পৃষ্ঠা- ৫৮, ১৯৯৪ চন |
| ১৩। গুণাভিৰাম বৰুৱা | : আসাম বুৰঞ্জী, পৃষ্ঠা- ১৭৩, অঃ প্ৰঃ পঃ, ছেপ্তেম্বৰ, ১৯৭২ চন |
| ১৪। বেণুধৰ শৰ্মাৰ ৰচনাৱলী | ; ৩য় খণ্ড, পৃষ্ঠা- ১৩৬ |
| ১৫। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাদিত) | : মৌ, পৃষ্ঠা- ৮৯, অঃ প্ৰঃ পঃ, জুলাই, ১৯৮০ চন |
| ১৬। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাদিত) | : মৌ, পৃষ্ঠা- ১০২, অঃ প্ৰঃ পঃ, জুলাই, ১৯৮০ চন |
| ১৭। চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পাদিত) | : ৰাধানাথ চাংকাকতী, শাৰঙ্গধৰ ৰাজখোৱাৰ 'টাইমছ অব্ আসাম'ৰ শেষৰজনা সম্পাদক জীৱন ফুকন" প্ৰবন্ধ দ্ৰষ্টব্য, পৃষ্ঠা ৮০/৮১, অঃ প্ৰঃ পঃ, ২০ নবেম্বৰ, ১৯৭১ চন |
| ১৮। ডঃ ৰমেশ কলিতা | : 'স্বাধীনতা আন্দোলনত অসমীয়া বুদ্ধিজীৱীৰ ভূমিকা', প্ৰবন্ধ দ্ৰষ্টব্য। পৃষ্ঠা- ১৬, ডেউকা, ১ জুন, ১৯৯৩ চন, ২য় বৰ্ষ, ৩য় সংখ্যা |
| ১৯। ডঃ শিৱনাথ বৰ্মন | : অসমীয়া জীৱনী অভিধান, পৃষ্ঠা- ১৩৭, চ'ফিয়া পাব্লিচাৰ্ছ, গুৱাহাটী, ১৯৯২ চন |
| ২০। বেজবৰুৱা গ্ৰন্থাৱলী | ; ২য় খণ্ড, পৃষ্ঠা- ১৬৫৮, সাহিত্য প্ৰকাশ, দ্বিতীয় প্ৰকাশ, ফেব্ৰুৱাৰী, ১৯৮৮ চন |
| ২১। বেণুধৰ শৰ্মা | : 'অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী', পৃষ্ঠা- ১৩১, অসম সাহিত্য সভা, ৮ জানুৱাৰী, ১৯৭২ চন |

২২। হৰিচন্দ্ৰ ভট্টাচাৰ্য (সম্পাদিত) : গোহাঞিবৰুৱা প্ৰতিভা, পৃষ্ঠা- ১৬৮, অসম সাহিত্য সভা, ১৯৭১ চন

২৩। লক্ষ্মীনাথ তামুলী : ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান গ্ৰন্থৰ পৰা উদ্ধৃত, পৃষ্ঠা- ১৩৫

২৪। বেজবৰুৱা গ্ৰন্থাৱলী ; ১ম খণ্ড, পৃষ্ঠা- ৪৭, সাহিত্য প্ৰকাশ, ফেব্ৰুৱাৰী, ১৯৮৮ চন, দ্বিতীয় প্ৰকাশ

২৫। ডঃ ৰমেশ কলিতাৰ পূৰ্বোক্ত প্ৰবন্ধ ; পৃষ্ঠা- ১৬, ডেউকা, ১ জুন, ১৯৯৩ চন

২৬। ডঃ বৰ্মনৰ অসমীয়া জীৱনী অভিধান ; পৃষ্ঠা- ২২

২৭। ডঃ বৰ্মনৰ অসমীয়া জীৱনী অভিধান ; পৃষ্ঠা ৪০

২৮। ডঃ বৰ্মনৰ অসমীয়া জীৱনী অভিধান ; পৃষ্ঠা- ৩১

২৯। যোগেন্দ্ৰ নাৰায়ণ ভূঞা (সম্পাদিত) : ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, পৃষ্ঠা- ২৮৪, অঃ প্ৰঃ পঃ, আগষ্ট, ১৯৭৭ চন

৩০। ডঃ প্ৰফুল্ল দত্ত গোস্বামী (সম্পাদিত) : কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী, পৃষ্ঠা- ৯৮/৯৯, অঃ প্ৰঃ পঃ, ছেপ্তেম্বৰ, ১৯৮২ চন

৩১। ডঃ প্ৰফুল্ল দত্ত গোস্বামী (সম্পাদিত) : কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী, পৃষ্ঠা- ১৬১, অঃ প্ৰঃ পঃ, ছেপ্তেম্বৰ, ১৯৮২ চন

৩২। লক্ষ্মীনাথ তামুলী : ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান নামৰ গ্ৰন্থৰ পৰা উদ্ধৃত। পৃষ্ঠা- ৬৮, পাদটীকা দ্ৰষ্টব্য

## তৃতীয় অধ্যায়

# প্ৰাক্-স্বাধীনতা কালত ইংৰাজ শাসক শ্ৰেণীৰ লগত অসমৰ সত্ৰানুষ্ঠানৰ সম্পৰ্ক

### ৩.১ প্ৰাক্‌কথন

ইতিহাসত লক্ষ্য কৰিলে দেখা যায যে প্ৰত্যেকখন শ্ৰেণীবিভক্ত সমাজতেই ৰাষ্ট্ৰই ধৰ্মক যুগ যুগ ধৰি শাসন-শোষণৰ হাতিয়াৰ ৰূপে ব্যৱহাৰ কৰি আহিছে, আৰু ধৰ্মযো ৰাষ্ট্ৰৰ লগত মিতিৰালি পাতি নিজৰ সুযোগ-সুবিধা বা প্ৰতিপত্তি আদায কৰি আহিছে। কিন্তু যেতিযাই ধৰ্মৰ প্ৰতিপত্তি বা কৰ্তৃত্ব ৰাষ্ট্ৰৰ সমপৰ্যাযৰ হৈ পৰিছে বা ধৰ্মৰ কৰ্তৃত্বই ৰাষ্ট্ৰৰ কৰ্তৃত্বক ম্লান কৰি পেলাইছে নাইবা ধৰ্মই আন যিকোনো উপাযেৰে ৰাষ্ট্ৰৰ স্বাৰ্থৰ ওপৰত আঘাত হানিবলৈ উদ্যত হৈছে তেতিযাই ৰাষ্ট্ৰই কঠোৰ হস্তে তেনে ধৰ্ম বা ধৰ্মানুষ্ঠানৰ ওপৰত দমন-উৎপীডন কৰিবলৈও কুণ্ঠিত নহৈছিল। সাম্ৰাজ্যবাদী ইংৰাজ শাসক শ্ৰেণীযে তেওঁলোকৰ শাসন-শোষণৰ স্বাৰ্থত অসমৰ সত্ৰানুষ্ঠানসমূহক যেনেকৈ ধৰ্মপ্ৰচাৰত সহায-সহযোগ আগবঢোৱা নাছিল ঠিক তেনেকৈ সত্ৰৰ ভিতৰ চ'ৰাত হাত দিবলৈ তেওঁলোকে চেষ্টাও কৰা নাছিল নাইবা বিনা কাৰণত দমন-উৎপীড়নো কৰা নাছিল। এই বিষযে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই লিখিছে ঃ

> "বৃটিছ শাসনে কাৰো ধৰ্মত হস্তক্ষেপ কৰা নাছিল যদিও খৃষ্ট ধৰ্ম প্ৰচাৰত চৰকাৰী অনুদান দিয়া হৈছিল। সত্ৰীযা ধৰ্মকৰ্ম, আচাৰ-পদ্ধতি ৰজা দিনত যেনে আছিল তেনেকৈয়ে থাকিবলৈ দিযা হৈছিল। চাৰিসত্ৰীয়া বা অন্যান্য সত্ৰৰো মৰ্যাদা-প্ৰভুত্ব একোপধ্যেই ক্ষুণ্ণ হ'বলৈ দিয়া নহৈছিল। গোসাঁইসকলৰ ব্যৱস্থা মতেই সামাজিক ৰীতি-নীতি, আচাৰ-বিচাৰ শাসিত অনুশাসিত হৈ আছিল। প্ৰভুসকলৰ প্ৰভাৱ প্ৰতিপত্তি হ্ৰাস কৰিবলৈ চৰকাৰেও বিৰুদ্ধ নীতি অৱলম্বন কৰা নাছিল।"[১]

সেই সময়ত অসমৰ সামন্ত ৰজা, ডা-ডাঙৰীয়া, ধৰ্মগুৰু আদি সমাজৰ মুখিয়ালসকলক ইংৰাজে হাতৰ মুঠিত ৰাখি শাসন-শোষণৰ সহযাত্ৰী কৰি লৈছিল। চতুৰ

ইংৰাজে বঢ়িয়াকৈ জানিছিল যে সমাজৰ এই বৰমূৰীয়াসকল অসন্তুষ্ট হ'লে তেওঁলোকৰে শাসন-শোষণত অসুবিধা হ'ব। সেয়েহে সমাজৰ আন আন মুখিয়াল শ্ৰেণীৰ লগতে তেওঁলোকে সত্ৰানুষ্ঠানৰ ধৰ্মগুৰুসকলকো হাতৰ মুঠিত ৰাখিবলৈ যত্ন কৰিছিল। সত্ৰাধিকাৰসকলক সন্মান জনাবলৈ চৰকাৰে তেওঁলোকলৈ চিঠিপত্ৰ দিওঁতে 'His Holiness' বুলি সম্বোধন কৰিছিল।

১৯২০ চনৰ ৭ নৱেম্বৰত ভাৰতৰ বৰলাট লৰ্ড চেম্‌চ্‌ফৰ্ড মাজুলীলৈ আহোঁতে আউনীআটী, দক্ষিণপাট, কুৰুৱাবাহী, গড়মূৰ— এই চাৰিখন সত্ৰৰ গোসাঁইসকলে মিলি বৰলাটক এখন অভিনন্দন পত্ৰ দিয়ে। বেঙেনাআটি সত্ৰাধিকাৰে সুকীয়াকৈ অভিনন্দন পত্ৰ দিছিল। অভিনন্দনৰ উত্তৰত চেম্‌চ্‌ফৰ্ডে যি উত্তৰ দিছিল তাৰ পৰা ব্ৰিটিছ আৰু সত্ৰানুষ্ঠানসমূহৰ মাজৰ সম্পৰ্কৰ কথা আমি বহুখিনি জানিব পাৰোঁ। তলত তাৰে কিয়দংশ উদ্ধৃতি দিয়া হ'ল ঃ

> " ..... বৃটিছ শাসক আৰু মাজুলীৰ ধৰ্মগুৰুসকলৰ ভিতৰত যি মিলা-প্ৰীতি আৰু আদৰ সম্ভাষণ দেখিবলৈ পাইছোঁ সেই সম্ভাৱ আজিৰ নহয়- শ শ শতাব্দী ধৰি অতীতৰ পৰা চলি আহিছে। ..... ধাৰ্মিক আহোম ৰজাসকলে অমঙ্গল-উৎপাত আৰু অন্যান্য বিপদ-বিঘিনিৰ হাত সাৰিবলৈ গোসাঁইসকলক যি ৰূপে ৰক্ষা কবচ দিছিল আৰু সেই ৰজাসকলে নিষ্কৰ বা অৰ্দ্ধ নিষ্কৰকৈ যিবোৰ ভূমি-সম্পত্তি দান কৰিছিল, সেইবোৰকে এতিয়াও বৃটিছ ৰাজে অনুমোদন কৰি চিৰস্থায়ীকৈ ৰাখিছে। তাৰ পৰিবৰ্তে সীমান্তত হোৱা কিবা এটা বিদ্ৰোহ দমাবলৈ যেতিয়াই কিবা এটা অভিযান পঠোৱা হয় তেতিয়াই গোসাঁইসকলে হাতী, মানুহ, নাওদুনি, ৰছদপাতি আদি যুদ্ধৰ যাৱতীয় সমল যোগান ধৰি চৰকাৰক সহায় কৰি আহিছে। এইবোৰ অত্যাৱশ্যকীয় বস্তু যোগোৱাৰ উপৰিও সাধু গোসাঁইসকলে আগৰে পৰা অবিচলিত ৰাজভক্তি আৰু শান্ত নাগৰিকত্ব ৰক্ষা কৰি আহিছে। ..... আপোনাসকলৰ প্ৰতি আমাৰ স্নেহ শ্ৰদ্ধা পূৰ্বৰ দৰেই দৃঢ় হৈ থাকিব বুলি আশ্বাস দিব পাৰিলোঁ, সেইবাবেই মোৰ মানৰ এই দেখা-সাক্ষাৎ বৰ সুমঙ্গলীয়া আৰু আনন্দদায়ক হৈছে। আগলৈকো যেন আগৰ দৰেই ভাৰতৰ সুখ-শান্তিৰ নিমিত্তে আমি লগে ভাগে কাম কৰিব পাৰোঁহক।"[২]

## ৩.২ সত্ৰসমূহলৈ জেনকিন্স চাহাবৰ নিৰ্দেশ

১৮৩৬ চনত কমিচনাৰ জেনকিন্স চাহাবে অসমৰ সত্ৰসমূহলৈ এইবুলি চৰকাৰী নিৰ্দেশ দিলে যে ঃ

> "যিসকলৰ অধীনত আহোম ৰজাৰ ৰাজপ্ৰদত্ত দেবোত্তৰ ধৰ্মোত্তৰ আদি লাখেৰাজ জমি আছে সেই জমিৰ চাৰিসীমা মুকলিকৈ কাটি ৰাখিব আৰু চৌহদত শিল-শিমলু

পোটা নেথাকিলে তাক পুটি ৰাখিব। প্ৰত্যেক খণ্ড মাটিতে একোজন প্ৰতিনিধি ৰাখিব, আৰু সেই প্ৰতিনিধিৰ হাতত আহোম ৰাজপ্ৰদত্ত চনদ বা তামৰ ফলি ৰাখিব ঃ যাতে চৰকাৰী কৰ্মচাৰী গ'লে মাটিৰ সীমা আৰু চনদ দেখুৱাব পাৰে। তদুপৰি এই ইস্তাহাৰত যিবিলাক নিয়ম বান্ধি দিয়া হৈছে সেইবিলাক নিয়মৰ অধীনে ইষ্ট ইণ্ডিয়া কোম্পানীৰ (ইংৰাজৰ) আনুগত্য স্বীকাৰত প্ৰতিশ্ৰুতি দিব লাগিব। ইয়াৰ অন্যথাই জমিৰ অধ্যক্ষক অপৰাধী বুলি গণ্য কৰা হ'ব।"[৩]

## ৩.৩ গড়মূৰ সত্ৰাধিকাৰৰ চৰকাৰী নিৰ্দেশ অমান্য

কিন্তু এনেধৰণৰ চৰকাৰী নিৰ্দেশ বা আনুগত্য মানি চলিবলৈ অস্বীকাৰ কৰিছিল তেতিয়াৰ গড়মূৰ সত্ৰাধিকাৰ ৰঘুদেৱ গোস্বামীয়ে। সেয়েহে তেওঁ চৰকাৰলৈ এইবুলি জনাই দিলে ঃ

"আমালোক গোসাঁই মানুহ আৰু ধৰ্ম প্ৰচাৰক। ধৰ্ম প্ৰচাৰৰ সুবিধাৰ কাৰণেই আহোম ৰজাই আমালোকৰ সত্ৰৰ নামত পূৰ্বে যি মাটি-বৃত্তি দিছিল তাৰ কোনো ধৰা-বন্ধা বান্ধনিৰ নিৰ্দেশ নাছিল, এতিয়া নতুন চৰকাৰে যি বান্ধনি দি চৰকাৰী ইস্তাহাৰ জাৰি কৰিছে সেই বান্ধনি মানি আমি মাটি ল'বলৈ ইচ্ছুক নহওঁ। গতিকে গড়মূৰ সত্ৰৰ ৰাজপ্ৰদত্ত ভূমিত কোনো প্ৰতিনিধিও ৰখা নহ'ব।" "এইবুলি আহোম ৰজাই দিয়া ২৪০০০ চৌবিশ হাজাৰ পুৰা লাখেৰাজ ভূমি-বৃত্তি অকাতৰে পৰিত্যাগ কৰিলে। ..... ইয়াৰ দুবছৰৰ পাছত ইংৰাজী ১৮৩৮ চনত ৰঘুদেৱ ঈশ্বৰ পুৰুষ নগাঁৱৰ চহৰলৈ যাওঁতে আহোম ৰজাই দিয়া ২৪০০০ চৌবিশ হাজাৰ পুৰা লাখেৰাজ মাটিৰ তামৰ ফলিখন লৈ গৈ কলঙ্গৰ ডুবিত পেলাই তাৰ চিনচাব নাইকীয়া কৰিলে।"[৪]

## ৩.৪ সত্ৰৰ ভূমি-সম্পত্তি বাজেয়াপ্তকৰণ

ঘাই চাৰিসত্ৰৰ ভিতৰত গড়মূৰৰ লগতে দক্ষিণপাট সত্ৰয়ো কিছু ভূমি-সম্পত্তি হেৰুৱাইছিল। ইংৰাজ শাসক শ্ৰেণীৰ লগত দক্ষিণপাট সত্ৰৰ সু-সম্পৰ্কই আছিল। কেপ্তেইন জেন্‌কিন্স অসমৰ কমিচনাৰ হৈ থকা কালত দক্ষিণপাট সত্ৰলৈ দুবাৰকৈ আহি সত্ৰাধিকাৰ স্বৰ্গীয় বাসুদেৱ গোস্বামীক দেখা সাক্ষাৎ কৰিছিল। বেণুধৰ শৰ্মাই লিখা মতে এবাৰ সত্ৰৰ পৰা ঘূৰি যোৱাৰ পিছত জেন্‌কিন্সে সত্ৰলৈ নিৰ্দেশ দি পঠালে যে স্বৰ্গদেউসকলে সত্ৰক যি স্বত্ব-উপস্বত্ব দি মাটি বৃত্তি দান কৰিছিল তাৰ সকলো দলিল পত্ৰ, তামৰ ফলি বা আজ্ঞাপত্ৰ নি কমিচনাৰ চাহাবক দেখুৱাবগৈ লাগে। দেখুৱাব নোৱাৰিলে সত্ৰৰ সকলো ভূমি-সম্পত্তি চৰকাৰৰ হাতলৈ যাব। মানৰ আক্ৰমণৰ সময়ত দক্ষিণপাট সত্ৰৰ বহু দলিল-পত্ৰ, ফলি হেৰাইছিল যদিও ভোগ দখলৰ পৰা পোৱা স্বত্বৰ দলিল-পত্ৰ আৰু পুনৰপ্ৰাপ্ত দুই এখন

হেৰোৱা ফলিকে নি কমিচনাৰক দেখুৱা হৈছিল। প্ৰমাণৰ অভাৱত বহু মাটি উদ্ধাৰ কৰিব পৰা নহ'ল যদিও বহু চেষ্টাৰ মূৰত ৩০০৬ পুৰা ৰজাদিনীয়া দেৱোত্তৰ মাটি পোৱা হৈছিল।[৫] ব্ৰিটিছ শাসক শ্ৰেণীৰ হাতত সত্ৰৰ ভূমি-সম্পত্তি বাজেয়াপ্ত হোৱা সত্ৰবিলাকৰ ভিতৰত মঙ্গলদৈৰ দেৱানন্দ সত্ৰও এখন। এই সন্দৰ্ভত 'পবিত্ৰ অসম'ত এইদৰে উল্লেখ কৰা আছে, "মঙ্গলদৈৰ দেৱানন্দ সত্ৰৰ বহুত মাটি-বাৰী বাজেয়াপ্ত কৰে। লগতে আহোম ৰজাৰ প্ৰদত্ত তাম্ৰ ফলিখনো নিয়ে।"[৬]

সি যি কি নহওক, ঘাই চাৰিসত্ৰৰ ভিতৰত গড়মূৰ সত্ৰৰ বাহিৰে বাকী তিনিখন সত্ৰয়েই চৰকাৰী "নিৰ্দেশ মতে একোজন প্ৰতিনিধি ৰাখি মাটিৰ সীমা আৰু চনদ দেখুৱাই ভূমি বৃত্তি ৰাখিলে। এই প্ৰতিনিধি কেইজনক "মজিন্দাৰ বৰুৱা" বাব দি সত্ৰাধিকাৰসকলে পাতিলে।"[৭] বোধহয় বাকী আন সৰু-বৰ সত্ৰয়ো এই নিৰ্দেশকে মানি লৈ কাম কৰিছিল ।

## ৩.৫ ব্ৰিটিছ বিৰোধী ৰূপত কমলাবাৰী সত্ৰাধিকাৰ

অসমত ব্ৰিটিছ কোম্পানীৰ বিৰুদ্ধে সৰ্বপ্ৰথমে বিদ্ৰোহ কৰা গোমধৰ কোঁৱৰ, পিয়লি ফুকন আদিৰ বিদ্ৰোহত কোনো এখন সত্ৰই যোগ দিয়াৰ তথ্য প্ৰমাণ বৰ্তমানলৈকে আমাৰ হাতত পৰাহি নাই। কিন্তু ১৮৫৭ চনত মণিৰাম দেৱানে কৰিব খোজা বিদ্ৰোহত কমলাবাৰী সত্ৰৰ অধিকাৰ শ্ৰীশ্ৰীকৃষ্ণকান্ত দেৱগোস্বামীয়ে অংশ গ্ৰহণ কৰি দেৱানক পাৰ্যমানে সহায় কৰাৰ কথা আমি জানিব পাৰিছোঁ। অসমৰ স্বাধীনতা আন্দোলনত কমলাবাৰী সত্ৰৰ অৱদানৰ সম্পৰ্কে বৰ্ণনা কৰোঁতে এজনে লিখিছে ঃ

> "..... মণিৰাম দেৱানৰ লগত প্ৰভুৱে হাত মিলোৱা বা সহযোগ কৰা কথা ইংৰাজ চৰকাৰে খবৰ পালে। তেতিয়া বিদ্ৰোহীসকলৰ বিপক্ষে আৰু ইংৰাজৰ সপক্ষে থকা হৰনাথ পৰ্বতীয়া বৰুৱাই এই কথা চৰকাৰক অৱগত কৰে। ইংৰাজে অন্য একো শাস্তি বিধান নকৰি সত্ৰাধিকাৰ প্ৰভুক সত্ৰতে নজৰবন্দী কৰি ৰাখিলে। সেই সম্পৰ্কে শৰ্মাই ( বেণুধৰ শৰ্মা) আমালৈ লিখিছিল এনেকৈ, "গোস্বামীদেৱলৈ দিয়া চিঠিখনৰ মৰ্মটো (মণিৰাম দেৱানে দিয়া চিঠি) হৰনাথ পৰ্বতীয়া বৰুৱাই কাপ্তান লুথাৰক বুজাই দিয়াত গোসাঁইক গ্ৰেপ্তাৰ কৰে। কিন্তু সত্ৰতে ৰাখে আৰু সত্ৰৰ বহু মাল বস্তু ক্ৰোক কৰি লৈ আছে।"
>
> "বিদেশী ইংৰাজসকলে প্ৰভুজনাৰ ওপৰত তেতিয়াৰ পৰা সন্দেহৰ চকুৰে চাবলৈ ধৰে। অৱশ্যে প্ৰভুৱে বিদ্ৰোহী মনক আঁতৰাই ৰখা নাছিল। দেৱানৰ লগত ৰহস্যভাৱে চিঠি-পত্ৰ আৰু অন্য যোগাযোগ সম্পূৰ্ণে ৰাখিছিল। সত্ৰাধিকাৰ প্ৰভুৱে দেৱানৰ মৃত্যুদণ্ডত বহুত বেজাৰ কৰিছিল। ..... সত্ৰাধিকাৰ জনাৰ লগতে সত্ৰৰ ভকতসকলৰো জাতীয় অস্তিত্ব ৰক্ষাৰ চেতনা জাগৃত হোৱাৰ উমান পোৱা যায়।"[৮]

ব্ৰিটিছৰ আনুগত্য সহজে স্বীকাৰ নকৰি আৰু ব্ৰিটিছৰ ছত্ৰছায়াত সত্ৰ পৰিচালনা কৰিবলৈ ভাল নাপাই স্বদেশী শাসকৰ হাতলৈ পুনৰ ক্ষমতা ঘূৰাই আনিবলৈ সত্ৰাধিকাৰজনাৰ লগতে সত্ৰৰ ভকতসকলো বিদ্ৰোহত জড়িত হৈ পৰাটো কম গুৰুত্বপূৰ্ণ কথা নাছিল। এই ক্ষেত্ৰত সত্ৰাধিকাৰ কৃষ্ণকান্ত দেৱগোস্বামীৰ স্বদেশপ্ৰীতি সঁচাকৈয়ে প্ৰশংসনীয়। ইচ্ছা কৰা হ'লে তেখেতে স্বদেশ আৰু স্বজাতিৰ কথা চিন্তা নকৰি ব্ৰিটিছৰ লগত হাত মিলাই নিজে সুখে-সন্তোষে থাকিব পাৰিলেহেঁতেন। কিন্তু তেওঁ তাকে নকৰি ব্ৰিটিছৰ বিৰুদ্ধাচৰণ কৰি বিদেশী শাসকৰ হাতত বন্দী হৈ এক স্বাধীনচিতীয়া, স্বদেশহিতৈষী হিচাপে নিজকে আমাৰ আগত পৰিচয় দি থৈ গ'ল।

## ৩.৬ আউনীআটী আৰু দক্ষিণপাট সত্ৰক জৰিমনা

আউনীআটী, দক্ষিণপাট, গড়মূৰ আৰু কুৰুৱাবাহী— অসমৰ এই ঘাই চাৰিসত্ৰৰ ভিতৰত গড়মূৰ সত্ৰৰ বাহিৰে বাকীকেইখন সত্ৰই সাম্ৰাজ্যবাদী ইংৰাজসকলৰ সপক্ষে থাকি তেওঁলোকৰ শাসন-শোষণৰ সহযাত্ৰী হৈ পৰিছিল। ইংৰাজ শাসক শ্ৰেণীয়েও তেওঁলোকৰ মান মৰ্যাদাৰ প্ৰতি বিশেষ চকু ৰাখিছিল আৰু তেওঁলোকে কোনো কথাৰ ওপৰত কৰা মন্তব্য বা পৰামৰ্শ চৰকাৰে গুৰুত্বসহকাৰে লৈছিল। অৱশ্যে আউনীআটী আৰু দক্ষিণপাট সত্ৰৰ দেৱোত্তৰ মাটিত হোৱা আফু খেতিৰ বাবে উক্ত দুই সত্ৰৰ অধিকাৰ গোসাঁয়ে এবাৰ আদালতলৈ যাব লগা হৈছিল। সেইকালত অসমীয়া মানুহে আফু খেতি প্ৰচুৰ পৰিমাণে কৰিবলৈ লৈছিল। আফু খেতি কৰাটো সেই সময়ত চৰকাৰে নিষিদ্ধ কৰিছিল। যদিও চৰকাৰে নিষিদ্ধ কৰিছিল তথাপি নিজে তাৰ বেপাৰী হৈ পৰিছিল। যি নহওক, দক্ষিণপাট আৰু আউনীআটী সত্ৰৰ দেৱোত্তৰ মাটিত আফু খেতি হোৱা দেখা পাই সেই দোষতে তৎকালীন শিৱসাগৰৰ জিলাধিপতি মিঃ স্কঞ্চ চাহাবে উক্ত সত্ৰৰ অধিকাৰ দুজনাক আদালতলৈ মাতি নি প্ৰত্যেককে ৫০০ টকাকৈ জৰিমনা কৰিলে।"[৯]

## ৩.৭ ৰাজ-অভিষেকত চাৰিসত্ৰীয়া গোসাঁই

১৮৭৭ চনৰ ১ জানুৱাৰী তাৰিখে মহাৰাণী ভিক্টোৰিয়াক 'ভাৰত সম্ৰাজ্ঞী' বুলি দিল্লীৰ এক দৰবাৰত ঘোষণা কৰি গোটেই দেশতে উৎসৱ পতা হৈছিল। শিৱসাগৰতো এই উপলক্ষে এখন উৎসৱ পতা হয়। তৎকালীন অসমৰ ডেপুটি কমিচনাৰ কেম্বেল চাহাবে (R. Cambell) চাৰিসত্ৰৰ অধিকাৰ সকলৰ লগতে আন আন সত্ৰৰ অধিকাৰ সকলকো সেই উৎসৱলৈ নিয়ন্ত্ৰণ জনোৱাত তেওঁলোকে তালৈ গৈ ৰাজভক্তিৰ পৰিচয় দিছিল। ঠিক সেইদৰে ১৯১১ চনৰ ১২ ডিচেম্বৰ তাৰিখে শিৱসাগৰ দৰবাৰ ফিল্ডত ইংলেণ্ডৰ ৰজা পঞ্চম জৰ্জ আৰু ৰাণী মেৰীৰ অভিষেক উপলক্ষে শিৱসাগৰ জিলাৰ ডেপুটি কমিচনাৰ

মেজৰ প্ৰেফিয়াৰ চাহাবে চাৰিসত্ৰীয়া গোসাঁইসকলৰ লগতে আন আন সত্ৰাধিকাৰ সকলকো সেই উৎসৱলৈ নিমন্ত্ৰণ জনাইছিল আৰু তেওঁলোকেও আনন্দেৰে সেই উৎসৱত যোগ দিছিল। অৱশ্যে গড়মূৰ সত্ৰৰ অধিকাৰ পীতাম্বৰ দেৱগোস্বামীয়ে তেতিয়ালৈকে সত্ৰীয়া পূৰ্বাপৰ নিয়ম অনুসৰি 'অধিকাৰ নিৰ্মালী' লোৱা নাছিল বাবে চৰকাৰে তেওঁক যোৰহাটৰ অধিবেশনলৈকে নিমন্ত্ৰণ কৰিছিল।

## ৩.৮ দক্ষিণপাট সত্ৰৰ বাসুদেৱ গোস্বামী আৰু নৰদেৱ গোস্বামীৰ ভূমিকা

ব্ৰিটিছ কোম্পানীৰ শাসনৰ আৰম্ভণিতে দক্ষিণপাট সত্ৰৰ বাসুদেৱ গোস্বামী নামৰ যিজনা সত্ৰাধিকাৰ আছিল সেইজনা গোসাঁয়ে ইংৰাজ চৰকাৰৰ ছত্ৰছায়াত থাকিয়েই সুকলমে আৰু নিৰ্ভয়ে সত্ৰ পৰিচালনা কৰি স্বৰ্গগামী হৈছিল। ১৮১৭ শকত দক্ষিণপাট সত্ৰৰ ধৰ্মাধিকাৰ গাদীত বহা স্বৰ্গীয় নৰদেৱ গোস্বামী আছিল ইংৰাজৰ এজন একনিষ্ঠ ভক্ত, গোড়া আৰু প্ৰতিক্ৰিয়াশীল ভাবধাৰাৰ পৃষ্ঠপোষক। ১৯১১ চনত শিৱসাগৰ দৰবাৰ ফিল্ডত পতা ৰজা পঞ্চম জৰ্জৰ অভিষেকত আন আন সত্ৰাধিকাৰৰ লগতে এইজনা গোসাঁয়েও যোগ দিছিল। এওঁৰ আকোঁৰগোজালিৰ ফলতেই উক্ত উৎসৱত চাৰিসত্ৰীয়াৰ মান-মৰ্যাদা অটুট ৰাখিবলৈ ইংৰাজে যত্ন কৰিছিল। ইংৰাজৰ একান্ত ভক্ত হোৱা বাবেই নৰদেৱ গোস্বামীয়ে ৰাজদ্ৰোহিতা কৰাটো মহাপাপ বুলিয়েই বিবেচনা কৰিছিল। সেয়েহে ভাৰতৰ স্বাধীনতা তেওঁৰ কাম্য নাছিল। মহাত্মা গান্ধীয়ে আহ্বান দিয়া অসহযোগ আন্দোলনত তেওঁ যোগ দিয়াটো বাদেই আনকি আন্দোলনৰ নামত ফুটাকড়ি এটাও নিদিছিল। কংগ্ৰেছৰ অৰ্থ সাহায্যৰ নিমিত্তে গোসাঁইৰ ওচৰলৈ দেশভক্ত ফুকন আহি কেনেকৈ বিমুখ হৈ ঘূৰি যাব লগা হৈছিল সেই কথা বৰ্ণনা কৰি বেণুধৰ শৰ্মাই এঠাইত লিখিছে ঃ

> "কংগ্ৰেছৰ প্ৰচাৰ কাৰ্যৰ নিমিত্তে অৰ্থ সাহায্য বিচাৰি এবাৰ দলে-বলে দেশভক্ত তৰুণৰাম ফুকন আহক গোসাঁই ঈশ্বৰৰ ওচৰলৈ। বেৰিষ্টৰী বুদ্ধিৰে ফুকন ডাঙৰীয়াই গোসাঁই ঈশ্বৰেৰে সৈতে নেৰোপানীকৈ তৰ্ক কৰি চালে, গোসাঁই ঈশ্বৰৰ খোপনি একোপধ্যেই লৰাব নোৱাৰিলে। কংগ্ৰেছৰ নামত ফুটা-কড়ি এটাও নিদিও বুলি প্ৰভুৱে খাটাংকৈ কৈ দিলে। অথচ, ফুকনক নিজাকৈ যি লাগে তাকে দিয়া হ'ব বুলি আশ্বাসো দিলে। ফুকনে কিন্তু কংগ্ৰেছৰ নামত নিদিলে নিজৰ নামত টকা এটাও ল'বলৈ অমান্তি হ'ল।"[১০]

স্বাধীনতা আন্দোলনৰ বাবে নৰদেৱ গোসাঁয়ে কোনো অৰ্থ সাহায্যতো নিদিছিলেই আনকি ৰজনীকান্ত বৰদলৈ আৰু তাৰা প্ৰসাদ চলিহাৰ হতুৱাই অসহযোগ আন্দোলনৰ বিৰুদ্ধে পুস্তিকা লিখোৱাই প্ৰচাৰ কৰোৱাইছিল।।[১১]

অসমত কানি নিৰ্মূলকৰণৰ ক্ষেত্ৰত নৰদেৱ গোস্বামীয়ে ব্ৰিটিছ চৰকাৰৰ লগত সহমত প্ৰকাশ কৰিছিল। এই বিষয়ে তেওঁৰ মতামত চৰকাৰে সোধাত তেওঁ কৈছিল ঃ

"কানি নিৰ্মূল কৰিব লাগে সঁচা, তাকে লাহে লাহেহে উঠাব লাগে। ঘপকৰে বন্ধ কৰি দিলে গ্ৰহণী ৰোগীবিলাক অকালতে মৰিব।"[১২]

সেইসময়ত অসমৰ পৰা কানি উঠাই দিব লাগে বুলি প্ৰবল জনমত গঢ়ি উঠিছিল। গান্ধীজীৰ অসহযোগ আন্দোলনটো অসমত, প্ৰকৃতাৰ্থক ক'বলৈ গ'লে, কানি নিবাৰণী আন্দোলনলৈ ৰূপান্তৰিত হৈছিল। যেতিয়া অসমৰ পৰা অতি শীঘ্ৰে কানি উঠাই দিব লাগে বুলি স্বৰ্গীয় কুলধৰ চলিহাই অসম কাউন্সিলত প্ৰস্তাৱ দাঙি ধৰিলে তেতিয়া চৰকাৰৰ চীফ চেক্ৰেটৰী এ ডব্লিউ ব'থামে তাৰ বিৰোধিতা কৰি নৰদেৱ গোস্বামীয়ে কানিৰ বিষয়ে দিয়া মতটোলৈ আঙুলিয়াই দি ক'লে ঃ

"অসমীয়া বৈষ্ণৱসকলৰ ভিতৰত তিনিভাগৰ এভাগৰ যিজনা গুৰু সেইজনা পুণ্যাত্মা ধৰ্ম গুৰুৰ কথা মানিম নে অকল এজন চলিহাৰ কথা মানিম।"[১৩]

গান্ধীজীৰ দ্বাৰা ঘোষিত স্বাধীনতা আন্দোলনৰ কাৰ্যসূচীবিলাকৰ ভিতৰত অস্পৃশ্যতা বৰ্জন আন্দোলনো এটা। নৰদেৱ গোসাঁই এই আন্দোলনৰো ঘোৰ বিৰোধী আছিল। তেওঁ কৈছিল ঃ

"পূৰ্বৰ ঋষিমুনিসকলে কোনোক উচ্চ কোনোক নীচ শ্ৰেণীত ৰখাৰ কাৰণ অলেখ। যাৰ যি স্বভাৱ তাক কেতিয়াও এৰিব নোৱাৰে, "অঙ্গাৰং শত ধৌতেন মলিনত্বং ৯ মুঞ্চ্যতে।"[১৪]

অসবৰ্ণ বিবাহ আৰু বিধবা বিবাহকো বিৰোধিতা কৰি তেওঁ নিজকে প্ৰতিক্ৰিয়াশীল প্ৰগতি বিৰোধী অৰ্থাৎ স্থিতাৱস্থাবাদী সামন্ত ধৰ্মগুৰুৰূপে পৰিচয় দিছিল।

১৯০০ চনত ভাৰতৰ বৰলাট লৰ্ড কাৰ্জন অসমলৈ আহোঁতে গোস্বামীয়ে বৰলাটক গুৱাহাটীতে লগ কৰি তুলসীৰ নিৰ্মালিৰে আশীৰ্বাদ দিছিল আৰু বৰলাটেও গোসাঁইক ৰূপৰ কোষা অৰ্ঘা এজোৰ দি ওলগ জনাইছিল। ব্ৰিটিছ শাসনৰ প্ৰতি নৰদেৱ গোস্বামীয়ে একনিষ্ঠ ভক্তি তথা আস্থা দেখুওৱা বাবেই ব্ৰিটিছ চৰকাৰে তেওঁক 'কেইজাৰ ই হিন্দ' নামৰ এটি মেডেল ৰাজভক্তিৰ চিন স্বৰূপে প্ৰদান কৰিছিল। "চাৰ বেম্বফীল্ড ফুলাৰ দুৱলীয়া চাহাবেও সত্ৰ চাবলৈ আহি গোসাঁই ঈশ্বৰক সোণালী আখৰেৰে ছপা কৰা শ্ৰীমদ্ভাগৱত গীতা এখনি প্ৰণামী স্বৰূপে আগবঢ়াইছিল। চাৰ আৰ্চডেল আৰ্ল চীফ কমিচনাৰেও সত্ৰ দৰ্শন কৰিবলৈ আহি প্ৰভুক যথানুৰূপ উপঢৌকনেৰে মান ধৰিছিল।"[১৫]

## ৩.৯ আউনীআটী সত্ৰাধিকাৰ কুশৰামদেৱৰ ভূমিকা

অসমৰ প্ৰধান চাৰিসত্ৰৰ ভিতৰত আউনীআটী সত্ৰয়ো ইংৰাজ শাসক শ্ৰেণীৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰি চলিছিল। অসমত ব্ৰিটিছ শাসনৰ পাতনি নৌহওঁতেই মানৰ বিৰুদ্ধে

ইংৰাজে কৰা যুদ্ধত তেতিয়াৰ এই সত্ৰৰ অধিকাৰী শ্ৰীশ্ৰীকুশৰামদেৱে ইংৰাজৰ সপক্ষে থাকি সহায়-সহযোগ আগবঢ়াইছিল।[১৬] তেতিয়াৰ ইংৰাজ বিষয়া স্কট চাহাবক পূৰ্বৰে পৰা চলি থকা সত্ৰৰ মান-মৰ্যাদাৰ কথা উল্লেখ কৰি সেইবোৰ তেওঁলোকেও (অৰ্থাৎ ইংৰাজেও) কেনেকৈ ৰক্ষা কৰিব লাগে সেই বিষয়ে কুশৰামদেৱে দৃষ্টি আকৰ্ষণ কৰাইছিল। পণ্ডিত তীৰ্থনাথ শৰ্মাৰ মতে, "ইংৰাজ অহাৰ লগে লগে সত্ৰবোৰৰ স্বাৰ্থৰ হকে তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰা এয়ে প্ৰথম।"[১৭] ইয়াৰ পিছত কুশদেৱ গোস্বামীয়ে ভাগিৰথী স্নান কৰিবলৈ যাওঁতে গোৱালপাৰাৰ পগলাৰ টেকত স্কট চাহাবক দেখা কৰে। চাহাবেও বাটত কোনো অসুবিধা নাপাবৰ বাবে গোসাঁইক এখন পত্ৰ আৰু এজন জমাদাৰ লগত দিয়ে।[১৮] দক্ষিণপাট সত্ৰৰ বাসুদেৱ গোসাঁইক অধিকাৰ নিৰ্মালি দিবলৈ যাওঁতেও কুশৰামদেৱে যোৰহাট নগৰত থকা নবিন (Newvil) চাহাবকো দেখা কৰিছিলগৈ।[১৯] কুশদেৱৰ লগত ইংৰাজ শাসকশ্ৰেণীৰ কেনে সু-সম্পৰ্ক আছিল তাৰ এটি জ্বলন্ত প্ৰমাণ হ'ল ঃ তদানীন্তন অসমৰ কমিচনাৰ জেনকিন্স চাহাবে কুশদেৱ গোসাঁইক গুৱাহাটীত "ডাঙৰ শিলৰ খুটা অনাই পূৰ্বৰ আমনি সত্ৰৰ ঠাইত বিভিন্ন ঘৰবোৰ স্থায়ীভাৱে কৰাই দিলে।"[২০]

## ৩.১০ দত্তদেৱ গোস্বামীৰ ৰাজসম্ভাষণ

শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী আউনীআটীৰ সত্ৰাধিকাৰ হৈ থকা কালত বেলেগ বেলেগ সময়ত অসমৰ চীফ কমিচনাৰ কৰ্ণেল কিটিং আৰু কটন চাহাব সত্ৰ চাবলৈ অহাত গোসাঁয়ে তেওঁলোকক ৰাজকীয় মৰ্যাদাৰে সাদৰ-সম্ভাষণ জনাইছিল। কমিচনাৰ জেনকিন্স আৰু চাৰ বিস্তন চাহাবকো গোস্বামীয়ে যথাযোগ্য সেৱা-সৎকাৰ কৰিছিল।

## ৩.১১ কমলদেৱ গোস্বামী

দত্তদেৱ গোস্বামীৰ পিছত আউনীআটীৰ অধিকাৰ পদ লাভ কৰে শ্ৰীশ্ৰীকমলদেৱ গোস্বামীয়ে। এওঁৰ দিনতো ব্ৰিটিছ চৰকাৰৰ লগত সত্ৰৰ সম্পৰ্ক সুদৃঢ় আছিল। এবাৰ দত্তদেৱ গোস্বামীৰ অস্থি পেলাবলৈ যাওঁতে বাটতে গোসাঁইয়ে লেফটেনেণ্ট গৱৰ্ণৰক লগ পালে। "দুৱলীয়া লাটে প্ৰভুক সমুচিত মৰ্যাদাৰে সম্বৰ্ধনা কৰে। কথা-বতৰাৰ মাজত প্ৰভুৱে ভাটীলৈ যাত্ৰা কৰাৰ কথা জানিবলৈ পাই লাটে বৰ সন্তোষ পালে আৰু বাটত যাতে কোনো অসুবিধা নহয় তাৰ বাবে এখন পত্ৰ দিলে আৰু লগত সাতজন সশস্ত্ৰ চিপাহী দিলে।"[২১]

## ৩.১২ কমলদেৱ গোসাঁইৰ লগত ডেকা অধিকাৰৰ মনোমালিন্য আৰু চৰকাৰী হস্তক্ষেপ

কমলদেৱ গোসাঁইৰ দিনতেই ডেকা অধিকাৰ লীলাকান্ত গোস্বামীৰ লগত গোসাঁইৰ কিছু কথাত মনোমালিন্য ঘটিছিল। অধিকাৰ গোসাঁই বাহিৰত থকা সময়ত ডেকা অধিকাৰ

জনাই দণ্ডদেৱ প্ৰভুৰ শ্ৰাদ্ধ কৰিবলৈ অধিকাৰলৈ টকা বিচাৰি এখন চিঠি লিখিছিল। অধিকাৰ গোসাঁয়ে তেতিয়া ডেকা অধিকাৰলৈ চিঠি লিখি জনালে যে পিণ্ড দিয়াৰ কাম কেৱল অধিকাৰৰহে, ডেকা অধিকাৰৰ নহয়। এই কথাত অসন্তুষ্ট হৈ লীলাকান্ত গোসাঁয়ে সত্ৰৰ কিছু ভকতৰ সৈতে মিলি সত্ৰাধিকাৰৰ বিৰুদ্ধে এখন চিঠি লিখি সেইখন অসমৰ লাট বাহাদুৰলৈ পঠিয়ালে। "লাট বাহাদুৰে সেই চিঠি পাই শ্ৰীশ্ৰীকমলদেৱ গোসাঁইলৈ পঠাই দিলে আৰু অতি শীঘ্ৰে সত্ৰলৈ উভতি যাবলৈ পৰামৰ্শ দি এখন ব্যক্তিগত চিঠিও লগতে পঠালে।" কমলদেৱ গোসাঁয়ে সত্ৰলৈ উলটি গৈ দোষীক উচিতমতে দণ্ড বিহিলে। এই ঘটনাৰ কিছুদিন পিছতে সত্ৰৰ পৰা আপোন ইচ্ছাতে ওলাই যোৱাৰ অপৰাধত লীলাকান্ত গোসাঁইক অধিকাৰ প্ৰভুৱে ডেকা অধিকাৰৰ পদৰ পৰা অৱসৰ দিয়ে আৰু কুৰুৱাবাহী সত্ৰৰ হেমকান্ত গোস্বামীক আনি ডেকা অধিকাৰ পাতিলে। কিন্তু এইজনা নতুন ডেকা অধিকাৰ অতি কম দিনৰ ভিতৰতে মৃত্যুবৰণ কৰাত কমলদেৱ গোস্বামীয়ে "লীলাকান্ত গোসাঁইক আকৌ ডেকা স্বৰূপে গ্ৰহণ কৰি সকলো বিবাদ-মালিন্যৰ অৱসান ঘটোৱাৰ প্ৰস্তাৱ দি যোৰহাটৰ জিলাধিপতিলৈ চিঠি দিলে। মহকুমাধিপতিয়ে সেই চিঠিৰ কথা লীলাকান্ত গোসাঁইক জনাই এনে অপ্ৰীতিকৰ অৱস্থাৰ অৱসান ঘটাবলৈ পৰামৰ্শ দিলে।"[২২]

এই ঘটনাৰ পৰা আমি এটা কথা স্পষ্টভাৱে জানিব পাৰোঁ যে কোনো সত্ৰৰ ভিতৰত কিবা বিবাদ উপস্থিত হ'লে তেনে সত্ৰই তাৰ সু-সমাধানৰ বাবে ইংৰাজ প্ৰশাসনৰ পৰা পৰামৰ্শ বিচাৰিছিল আৰু চৰকাৰেও তেনে বিবাদৰ ওপৰত হস্তক্ষেপ কৰি পৰামৰ্শ আগবঢ়াইছিল।

## ৩.১৩ ৰজাঘৰৰ লগত কমলদেৱ গোসাঁইৰ মিতিৰালি

সি যি কি নহওঁক কমলদেৱ গোস্বামীৰ দিনতেই পঞ্চম জৰ্জৰ অভিষেক অনুষ্ঠিত হৈছিল আৰু গোসাঁয়ে শিৱসাগৰত পতা উৎসৱত যোগো দিছিল। ভাৰতৰ বৰলাট লৰ্ড চেম্‌চ্‌ফৰ্ড অসমলৈ আহোঁতেও তেওঁক অভিবাদন জনাবলৈকো গোসাঁই গৈছিল। "শ্ৰীশ্ৰীকমলদেৱ গোস্বামীয়ে কাৰুকাৰ্য খচিত সোণৰ চুঙাত ভৰাই স্বৰ্ণাক্ষৰেৰে লিখা এখন অভিনন্দন পত্ৰ বৰলাটক প্ৰদান কৰিছিল। বৰলাটেও বহুমানপূৰ্বক সেই অভিনন্দন গ্ৰহণ কৰি প্ৰভুক Princely abbot 'ৰাজতুল্য গুৰু' বুলি সম্বোধন কৰি যথাবিহিত উত্তৰ দিছিল।"[২৩]

কমলদেৱ গোস্বামীৰ দিনতেই কমিচনাৰ চাৰ আৰ্কডল আৰ্ল চাহাব আৰু পি, আৰ, টি, গৰ্ডন চাহাবে সত্ৰলৈ আহি গোস্বামীক প্ৰশংসা কৰি গৈছিল।[২৪]

## ৩.১৪ আউনীআটী সত্ৰৰ ভূমিকা

ভাৰতৰ স্বাধীনতা আন্দোলনৰ কালছোৱাত আউনীআটী সত্ৰৰ অধিকাৰ হৈ থকা শ্ৰীশ্ৰীকমল নাৰায়ণদেৱ, শ্ৰীশ্ৰী লীলাকান্তদেৱ আৰু শ্ৰীশ্ৰী হেমচন্দ্ৰদেৱ কোনোজনেই

আন্দোলনত যোগ দিয়া নাছিল। তিনিজনেই ব্ৰিটিছ শোষকশ্ৰেণীৰ শাসন-শোষণত পূৰ্ণ সমৰ্থন জনাই অসমৰ স্বাধীনতাকামী বিশাল জনগণক বিশ্বাসঘাতকতা কৰিছিল। এই বিশ্বাসঘাতকতা ইমান দূৰলৈকে গৈছিল যে গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামীয়ে ব্ৰিটিছৰ বিৰোধী হৈ স্বাধীনতা আন্দোলনত যোগ দিয়া বাবে তেওঁক অধিকাৰ পদৰ পৰা আঁতৰাবলৈ কমলদেৱ গোস্বামীয়ে তলে তলে ষড়যন্ত্ৰও কৰিছিল! এই বিষয়ে আমি পিছত আলোচনা কৰিম। অৱশ্যে হেমচন্দ্ৰ দেৱগোস্বামীয়ে স্বাধীনতা আন্দোলনত সহযোগ নকৰিলেও আন্দোলনৰ কৰ্মীক অৰ্থ সাহায্য দিছিল।[২৫]

ব্ৰিটিছ চৰকাৰে অসমৰ সত্ৰসমূহত আন্দোলনৰ ফিৰিঙতি যাতে সোমাব নোৱাৰে সেই দিশত চোকা নজৰ দিছিল। কাৰণ চতুৰ ইংৰাজে জানিছিল যে সত্ৰসমূহৰ লগত জড়িত হৈ থকা বিশাল ভকত-শিষ্যবৰ্গৰ মাজত এবাৰ স্বাধীনতা আন্দোলনৰ জুই জ্বলি উঠিলে তাক নুমুৱাটো সহজসাধ্য নহ'ব। মোৱামৰীয়া গণ অভ্যুত্থানে আহোম ৰাজতন্ত্ৰক কেনেদৰে সোলোক-ঢোলোক কৰি পেলাইছিল সেই কথা তেওঁলোকে নজনাকৈ থকা নাছিল, স্বাধীনতা আন্দোলনৰ প্ৰতি আউনীআটী সত্ৰাধিকাৰ হেমচন্দ্ৰ দেৱগোস্বামীৰ মনোভাৱ বুজ ল'বলৈ ইংৰাজে নানা ধৰণৰ চেষ্টা কৰিছিল। এবাৰ ৰাজ্যপাল চাৰ মাইকেল ফিন্নৰ লগত গোসাঁইৰ ব্ৰহ্মপুত্ৰৰ মাজত দেখা হৈছিল। "সাক্ষাৎ প্ৰসঙ্গত চৰকাৰৰ আইন-শৃংখলা ৰক্ষাৰ কাৰ্যত প্ৰভুৰ সক্ৰিয় প্ৰভাব প্ৰয়োগ কৰিবলৈ অনুৰোধ কৰিছিল। প্ৰভুৱে যুক্তিপূৰ্ণ অথচ নিৰ্ভীক উক্তিৰে তাৰ প্ৰত্যুত্তৰ দিছিল। প্ৰভুৱে কৈছিল— "সত্ৰসমূহ জনতাৰ বস্তু, ৰাইজে আৱশ্যক উপলব্ধি কৰিছে বাবেই সত্ৰসমূহ জীৱিত হৈ আছে। আমিও সেইদৰে ৰাইজে বাচি অনা সত্ৰৰ ৰখীয়াহে। গতিকে ৰাইজৰ মনৰ গতিৰ বিৰুদ্ধে যোৱা আমাৰ পক্ষে সম্ভৱ হ'ব জানো।" এই কথা শুনি ৰাজ্যপালে সুধিলে— "তেনেহ'লে কোনোলোকে চৰকাৰ-বিৰোধী কাম কৰিলে তেওঁ প্ৰভুৰ পৰা (from your holiness) প্ৰেৰণাহে পাব নেকি?" প্ৰভুৱে সমিধান দিলে— "সেইটো কেনেকৈ হ'ব, ব্যক্তি আৰু জনতাৰ শক্তিৰ মাজত বহুত প্ৰভেদ।" ..... কিছুদিন পাছত আকৌ শিৱসাগৰৰ উপায়ুক্ত ক্ল চাহাব সত্ৰলৈ আহি প্ৰভুৰ লগত সাক্ষাৎ কৰিছিল। এই সাক্ষাতৰো পৰোক্ষ উদ্দেশ্য আছিল স্বাধীনতা আন্দোলনৰ প্ৰভুৰ মনোভাৱ বুজা। প্ৰভুৱে চাৰ মাইকেল ফিন্নক কোৱা কথাকেই কৈছিল।"[২৬]

হেমচন্দ্ৰ গোসাঁই আউনীআটীৰ অধিকাৰ হৈ থকাৰ সময়তেই সমগ্ৰ ভাৰতজুৰি মহাত্মাৰ বিখ্যাত অস্পৃশ্যতা বিৰোধী আন্দোলনে তোলপাৰ লগাই আছিল। এই আন্দোলনক কোনো কোনো ধৰ্মগুৰুৱে সমৰ্থন কৰিছিল আৰু কিছুমানে বিৰোধিতা কৰিছিল। এই সন্দৰ্ভত নিজা মত প্ৰকাশ কৰি হেমচন্দ্ৰ দেৱগোস্বামীয়ে "হিন্দু সমাজলৈ গোহাৰি" বুলি এখন গোহাৰিপত্ৰ প্ৰকাশ কৰিছিল। স্ববিৰোধী মতেৰে ভৰা উক্ত গোহাৰিখনত গোসাঁয়ে পাকে-প্ৰকাৰে অস্পৃশ্যতাৰ সপক্ষেই ৰায় দি সামন্ত ধৰ্মগুৰুৰ কৰ্তব্য পালন কৰিছিল। গোহাৰিখনৰ শেষত তেওঁ কৈছিল ঃ

"ভাৰতৰ দক্ষিণ-পশ্চিম অঞ্চলত আইন প্ৰণয়নাধিকাৰ পোৱা ৰাজনৈতিক মনীষীসকলে আইনৰ বলেৰে বহিৰ্জগতৰ ইষ্টক প্ৰস্তুৰ নিৰ্মিত প্ৰাণহীন মন্দিৰৰ দ্বাৰ মুক্ত কৰিবলৈ সমৰ্থ হ'লেও উচ্চ হিন্দু সমাজৰ অন্তৰজগতৰ সহানুভূতি সম্পন্ন হৃদয় মন্দিৰৰ প্ৰীতিদ্বাৰ উন্মুক্ত নহ'লে হিন্দু সমাজৰ সম্প্ৰীতি মূলক একতা নঘটিব। বলেৰে জাপি দিয়া একতাই হিন্দু সমাজৰ ইষ্টতকৈ অনিষ্ট ঘটোৱাৰ সম্ভাৱনাও বোধহয় কম নহয়।"[২৭]

সেই একেখন গোহাৰিতে তেওঁ আৰু এটি তাৎপৰ্যপূৰ্ণ মন্তব্য দাঙি ধৰিছিল ঃ "এইখিনিতে উপলব্ধি কৰি চোৱা ভাল যে ৰাজনীতি আৰু ধৰ্মনীতি পৃথক হ'লেও কাৰ্য লৈ উভয় নীতিৰ অবিচ্ছেদ্য সম্বন্ধ— যিহেতু ৰাজনীতিয়ে ধৰ্মনীতিক ৰক্ষা কৰে আৰু ধৰ্মনীতিয়ে মঙ্গল কামনাৰে ৰাজনীতিৰ পোষকতা কৰে।"[২৮]

এই কথাখিনিৰ পৰাই গোসাঁইৰ ৰাজভক্তিৰ মনোভাৱ স্পষ্টকৈ ওলাই পৰিছে। যিহেতু "ধৰ্মনীতিয়ে মঙ্গল কামনাৰে ৰাজনীতিৰ পোষকতা কৰে", গতিকে সেই ৰাজনীতিক ( সি গণবিৰোধী হ'লেও) ধৰ্মই বিৰোধিতা কৰাটো প্ৰশ্নই উঠিব নোৱাৰে। সেয়েহে ব্ৰিটিছৰ শোষণমুখী ৰাজনীতিৰ বিৰুদ্ধে গোসাঁয়ে কোনো ধৰণৰ বিষোদ্‌গাৰ প্ৰকাশ কৰা নাছিল; বৰং ব্ৰিটিছৰ শাসন-শোষণত সহায়হে কৰিছিল।

## ৩.১৫ ৰাজভক্ত ৰূপত পীতাম্বৰ দেৱগোস্বামী

ঘাই চাৰিসত্ৰৰ ভিতৰত গড়মূৰ সত্ৰই আছিল ব্ৰিটিছ বিৰোধী আৰু স্বাধীনতা আন্দোলনৰ পূৰ্ণ সমৰ্থক। এই সত্ৰৰ অধিকাৰ পীতাম্বৰ দেৱগোস্বামী আছিল স্বাধীনতা আন্দোলনৰ এজন অক্লান্ত কৰ্মী, সমাজ সংস্কাৰক আৰু প্ৰগতিশীল ভাৱধাৰাৰ লোক। অৱশ্যে ১৯২১ চনৰ আগলৈকে তেৰোঁ আছিল ব্ৰিটিছ চৰকাৰৰ একান্ত ভক্ত। ইংলেণ্ডৰ ৰজা পঞ্চম জৰ্জৰ অভিষেক উপলক্ষে পতা অনুষ্ঠানত তেৰোঁ যোগ দি ৰাজভক্তিৰ পৰিচয় দিছিল। উক্ত অনুষ্ঠানত তেওঁ পাঠ কৰা ভাষণত গোসাঁয়ে কৈছিল ঃ

"বৰ্তমান আমি ইংৰাজৰ অধীন। কিন্তু কোনো এখন দেশ যে সদায় একেদৰেই কোনো এক ৰজাৰ অধীনতে থাকিব সিও নহয়; সকলোৱেই স্বাধীনতা পাবলৈ ইচ্ছা কৰে। ভাৰতেও যদি ভৱিষ্যতে কোনো দিনা স্বাধীনতা লাভ কৰি বেলেগ শাসনৰ অনুবৰ্তী হয়, তেতিয়া সি সুকীয়া কথা। কিন্তু এতিয়া আমি ইংৰাজৰ অধীন; গতিকে এই ৰজাক সকলোৱে শ্ৰদ্ধা-ভক্তি জনোৱাটো উচিত।"[২৯] (গুৰুত্ব চিন এই প্ৰবন্ধকাৰৰ)

সেই সময়ত গোসাঁয়ে অকল ৰাজভক্তি প্ৰদৰ্শন কৰাই নহয় আনকি ব্ৰিটিছ চৰকাৰক সহায়-সহযোগো আগবঢ়াইছিল। গঙ্গাধৰ হাজৰিকাই বৰ্ণোৱা মতে ঃ

"১৯১৪ চনত ইংৰাজ আৰু জাৰ্মানক উপলক্ষ কৰি পৃথিৱী জুৰি হোৱা ১ম মহাসমৰলৈকো এইজনা প্ৰভুৱে যথাশক্তি সাহায্যদানে সহানুভূতি প্ৰদৰ্শন কৰিছিল।

বৃটিছ গৱৰ্ণমেণ্টৰ "ৰিলিফ ফণ্ডলৈ" অধিকাৰ প্ৰভুৱে নগদ ৫০০ (পাঁচশ) টকা দান কৰিছিল। আৰ্থিক অৱস্থা স্বচ্ছল নথকা হেতু "ওৱাৰ ল'নত" (যুদ্ধৰ কাৰণে ধাৰে দিয়া) টকা দি সহায় কৰিব পৰা নাছিল।"[৩০]

## ৩.১৬ ব্ৰিটিছ বিৰোধী ৰূপত পীতাম্বৰ দেৱগোস্বামী

১৯২০ চনত ভাৰতৰ বৰলাট লৰ্ড চেম্চ্‌ফৰ্ড অসমলৈ আহোঁতেও পীতাম্বৰ গোস্বামীয়ে তেওঁক কমলাবাৰী আলি মূৰত অভিবাদন জনাই আহিছিলগৈ।[৩১] কিন্তু ব্ৰিটিছ শাসনৰ প্ৰতি পীতাম্বৰ গোসাঁইৰ মোহভংগ হ'বলৈ বেছি দিন লগা নাছিল। অনতিপলমে তেওঁৰ গাত স্বাধীনতা আন্দোলনৰ বতাহে ভালকৈয়ে লম্ভিলে। সেইসময়ত অসহযোগ আন্দোলনে ভাৰতত তোলপাৰ লগাই আছিল। গোস্বামী প্ৰভুৱে সেই আন্দোলনৰ সোঁতত নিজকে উটুৱাই দিলে। স্বাধীনতা আন্দোলনত যোগ দিয়াৰ সন্দৰ্ভত গোস্বামীয়ে নিজেই এঠাইত এইদৰে লিখি থৈ গৈছে ঃ

> "..... ১৯২০ চনত মহাত্মা গান্ধীৰ গোটেই দেশজোৰাকৈ অসহযোগ আন্দোলন আৰম্ভ হ'লত্‌ আমালোকে কায়বাক্যমনেৰে ২১ চনৰ পৰা লাগি পৰিলোহক।"[৩২]

স্বাধীনতা আন্দোলনত অধিকাৰ গোসাঁই যোগ দিয়াৰ কথা জানিব পাৰি চৰকাৰে তেওঁৰ পিছত গুপ্তচৰ নিয়োগ কৰিছিল আৰু তেওঁক 'ব্লেক লিষ্ট'ত ভুক্ত কৰি ৰাখিছিল।

## ৩.১৭ পীতাম্বৰ গোসাঁইৰ বিৰুদ্ধে তিনি সত্ৰীয়াৰ ষড়যন্ত্ৰ

ঠিক এই সময়তেই ব্ৰিটিছ ভক্ত আউনীআটী সত্ৰৰ অধিকাৰ কমলদেৱ গোস্বামীয়েই পীতাম্বৰ দেৱগোস্বামীক শত্ৰুৰূপে গণ্য কৰি তেওঁক অধিকাৰ পদৰ পৰা আঁতৰাবলৈ চক্ৰান্ত কৰি কুৰুৱাবাহী সত্ৰাধিকাৰ যদুচন্দ্ৰ গোস্বামীলৈ গোপনে এখন চিঠি প্ৰেৰণ কৰিলে। চিঠিখনৰ পূৰ্ণৰূপ এনেধৰণৰ ঃ

> "শ্ৰীশ্ৰীগোবিন্দ।
> মঙ্গলালয়, শ্ৰীশ্ৰীযুত কুৰুৱাবাহী গোস্বামী
> মঙ্গলালয়েষু।
>
> বিশেষ গড়মূৰীয়াই চাৰি সত্ৰৰ ধৰ্মপন্থ অতিক্ৰম কৰি নানাৰূপ ব্যভিচাৰ কাৰ্য কৰি চাৰিসত্ৰৰ ধৰ্মৰ মহৎ ব্যাঘাত জন্মোৱাত ও চাৰিসত্ৰীয়াৰ ৰুল মতে নচলি চাৰি সত্ৰীয়াৰ মান-মৰ্যাদাত ব্যাঘাত জন্মোৱা গতিকে তেওঁক অধিকাৰ পদৰ পৰা অৱসৰ দিয়া আৱশ্যক হৈছে। ইত্যাদি কাৰণত তেওঁক অৱসৰ দি অন্য এজনক প্ৰতিষ্ঠা কৰিবৰ কাৰণে এখন দৰ্খাস্ত তৈয়াৰ কৰি পঠোৱা হৈছে। তাতে এটি চহী কৰি পঠাব লাগে। ভয়ৰ, কোনো

কাৰণ নাই, ইয়াৰ দ্বাৰা গৱৰ্ণমেণ্টৰ প্ৰিয়পাত্ৰহে হ'ব। কাৰণ তেওঁ গৱৰ্ণমেণ্টৰ বিৰোধী নন-কো-অপাৰেচনত যোগ দিয়া বাবে তেওঁক আটক কৰিবলৈ উদ্যোগ হৈছে বুলি জনা হৈছে। ইয়াৰ ভিতৰতে আমি এখন দৰ্খাস্ত দি সত্ৰখন চাৰি সত্ৰীয়াৰ বান্ধনিৰ ভিতৰত ৰাখিলে ভৱিষ্যতলৈ আমালোকৰ বিশেষ সুবিধা ৰব ইতি।

(স্বাঃ)শ্ৰীশ্ৰীআউনীআটীয় সত্ৰাধিকাৰ।"[৩৩]

মন কৰিবলগীয়া কথা এয়ে যে কুৰুৱাবাহী সত্ৰাধিকাৰ যদুচন্দ্ৰ গোস্বামী আছিল পীতাম্বৰ দেৱগোস্বামীৰ খুৰাদেৱক। খুৰাকে গুৰুত্বৰ শপথ দি পীতাম্বৰ দেৱগোস্বামীলৈ এখন চিঠি লিখিলে। চিঠিখনৰ পূৰ্ণৰূপ তলত দিয়া ধৰণৰ ঃ

"পৰম মঙ্গলালয়,

বাপা, তোমাৰ পৰম্পৰ বেয়া কথা শুনিবলৈ দিনতে পালোঁ। গধূলি আউনীআটীৰ কাগজ পাই হতাশ হৈছোঁ গৱৰ্ণমেণ্টৰ বিৰুদ্ধে তুমি চলিবলৈ তোমাৰ কি হৈছে? যদি আমাক লাগে সেই কাম পৰিত্যাগ কৰা। সোনকালে সত্ৰলৈ যাবহি লাগে, পলম নহয়। যদি আমাৰ কথা নুশুনা তেন্তে মোৰ কোনো নাই বুলি লিখি দিবা। গত বৈশাখ মাহতে এখন চিঠি দিছোঁ, - ৰজাৰ কামত হাত নিদিবলৈ; পুনৰ বৰ্তমান দুখন দিওঁ, তেও তুমি নামানা। নোহোৱা কাম হ'লে কি হ'ব? নকৰোঁ বুলি সাৰি অহা হ'ব লাগে। লগৰ গোসাঁই সকলো বিপক্ষ হৈ উঠিছে। আউনীআটীৰ গোসাঁইৰ চিঠিৰ নকল পঠালোঁ, তাতে সকলো বুজিবা। ১৮৪৩ শক ২৭ আঘোণ। ( ইং ১৯২১ চন ১৪ ডিচেম্বৰ।)

(স্বাঃ) শ্ৰীশ্ৰীযদুচন্দ্ৰ গোস্বামী।"[৩৪]

এয়াই আছিল তৎকালীন ৰাজভক্ত সত্ৰাধিকাৰ সকলৰ দেশদ্ৰোহী, বিশ্বাসঘাতকী কাৰ্যকলাপ। নিজৰ আৰু শাসক শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰাতেই এওঁলোক মছগুল আছিল। বিৰাট ধন-সম্পত্তি আৰু ক্ষমতাৰ অধিকাৰী হৈ স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ ফালে পিঠি দি বিদেশী শাসকশ্ৰেণীৰ লগত সহযোগিতা আগবঢ়াই নিজে সুখ-সম্ভোগত মত্ত হৈ পৰিছিল। এইখিনিতে আৰু এটা কথা স্পষ্টভাৱে ওলাই পৰে যে কুৰুৱাবাহী সত্ৰয়ো ব্ৰিটিছৰ আনুগত্য স্বীকাৰ কৰি লৈছিল। স্বাধীনতা আন্দোলনত যোগ দিয়াৰ সাহস কুৰুৱাবাহী সত্ৰয়ো দেখুৱাব পৰা নাছিল।

সি যি কি নহওক, খুৰাকে গুৰুত্বৰ শপত দিয়াত পীতাম্বৰ দেৱগোস্বামীয়ে আঠ মাহ দিন ধৰি আন্দোলনৰ পৰা বিৰত থাকি সত্ৰতে অন্তৰীণ হৈ থাকিবলৈ বাধ্য হৈছিল। সেই সময়তেই খুৰাকৰ মৃত্যু হোৱাত পীতাম্বৰ গোস্বামীয়ে পুনৰ আন্দোলনত জপিয়াই পৰে।

## ৩.১৮ ভাৰত ত্যাগ আন্দোলনত পীতাম্বৰ গোস্বামী

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনতো পীতাম্বৰ গোসাঁই আৰু ডেকা অধিকাৰে সক্ৰিয় অংশ গ্ৰহণ কৰে। "মাজুলী গড়মূৰ সত্ৰ গুপ্ত আন্দোলনকাৰীৰ প্ৰধান কেন্দ্ৰস্থল হৈ

পৰিছিল" বুলি এঠাইত শ্ৰীযুত ৰবীন কাকতিদেৱে উল্লেখ কৰিছে।[৩৫] ফলস্বৰূপে চৰকাৰে অধিকাৰ গোস্বামী আৰু ডেকা অধিকাৰক গ্ৰেপ্তাৰ কৰিবলৈ বাধ্য হয়। অৱশ্যে চৰকাৰে প্ৰথমতে গোসাঁইক গ্ৰেপ্তাৰ কৰিবলৈ সাহস কৰা নাছিল। এই সন্দৰ্ভত অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিত **Political History of Assam**ত এইদৰে লিখা আছে ঃ

> "The Chief Secretary Assam, in a letter to the Home Secretary, Government of India, on 21 April 1943, mentioned that the *Satradhikar's* detention might have "a profound and adverse effect upon his disciples and the Assamese Hindus generally ....." At the same time he admitted "that the *Satra* is now a focus of unlawful activities under the direction of the *Goswami*." He pleaded for his detention in a place outside the province. The Government of India at first suggested Indore as a probable place for his detention. Finally, however, he was detained as a security prisoner at Jorhat jail where he spent about two years' confinement."[৩৬]

আনহাতে স্বাধীনতা আন্দোলনত যোগদান কৰাৰ শাস্তি স্বৰূপে ইংৰাজ চৰকাৰে গড়মূৰ সত্ৰলৈ আনকি ১৩ মাহ কাল লোণ-তেল দিয়া বন্ধ কৰি দিছিল।[৩৭]

## ৩.১৯ সমাজ সংস্কাৰকৰ ৰূপত পীতাম্বৰ গোস্বামী

পীতাম্বৰদেৱে কানি নিবাৰণী আৰু অস্পৃশ্যতা বৰ্জন আন্দোলনতো দেহে-কেহে খাটি অসমীয়া সমাজখনক প্ৰগতিৰ পিনে লৈ অহাত কিছু পৰিমাণে হ'লেও সমৰ্থ হৈছিল। অকল সেয়ে নহয়, বিধবা বিবাহৰ সপক্ষে আৰু বাল্য বিবাহৰ বিপক্ষে থিয় দি তেওঁ নিজকে এক উদাৰ, প্ৰগতিশীল ব্যক্তি বুলি পৰিচয় দিব পাৰিছিল। এই সন্দৰ্ভত বিস্তাৰিতভাৱে লিখাৰ সুবিধা আমাৰ এই অধ্যায়ত নাই। থোৰতে এই কথাকেই কৈ থ'ব পাৰি যে পীতাম্বৰদেৱে বিধবা বিবাহৰ পৰা আৰম্ভ কৰি অস্পৃশ্যতা বৰ্জন, কানি নিবাৰণী আন্দোলনলৈকে যি উদাৰ আৰু প্ৰগতিশীল মনোভাব দেখুৱাইছিল তেনে মনোভাব তৎকালীন কোনো সত্ৰাধিকাৰেই দেখুৱাব পৰা নাছিল। সি যি কি নহওক, সেই সময়ত পীতাম্বৰদেৱ যাই সত্ৰৰ এজন অধিকাৰী হৈ সত্ৰৰ সামন্তযুগীয় কঠোৰ নিয়ম-শৃঙ্খলা আৰু ইংৰাজ শাসক শ্ৰেণীৰ ৰঙা চকুলৈ ভয় নকৰি স্বাধীনতা আন্দোলনত জঁপিয়াই পৰাটো কম ডাঙৰ কথা নাছিল। এই ক্ষেত্ৰত পীতাম্বৰদেৱে বেছ সাহসিকতাৰেই পৰিচয় দিছিল।

## ৩.২০ অন্যান্য সত্ৰৰ ভূমিকা

গড়মূৰ সত্ৰৰ দৰে কিছুসংখ্যক সৰু-বৰ সত্ৰয়ো ইংৰাজৰ বিৰুদ্ধাচৰণ কৰি স্বাধীনতা আন্দোলনত জপিয়াই পৰাৰ কথা আমি জানিব পাৰিছো। এই সত্ৰবিলাকৰ ভিতৰত "শ্ৰী শ্ৰী পুনিয়া সত্ৰ"ও এখন। এই সত্ৰৰ শ্ৰী শ্ৰী দত্তদেৱ (এওঁক "দবল গোসাঁই" নামেৰেও জনা যায়) "১৯২১ চনৰ অসহযোগ আন্দোলনত কংগ্ৰেছৰ সক্ৰিয় কৰ্মী আছিল। বিদেশী বস্ত্ৰ বৰ্জনৰ ক্ষেত্ৰত সত্ৰত থকা বিদেশী কাপোৰেৰে চিলোৱা ভাৱনাৰ সাজ-পাৰ ৰাজহুৱাভাৱে জ্বলাই দিছিল। স্বদেশী আন্দোলনৰ জনপ্ৰিয় নেতা আছিল।"[৩৮] ঠিক সেইদৰে এই সত্ৰৰে অধিকাৰ কনকচন্দ্ৰদেৱ আৰু কমলচন্দ্ৰদেৱো অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক আছিল।[৩৯] তেজপুৰ নিকামূল সত্ৰৰ অধিকাৰ গহনচন্দ্ৰ গোস্বামীয়ো আছিল ব্ৰিটিছ বিৰোধী। তেওঁ "১৯২১ চনত বাহৰ ফুৰিবলৈ যাওঁতে নগাঁৱত মহাত্মা গান্ধীৰ ভাষণ শুনি বিশেষভাৱে অনুপ্ৰাণিত হয় আৰু সামন্তযুগীয় ধৰ্মীয় আড়ম্বৰ ত্যাগ কৰি স্বাধীনতাৰ যুঁজত জপিয়াই পৰে। ১৯৩১-৪২ কালছোৱাৰ ভিতৰত প্ৰায় পাঁচবছৰ কাৰাদণ্ড ভোগাৰ উপৰিও বিয়াল্লিশত সত্যাগ্ৰহ কৰাৰ শাস্তিস্বৰূপে ৭৯ বিঘা মাটি, লগতে অনেক অস্থাৱৰ সম্পত্তি নিলামত হেৰুৱাব লগা হয়। সত্ৰৰ ভালেমান পুৰণি সম্পদো পুলিচৰ হাতত নষ্ট হয়। ..... দেশৰ মুখ্য নেতাসকল জেলত থকা সময়ত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত স্বাধীনতা আন্দোলন চলাই যোৱাৰ ভাৰ পৰিছিল জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগতে 'গোসাঁই প্ৰভুৰ' ওপৰত। তেজপুৰ সত্ৰত গোপনে মৃত্যুবাহিনীৰ প্ৰশিক্ষণ দিছিল।"[৪০]

'দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়'ৰ অন্যতম প্ৰতিষ্ঠাপক আৰু গোলাঘাটৰ কাঠাবাপু সত্ৰৰ অধিকাৰ কমলেশ্বৰ মহন্তয়ো স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰি ব্ৰিটিছ চৰকাৰৰ হাতত কাৰাদণ্ড ভোগ কৰিছিল। ডঃ শিৱনাথ বৰ্মনে এওঁৰ বিষয়ে লিখিছে ঃ

> "১৯২১ চনৰ পৰা ভাৰতৰ স্বাধীনতা যুঁজত সক্ৰিয় অংশগ্ৰহণ কৰি ১৯৩২ চনত ছমাহ কাৰাদণ্ড ভোগে। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত পুনৰ ছমাহ কাৰাবাস খাটে।"[৪১]

সেইসময়ত শোণিতপুৰৰ লোকনাথ গোস্বামী আছিল বৰগাঁও সত্ৰৰ অধিকাৰ। তেওঁ "১৯২১ চনত কংগ্ৰেছত যোগদান কৰে আৰু লগে লগে ৩ মাহ জেল খাটে। ১৯৩০-৪০ৰ আন্দোলনত সহযোগ কৰিছিল।"[৪২]

সি যি কি নহওক, ব্ৰিটিছৰ আনুগত্য স্বীকাৰ নকৰা আৰু স্বাধীনতা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰা আন বহু সৰু সৰু সত্ৰ নিশ্চয় আছিল। কিন্তু এই সত্ৰবিলাকৰ বিষয়ে

আমাৰ হাতত বৰ্তমান কোনো তথ্য-পাতি নথকাত স্বাধীনতা আন্দোলনত সেই সত্ৰবিলাকৰ বৰঙণি সম্পৰ্কে আমি কোনো কথা উল্লেখ কৰিবলৈ অসমৰ্থতা প্ৰকাশ কৰিছোঁ। আশাকৰোঁ যোগ্য গৱেষকে ভৱিষ্যতে এই দিশত আলোকপাত কৰিব।

## ৩.২১ উপসংহাৰ

ইতিমধ্যে ওপৰৰ আলোচনাৰ পৰা আমি দেখিবলৈ পালোঁ যে ধন-জন-সম্পত্তিৰে ক্ষমতাশালী হৈ থকা ঘাই চাৰিসত্ৰৰ ভিতৰত গড়মূৰ সত্ৰ আৰু কিছু স্বাধীনতাকামী সৰু-বৰ সত্ৰৰ বাহিৰে বাকী সকলো সত্ৰই সাম্ৰাজ্যবাদী শাসকৰ আনুগত্য সহজে স্বীকাৰ কৰি লৈছিল। তেনেবোৰ সত্ৰৰ অধিকাৰসকলে ব্ৰিটিছ চৰকাৰৰ লগত সু-সম্পৰ্ক ৰক্ষা কৰি নিজৰ শ্ৰেণী স্বাৰ্থ বৰ্তাই ৰখাৰ লগতে ব্ৰিটিছ চৰকাৰে অসমৰ জনসাধাৰণৰ ওপৰত নিৰ্মম শোষণ-নিষ্পেষণ কৰাৰ বাট মুকলি কৰি দিছিল। প্ৰকৃততে ভাৰতৰ স্বাধীনতা আন্দোলনক বৃদ্ধাঙ্গুলি দেখুৱাই শত্ৰু শিবিৰত যোগ দিয়া ব্ৰিটিছভক্ত এই সত্ৰসমূহে সমাজত শাসক শোষকৰ শ্ৰেণীটোকেই প্ৰতিনিধিত্ব কৰিছিল। এফালে সাম্ৰাজ্যবাদী ব্ৰিটিছ চৰকাৰ আৰু আনফালে সত্ৰৰ ক্ষমতাশালী সামন্ত ধৰ্মগুৰুসকল— এই দুটা শ্ৰেণী শাসক-শোষকৰ নিৰ্মম শোষণ-নিষ্পেষণৰ ফলত সত্ৰৰ বিশাল শিষ্য-ভকতসকলৰ অৱস্থা অত্যন্ত শোচনীয় হৈ পৰিছিল। এই অবৰ্ণনীয় শোষণ-নিষ্পেষণৰ বিৰুদ্ধে শিষ্যসকলে বিদ্ৰোহ কৰাৰ বাটো এই ৰাজভক্ত ধৰ্মগুৰুসকলে কটকটীয়া ধৰ্মীয় বান্ধোনেৰে ৰুদ্ধ কৰি থৈছিল। ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দিয়া আৰু সমপৰ্যায়ৰ এগৰাকী অধিকাৰক শত্ৰুৰূপে গণ্য কৰি তেওঁক অধিকাৰ পদৰ পৰা উৎখাত কৰিবলৈ চেষ্টা চলোৱা এই ৰাজভক্ত সত্ৰাধিকাৰসকলে প্ৰকৃততে সেই সময়ৰ অসমৰ স্বাধীনতাকামী জনগণকেই বিশ্বাসঘাতকতা কৰিছিল। সত্ৰাধিকাৰসকলৰ এই ভূমিকা নিঃসন্দেহে দুৰ্ভাগ্যজনক আছিল। যি সময়ত দেশত পৰাধীনতাৰ শিকলি ছিঙিবৰ বাবে আৰু সমাজৰ উন্নয়নমূলক কাম-কাজৰ বাবে সৰহকৈ মানুহৰ প্ৰয়োজন হৈছিল সেই সময়ত ব্ৰিটিছভক্ত সত্ৰাধিকাৰসকলে বিশাল শিষ্যবৰ্গক সত্ৰৰ ভিতৰত সুমুৱাই তেওঁলোকক অজ্ঞান আন্ধাৰত ৰখাটো উচিত হৈছিলনে? সেইয়া স্বাৰ্থান্বেষী অধিকাৰ গোসাঁইসকলৰ দেশপ্ৰেম আছিল নে দেশদ্ৰোহিতা আছিল? ক্ষমতাই এওঁলোকক অন্ধ কৰি তুলিছিল। সেয়েহে নিজৰ স্বাৰ্থ তথা ক্ষমতাৰ প্ৰতি লক্ষ্য ৰাখিয়েই তেনে সত্ৰাধিকাৰসকলে শিষ্য-ভকতসকলক ইংৰাজ শাসকশ্ৰেণীৰ শোষণ-নিষ্পেষণৰ চিকাৰ হ'বলৈ এৰি দিছিল। ধৰ্মভীৰু শিষ্যসকলৰ দুই-একৰ বাহিৰে প্ৰায়বিলাকেই ধৰ্মগুৰুসকলৰ এই শ্ৰেণীস্বাৰ্থৰ কথা ধৰিব পৰা নাছিল। সেয়েহে তেওঁলোকে ধৰ্মগুৰুসকলৰ কঠোৰ নিয়ম-শৃঙ্খলা উলংঘা কৰি স্বাধীনতা আন্দোলনত যোগ দিয়াৰ হাবিয়াসো কৰা নাছিল।

ওপৰৰ আলোচনাৰ পৰা এই কথাও প্ৰতীয়মান হৈছে যে সত্ৰসমূহৰ নিজৰ মাজতে সদ্ভাৱ নাছিল। ইখন সত্ৰই সিখন সত্ৰক শত্ৰুতা আচৰণ কৰিবলৈ লৈছিল। ডাঙৰ-সৰু লৈয়ো সত্ৰবিলাকৰ মাজত আঁৰিয়া-আঁৰি হৈছিল যেন লাগে। কিন্তু ইয়াৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিছিল ইংৰাজ শাসকগোষ্ঠীয়ে। সত্ৰাধিকাৰসকলৰ নিজৰ মাজতে মিলাপ্ৰীতি আৰু সদ্ভাৱ থকা হ'লে আৰু ব্ৰিটিছৰ আনুগত্য স্বীকাৰ নকৰা হ'লে অসমত স্বাধীনতা আন্দোলনে অধিক গতিশীলতা লাভ কৰিলেহেঁতেন। অকল সেয়ে নহয় অসমৰ অন্যান্য উন্নয়নমূলক কামো তীব্ৰগতিত আগবাঢ়িলহেঁতেন। কিন্তু ঘাই তিনিসত্ৰৰ লগতে আন সৰু-বৰ সত্ৰই নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰি ব্ৰিটিছ ৰাজৰ ওচৰত নতি স্বীকাৰ কৰাৰ ফলত অসমৰ সমাজ-সংস্কৃতিৰ প্ৰগতিৰ পথত ভালেখিনি অন্তৰায় সৃষ্টি কৰিছিল। সি যি কি নহওক, স্বাধীনতা আন্দোলনত এই সত্ৰাধিকাৰসকলে লোৱা নেতিবাচক ভূমিকাৰ বাবে ইতিহাসৰ পাতত কিছু চেকা বৈ গ'ল। ইয়াৰ বিপৰীতে পীতাম্বৰ গোস্বামী, গহনচন্দ্ৰ গোস্বামীকে আৰম্ভ কৰি আন আন স্বাধীনতাকামী সত্ৰাধিকাৰসকলে নিজ কৰ্মৰ যোগেদি ইতিহাসৰ পাতত তেওঁলোকৰ নাম চিৰস্মৰণীয় কৰি থৈ গ'ল। □

## সূত্ৰ নিৰ্দেশ ঃ

১। বেণুধৰ শৰ্মা ঃ দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৬৬, অসম জ্যোতি, গুৱাহাটী- ৭

২। বেণুধৰ শৰ্মা ঃ দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৮৩/৮৪ , অসম জ্যোতি, গুৱাহাটী- ৭

৩। গঙ্গাধৰ হাজৰিকা ঃ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ,পৃষ্ঠা- ৩৮/৩৯, তিতাবৰ, ১৯৭৩ চন। গঙ্গাধৰ হাজৰিকাই এই নিৰ্দেশটো '১৮৩৬ খৃষ্টাব্দত কাপ্টান ডেভিড্স্কট্ চাহাবে' দিয়া বুলি উল্লেখ কৰিছে। (পৃষ্ঠা- ৩৮) প্ৰকৃততে স্কট চাহাব তেতিয়া জীবিত নাছিল। গুণাভিৰাম বৰুৱাই তেওঁৰ 'আসাম বুৰঞ্জী'ত লিখিছে, 'পাছে ১৮৩১ সনৰ আগষ্ট মাহত ইস্কাট সাহাৰ চিৰাপুঞ্জীত মৃত্যু হ'ল।' (পৃষ্ঠা- ১৬২, ১৯৭২ চন) গতিকে ১৮৩৪ চনত অসমৰ কমিচনাৰ হিছাপে নিযুক্তি পোৱা জেন্‌কিন্সেই এই নিৰ্দেশটো দিয়া বুলি আমি ভাবোঁ। বেণুধৰ শৰ্মাৰ পৰাও আমি জানিব পাৰিছোঁ যে দক্ষিণপাট সত্ৰলৈও এনেধৰণৰ নিৰ্দেশ জেন্‌কিন্সেই পঠাই ছিল। ('দক্ষিণপাট সত্ৰ', পৃষ্ঠা- ৬৭)

| | | |
|---|---|---|
| ৪। গঙ্গাধৰ হাজৰিকা | : | শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ, পৃষ্ঠা- ৩৯। এই বিষয়ে ড° মহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসম'ত উল্লেখ কৰা আছে এনেদৰে- "কমিছনাৰৰ হতুৱাই অনুসন্ধান কৰাই বৃটিছ চৰকাৰে আহোমদিনীয়া ভূমিদান আদিৰ স্বীকৃতি দিবৰ সময়ত গড়মূৰৰ গোসাঁই বৃন্দাবনত থকাত আৰু সেই বিষয়লৈ অনুৰাগ নকৰাত গড়মূৰৰ নিষ্কৰ ভূমি বাজেয়াপ্ত হৈ যায়, পিছত অৱশ্যে চৰকাৰে সত্ৰৰ নামে এহেজাৰ বিঘা জমি লিখি দিয়ে।" (পৃষ্ঠা- ৭৩, ১৯৬৯, দ্বিতীয় সংস্কৰণ, অসম সাহিত্য সভা)। ড°নেওগে অৱশ্যে সত্ৰাধিকাৰজনৰ নাম উল্লেখ কৰা নাই। চৰকাৰে সত্ৰৰ নামত ভূমি দিয়া কথাটো গঙ্গাধৰ হাজৰিকায়ো উল্লেখ কৰিছে- "পিছত ইংৰাজী ১৮৯৮ চনত অধিকাৰ স্বৰ্গীয় যোগচন্দ্ৰদেৱে সামান্য অলপ ভূমি-সম্পত্তি ইংৰাজ গভৰ্ণমেন্টৰ দিনত ঘটি থৈ যায়।" (পৃষ্ঠা- ৩৯) |
| ৫। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৬৭/৭৭ |
| ৬। ড° মহেশ্বৰ নেওগ | : | পবিত্ৰ অসম, পৃষ্ঠা- ২১৮ |
| ৭। গঙ্গাধৰ হাজৰিকা | : | শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ, পৃষ্ঠা- ৩৯ |
| ৮। নাৰায়ণচন্দ্ৰ গোস্বামী | : | সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, পৃষ্ঠা- ৯৮৯/৯০, ১৯৮৪, ১ম প্ৰকাশ, কমলাবাৰী সত্ৰ, যোৰহাট |
| ৯। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৭০/৭১ |
| ১০। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৮৪ |
| ১১। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৮৪ |
| ১২। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৮৪ |
| ১৩। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৮৪ |
| ১৪। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৮৪ |
| ১৫। বেণুধৰ শৰ্মা | : | দক্ষিণপাট সত্ৰ, পৃষ্ঠা- ৮৬ |
| ১৬। তীৰ্থনাথ শৰ্মা | : | 'আউনীআটী সত্ৰৰ বুৰঞ্জী', পৃষ্ঠা- ২৩৩, ১৯৭৫, আগষ্ট |
| ১৭। তীৰ্থনাথ শৰ্মা | : | আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা- ২৩৪ |
| ১৮। তীৰ্থনাথ শৰ্মা | : | আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা- ২৩৪ |
| ১৯। তীৰ্থনাথ শৰ্মা | : | আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা- ২৩৪ |
| ২০। তীৰ্থনাথ শৰ্মা | : | আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা- ২৩৬ |
| ২১। তীৰ্থনাথ শৰ্মা | : | আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা- ২৮৮ |
| ২২। তীৰ্থনাথ শৰ্মা | : | আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা- ২৮৯/২৯৪ |
| ২৩। তীৰ্থনাথ শৰ্মা | : | আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা- ২৯৭ |

২৪। তীৰ্থনাথ শৰ্মা : **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা- ২৯৫

২৫। তীৰ্থনাথ শৰ্মা : **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা- ৩১৮

২৬। তীৰ্থনাথ শৰ্মা : **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা- ৩১৮/৩১৯

২৭। তীৰ্থনাথ শৰ্মা : **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা- ৩২৩

২৮। তীৰ্থনাথ শৰ্মা : **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা- ৩২২

২৯। গঙ্গাধৰ হাজৰিকা : **শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা- ১১৩

৩০। গঙ্গাধৰ হাজৰিকা : **শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা- ১১৪

৩১। গঙ্গাধৰ হাজৰিকা : **শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা- ১১৪

৩২। ডাঃ ধ্ৰুৱজ্যোতি বৰা (সংগৃহীত ও প্ৰকাশিত) : পীতাম্বৰ দেৱগোস্বামীৰ এক গুৰুত্বপূৰ্ণ ৰচনাঃ "পাহাৰীয়া ভাইহঁতক অসমীয়া জাতিৰ লগত মিলাই লোৱা আৰু সত্ৰৰ গঠন প্ৰণালী সম্পৰ্কে মোৰ শেষ মত।" চন্দ্ৰপ্ৰসাদ শইকীয়াৰ দ্বাৰা সম্পাদিত **'গৰীয়সী'**, পৃষ্ঠা- ৬৬, জানুৱাৰী, ১৯৯৪ চন

৩৩। গঙ্গাধৰ হাজৰিকা : **শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা- ১২৯

৩৪। গঙ্গাধৰ হাজৰিকা : **শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা- ১২৮

৩৫। ৰবীন কাকতি : **ভাৰত ত্যাগ আন্দোলন আৰু অসম**, পৃষ্ঠা- ৬৬, গুৱাহাটী, ১৯৯২ চন

৩৬। Arun Chandra Bhuyan and others (Ed.) : **Political History of Assam**, Vol-III, Government of Assam, Guwahati, 1980, June, P.64

৩৭। গঙ্গাধৰ হাজৰিকা : **শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা- ২০৯

৩৮। **শ্ৰীশ্ৰী পুনিয়াসত্ৰৰ বংশাৱলী** : দ্বিতীয় খণ্ড, পৃষ্ঠা- ১৩, ১৯৯৪ চন, নামদাং পুনিয়াসত্ৰ, গৌৰীসাগৰ

৩৯। **শ্ৰীশ্ৰী পুনিয়াসত্ৰৰ বংশাৱলী** : দ্বিতীয় খণ্ড, পৃষ্ঠা- ১৫/২০, ১৯৯৪ চন, নামদাং পুনিয়াসত্ৰ, গৌৰীসাগৰ

৪০। ড° শিৱনাথ বৰ্মন : **অসমীয়া জীৱনী অভিধান**, পৃষ্ঠা- ৭০, চফিয়া পাব্লিচাৰ, গুৱাহাটী-২৪, ১৯৯২ চন

৪১। ড° শিৱনাথ বৰ্মন : **অসমীয়া জীৱনী অভিধান**, পৃষ্ঠা- ৪৫, চফিয়া পাব্লিচাৰ, গুৱাহাটী-২৪, ১৯৯২ চন

৪২। কনকচন্দ্ৰ ডেকা (সম্পাদনা) : **অসমত প্ৰয়াত মুক্তি যুঁজাৰুৰ জীৱনীকোষ** : পৃষ্ঠা ৫০০, কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি, গুৱাহাটী, ১৯৯০ চন

## চতুর্থ অধ্যায়

# আধুনিক অসমীয়া সাহিত্য আৰু সাহিত্যিকসকল

## (প্ৰাক্- অৰুনোদই যুগৰ পৰা জোনাকী যুগলৈ)

### ৪.১ প্ৰাক্-অৰুনোদই যুগ (১৮৩০ খ্ৰী—১৮৪৬ খ্ৰী)

অসমত ব্ৰিটিছ্ ৰাজৰ শাসন কালৰ পৰাহে অসমীয়া গ্ৰন্থ ছপা আখৰত প্ৰকাশ পাবলৈ ধৰে। ইয়াৰ আগলৈকে সাঁচিপাতেই আছিল অসমীয়া পণ্ডিত-বুদ্ধিজীৱীৰ ভাব প্ৰকাশৰ প্ৰধান মাধ্যম। তেনে সাঁচিপাতত লিখা অসমীয়া পুথিৰ বেছিভাগৰে ঘাই বিষয়-বস্তু আছিল ধৰ্ম-শাস্ত্ৰ বিষয়ক বা তেনে ধৰ্ম-শাস্ত্ৰৰ ওপৰত নিৰ্ভৰ কৰি লিখা নাট, কাব্য আৰু গীত। আহোম ৰাজতন্ত্ৰত বুৰঞ্জী লিখাৰ পৰম্পৰাও সংৰক্ষিত হৈছিল এই সাঁচিপাততেই। যি নহওক, অসমীয়া ভাষাত ছপা আখৰত অসমীয়া গ্ৰন্থ হিচাপে প্ৰথম প্ৰকাশ হয় নগাঁৱৰ আত্মাৰাম শৰ্মাৰ দ্বাৰা অনূদিত বাইবেল পুথিখন। এই অসমীয়া বাইবেলখন ১৮১৩ চনত বঙ্গদেশৰ শ্ৰীৰামপুৰৰ মিছনেৰীসকলৰ দ্বাৰা ছপা হৈ ওলাইছিল।

সেই সময়ৰ অসমৰ আৰ্থ-ৰাজনৈতিক আৰু সামাজিক অৱস্থা বৰ অস্থিৰ আৰু বেমেজালি ৰূপত দেখা গৈছিল। মোৱামৰীয়াৰ বিদ্ৰোহ আৰু মানৰ বৰ্বৰ আক্ৰমণত জুৰুলা হোৱা সামন্তীয় অসমীয়া সমাজখনে ব্ৰিটিছ্ সাম্ৰাজ্যবাদী শাসক শ্ৰেণীৰ নেতৃত্বত বাট বুলিবলৈ লৈছিল। প্ৰশাসনৰ সুবিধাৰ্থে ইংৰাজ শাসক শ্ৰেণীয়ে ১৮৩৬ চনত অসমৰ স্কুল-আদালতৰ পৰা অসমীয়া ভাষা আঁতৰাই তাৰ ঠাইত বাংলা ভাষা প্ৰবৰ্তন কৰে। মন কৰিবলগীয়া যে ইংৰাজ প্ৰশাসকৰ এই অন্যায় নীতিৰ বিৰুদ্ধে তৎকালীন অসমীয়া মুখীয়াল লোকসকলে কোনো প্ৰতিবাদ কৰিবলৈ আগবাঢ়ি অহা নাছিল। বৰং তেওঁলোকে বাংলা ভাষা শিকি বাংলা কাকত-আলোচনীতহে লিখা-মেলা কৰিবলৈ ভাল পাইছিল; আনকি তেওঁলোকৰ কোনো কোনোৱে বাংলা ভাষাত গ্ৰন্থও লিখি গৌৰৱবোধ কৰিছিল। সেইসকলৰ ভিতৰত

হলিৰাম ঢেকিয়াল ফুকনে বাংলা ভাষাত **আসাম বুৰঞ্জী** আৰু **কামাখ্যা যাত্ৰাপদ্ধতি** নামে দুখন পুথি ৰচনা কৰিছিল। মণিৰাম দেৱানৰ **বুৰঞ্জী-বিবেক ৰত্ন** গ্ৰন্থখনিৰ ভাষাও আছিল বঙলুৱা।

এই যুগৰ অন্যান্য অসমীয়া লেখকসকলৰ ভিতৰত আছিল কাশীনাথ তামুলীফুকন। কাশীনাথে **আসাম বুৰুঞ্জি** নামৰ এখন পুথি লিখি শিৱসাগৰৰ মিছনেৰী প্ৰেছত ছপা কৰায়। এই বুৰঞ্জীৰ আলম লৈয়ে পাছৰ হৰকান্ত বৰুৱা সদৰামীনে আন এখন আসাম বুৰঞ্জী ৰচনা কৰিছিল। **বেলিমাৰৰ বুৰঞ্জী** খন ৰচনা কৰে বিশ্বেশ্বৰ বৈদ্যাধিপ বা বিকাৰাম বেজবৰুৱাই। দুতিৰাম হাজৰিকায়ো **কলি ভাৰত** নামৰ এখন বুৰঞ্জী ৰচনা কৰে। ৰসৰাজ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱাই প্ৰাচীন পদ চৰিতৰ আৰ্হিৰে চৰিত আৰু **বংশাৱলী** ৰচনা কৰিছিল আৰু **উৎকল-খণ্ড** নামে পুৰাণৰ ভাঙনিও কৰিছিল। ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ দ্বাৰা অনূদিত **কল্কি পুৰাণ**, ললিতচন্দ্ৰ গোস্বামীৰ **শ্ৰীকেলিৰহস্য**, পূৰ্ণকান্ত দেৱশৰ্মাৰ **নল চৰিত্ৰ** গোপীনাথ চক্ৰবৰ্তীৰ **কলঙ্ক ভঞ্জন**, ৰঘুদেৱ গোস্বামীৰ **হিতোপদেশী** কাব্য এই যুগৰ ৰচনা। সেই সময়ত বাংলা কাকত-পত্ৰত চিঠি-পত্ৰ লিখি আধুনিক চিন্তা-চৰ্চা কৰা যদুৰাম ডেকাবৰুৱাই ১৮৩৯ চনতে অসমীয়া ভাষাৰ এখন অভিধান সংকলন কৰি উলিয়াই তেতিয়াৰ কমিছনাৰ জেন্‌কিন্‌চ চাহাবৰ হাতত দিয়ে।

এই কালত অসমীয়া ভাষাৰ গ্ৰন্থৰ প্ৰকাশ অতি সামান্য আছিল আৰু যিখিনি প্ৰকাশ হৈছিল তাৰ সাহিত্যিক মূল্যও আছিল কম।

## ৪.২ অৰুনোদই যুগ (১৮৪৬ খ্ৰী—১৮৭০ খ্ৰী)

সম্পূৰ্ণ খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ লক্ষ্য আগত ৰাখি আমেৰিকাৰ বেপ্তিচ মিছনেৰীসকলে অসমৰ মাটিত ভৰি দিয়ে। সাম্ৰাজ্যবাদী শ্ৰেণীৰ লগৰীয়া হৈ অহা এই মিছনেৰীসকলে অতি সহজেই বুজি পালে যে অসমীয়া সমাজত বিদেশী ভাষাৰ যোগেদি খ্ৰীষ্ট ধৰ্ম প্ৰচাৰ কৰাটো এক দুৰূহ ব্যাপাৰ। ইফালে সেই সময়ত অসমীয়া ভাষাও নাজল-নাস্থল অৱস্থা। অসমৰ স্কুল-আদালতৰ পৰা অসমীয়া ভাষাৰ বিতাৰণে অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ ঐতিহ্যৰ ধাৰাটো আদি-ব্ৰিটিছ যুগত প্ৰায় নিশ্চিহ্ন হৈ গৈছিল। চতুৰ মিছনেৰীসকলে দেখিলে যে অসমীয়া ভাষাৰ উদ্ধাৰ কৰি এই ভাষাৰ যোগেদি ধৰ্ম প্ৰচাৰ নচলালে তেওঁলোকৰ কাম নিৰ্সিঁজে। সেয়েহে সৰ্বপ্ৰথমে তেওঁলোকে অসমীয়া ভাষা উদ্ধাৰৰ বাবে যৎপৰোনাস্তি চেষ্টা চলাবলৈ ধৰিলে। ইয়াৰ বাবে তেওঁলোকে প্ৰশাসনৰ লগত তৰ্ক-বিতৰ্কতো লিপ্ত হ'ব লগাত পৰিছিল। অসমীয়া ভাষাৰ প্ৰচাৰ আৰু উন্নতিৰ কল্পে তেওঁলোকে শিৱসাগৰ মিছনেৰী প্ৰেছৰ পৰা ১৮৪৬ চনত **অৰুনোদই** নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ কৰিবলৈ ধৰে। এইখনেই হ'ল প্ৰথম অসমীয়া সংবাদপত্ৰ তথা আলোচনী আৰু ইয়েই অসমলৈ

আধুনিক যুগৰ বাৰ্তা কঢ়িয়াই আনে। ১৮৫৬ চনলৈ কাকতখনত আলোচনী আৰু সংবাদপত্ৰ দুটা খণ্ডত প্ৰকাশ হৈছিল, কিন্তু ইয়াৰ পিছৰ পৰা সংবাদপত্ৰ অংশ উঠাই দিয়া হয়। প্ৰধানকৈ খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ কাৰণে এই আলোচনী উলিওৱা হৈছিল যদিও ইয়াত বিভিন্ন বিষয়ৰ ওপৰত লিখনী প্ৰকাশিত হৈছিল। 'অনেক দেশৰ সংবাদ'কে আৰম্ভ কৰি ভূগোল, বুৰঞ্জী, বিজ্ঞান, সমাজ বিজ্ঞান, সাহিত্য, জীৱনী, সাধু, নৈতিক শিক্ষা আদি বিভিন্ন বিষয় ইয়াত স্থান পাইছিল। প্ৰণিধানযোগ্য যে খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ সুবিধাৰ বাবে মিছনেৰীসকলে অসমীয়া ভাষাটোকো নিজৰ মনোমত কৰি গঢ়ি লৈছিল আৰু সেই ভাষা **অৰুনোদই**কে ধৰি অন্যান্য কাকত-পুস্তিকাৰ যোগেদি প্ৰচাৰ চলাইছিল।

**অৰুনোদই**-এ এচাম অসমীয়া লেখকৰ জন্ম দিছিল আৰু তেওঁলোকে তেওঁলোকৰ বিভিন্ন লিখনীৰ যোগেদি অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে যত্ন কৰিছিল। এই লেখকসকল আছিল— আনন্দৰাম ঢেকিয়াল ফুকন, নিধি লিবাই ফাৰোৱাল, গুণাভিৰাম বৰুৱা, কান্দুৰা ৰলিন স্মিথ, জাতিৰাম গোহাঁই, বাতিৰাম দাস পেক্, হেমচন্দ্ৰ বৰুৱা, কাতিৰাম গোহাঁই, কিনাৰাম সত্ৰিয়া, চিকা দাস, দয়াৰাম চেটিয়া, ধৰ্মকান্ত গোহাঁই, পথ্যধৰ সৰ্মা, পমধৰ সৰ্মা, পুৰ্নানন্দ সৰ্মা, প্ৰাণনাথ বৰুৱা, মলুৱা কপিৰাজ চক্ৰবৰ্তি, মিৰ মজফৰ হুচেন আদিৰ নাম উল্লেখযোগ্য। কিন্তু এই লিখকসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকন আৰু নিধি লিবাই ফাৰোৱালহে এই স্তৰত শক্তিশালী লেখকৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল।

## ৪.৩ আনন্দৰাম ঢেকিয়াল ফুকন

মাত্ৰ ২৯ বছৰ বয়সতে মৃত্যুকে সাবটি লোৱা আনন্দৰাম ঢেকিয়াল ফুকন আছিল সেই সময়ৰ অসমীয়া ভাষা-সাহিত্যৰ অন্যতম কাণ্ডাৰী। অসমীয়া ভাষা পুনঃপ্ৰতিষ্ঠাৰ বাবে তেখেঁ মিছনেৰীসকলৰ লগতে যত্ন কৰিছিল। এই যত্নৰ ফলতেই অসমীয়া ভাষাৰ স্বতন্ত্ৰতা ঘোষণা কৰি তেওঁ ইংৰাজীতে **A Few Remarks on the Assamese Language and Vernacular Education in Assam** নাম এখন পুস্তিকা প্ৰকাশ কৰি উলিয়ায়। ছাত্ৰ-ছাত্ৰীৰ পাঠ্যপুথি হিচাপে **অসমীয়া ল'ৰাৰ মিত্ৰ** নামৰ গ্ৰন্থ ১৮৪৯ চনত তেওঁ লিখি উলিয়ায়। ইয়াৰ উপৰি তেওঁ **অৰুনোদই**ত "ইংলণ্ডৰ বিবৰণ"কে আদি কৰি ভালেমান ৰচনা লিখিছিল। অসমীয়া সাহিত্যলৈ ফুকনৰ দান সামান্য হ'লেও যিখিনি তেওঁ আমালৈ এৰি গৈছে তাত তেওঁৰ একাগ্ৰতা, স্বদেশহিতৈষিতা পৰিস্ফুত হৈছে। এই সন্দৰ্ভত ড° সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে ঃ

> "ওঠৰ বছৰ বয়সৰ পৰাই ফুকনে সাহিত্য সেৱা কৰিবলৈ লয় আৰু তেতিয়াৰ পৰা মৃত্যু পৰ্যন্ত সাহিত্য সেৱা আৰু দেশহিতৈষণাই তেখেতৰ জীৱনৰ ব্ৰত স্বৰূপ হৈ পৰে। ফুকনৰ যুক্তিসঙ্গত বিচাৰ, তীক্ষ্ণ বুদ্ধি আৰু দেশহিতৈষিতাৰ ফালে দৃষ্টি ৰাখিয়েই

কৰ্ণেল হপকিন্‌চন্‌ চাহাবে ফুকনৰ বিষয়ে কৈ গৈছে যে বঙ্গ দেশত ৰামমোহন ৰায় যেনে— অসমত আনন্দৰাম ঢেকিয়াল ফুকনো তেনে আছিল; কিন্তু অল্পায়ু ফুকনৰ কাৰ্যকলাপলৈ চাই ৰামমোহন ৰায়তকৈ তেওঁক উচ্চস্থান দিব পাৰি।"[১]

তথাপি এই কথা নকৈ নোৱাৰি যে ব্ৰিটিছ চৰকাৰৰ এজন অনুগত কৰ্মচাৰী হিচাপে ফুকনৰ ৰচনাত পৰাধীনতাৰ সুৰ স্পষ্টৰূপত আমি শুনিবলৈ পাওঁ।

## ৪.৪ নিধি লিবাই ফাৰোৱাল

অৰুনোদইৰ এজন নিয়মিত আৰু প্ৰধান লিখক আছিল ফাৰোৱাল। 'প্ৰিন্টিং প্ৰেচৰ বিবৰণ অৰ্থাৎ চাপাখানাৰ আখ্যান', 'নৰকৰ বিবৰণ', 'বিনই বচন', 'হিন্দুস্থানৰ বুৰঞ্জি' আদি বিভিন্ন বিষয়ৰ ওপৰত তেওঁ অৰুনোদইত লিখা-মেলা কৰিছিল। তেওঁ মিছনেৰীসকলৰ লগ হৈ অসমীয়া ভাষা উদ্ধাৰ আৰু উন্নতিৰ বাবে যথাসাধ্যে চেষ্টা কৰিছিল। মিছনেৰীসকলে প্ৰচলন কৰা অসমীয়া আখৰ জোঁটনিৰ এওঁ ঘোৰ সমৰ্থক আছিল। খ্ৰীষ্ট ধৰ্মত দীক্ষিত হৈ সম্পূৰ্ণ খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে তেওঁ সাহিত্য চৰ্চাত ব্ৰতী হৈছিল। সেয়েহে ফাৰোৱালে যি সাহিত্য সৃষ্টি কৰিছিল তাক খ্ৰীষ্টিয়ানী সাহিত্য বোলাহে যুগুত। ফাৰোৱালৰ গদ্যৰ নমুনা এটি তলত দাঙি ধৰা হ'ল ঃ

> "এই ৰূপে এই অসম দেসলৈকো আমেৰিকাৰ সাহাব লোকে চাপাখানাৰ সাল আনি কিতাপ চাপি ধৰম বিসয়ে গিয়ান বিসয়ে লোকসকলক দিচে। ইয়াতে সকলো মানুহলৈ অতি উতম হৈচে, কিয়নো আগৈএ অনেক মানুহে কিতাপ সাস্ত্ৰ নো পোআতে অধিককৈ পৰ্হিব নোআৰিচিল; কিন্তু এতিয়া দেসে দেসে চাপা কৰা কিতাপ গৈচে, আৰু অনেকে পৰ্হিচে, আগৈএ ভদ্ৰলোকৰ বাহিৰে সামান্যলোকে সৰহকৈ পৰ্হিব নোআৰে, তেওঁ এতিয়া অনেকে পৰ্হি গিয়ান বুদ্ধি পাইচে, আৰু জাক জি কিতাপ লাগে চাপা খানালৈ আহিলে তাকে পোআ জাই।"[২]

সি যি নহওক অৰুনোদইক কেন্দ্ৰ কৰি মিছনেৰীসকলে অসমত যি এটা সাহিত্যিক পৰিবেশ গঢ়ি তুলিলে সিয়ে আধুনিক অসমীয়া সাহিত্যৰ বিকাশত যথেষ্ট সহায় কৰিলে। অকল সেয়ে নহয় অসমীয়া ভাষাক স্বস্থানত স্থাপন কৰি তেওঁলোকে যি এক মহৎ কৰ্ম কৰিলে তাক অসমীয়াই চিৰদিনলৈ কৃতজ্ঞ হৈ থাকিব। কিন্তু সেইবুলি এই কথা পাহৰিলেও নহ'ব যে তেওঁলোকৰ এই ত্যাগৰ অন্তৰালত ধৰ্ম প্ৰচাৰৰ স্বাৰ্থ নিহিত হৈ আছিল।

## ৪.৫ হেমচন্দ্ৰ - গুণাভিৰামৰ যুগ (১৮৭০ খ্ৰী—১৮৮৯ খ্ৰী)

হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা অৰুনোদই কাকতৰ সৃষ্টি যদিও এই দুজনা সাহিত্যিক-পণ্ডিত অৰুনোদইৰ ঠেক গণ্ডীৰ পৰা আঁতৰি আহি অসমীয়া সাহিত্যৰ জগতলৈ

নতুন দুৱাৰ মুকলি কৰি দিয়ে। দুয়োজনৰেই পাশ্চাত্য শিক্ষাৰ লগত পৰিচয় থকাত তেওঁলোকৰ কলমৰ পৰা নিৰ্গত কাব্য, নাটক, ভ্ৰমণ কাহিনী আদিয়ে অসমীয়া সাহিত্যক সমৃদ্ধ কৰি তুলিলে। ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত :

> "অসমীয়া সামাজিক সমস্যালৈ চকু দিয়া আৰু সৃষ্টিধৰ্মী সাহিত্যৰো সূচনা কৰা লেখকসকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ স্থান সকলোৰে আগত। এই দুয়োজন লেখকৰ হাততে অসমীয়া গদ্যই নিজস্ব মহিমা লাভ কৰিলে। খ্ৰীষ্টিয়ানী ৰচনাৰ অবিশুদ্ধ গদ্যই এওঁলোকৰ ৰচনাত গুৰুগম্ভীৰতা লাভ কৰিলে আৰু বিশুদ্ধ অসমীয়া গদ্যৰ চানেকিৰূপে প্ৰতিষ্ঠিত হ'ল।"[৩]

## ৪.৬ হেমচন্দ্ৰ বৰুৱা

'সোণাৰচাঁদ' ছদ্মনামেৰে অৰুনোদইত বিভিন্ন বিষয়ৰ প্ৰবন্ধ লিখাৰ উপৰিও হেমচন্দ্ৰ বৰুৱাই বহুকেইখন গ্ৰন্থ ৰচনা কৰি অসমীয়া সাহিত্যক সমৃদ্ধ কৰি গৈছে। সেইবিলাকৰ ভিতৰত **অসমীয়া ব্যাকৰণ, আদিপাঠ, পাঠমালা, অসমীয়া ল'ৰাৰ ব্যাকৰণ, পঢ়াশলীয়া অভিধান, সংক্ষিপ্ত হেমকোষ, স্বাস্থ্যৰক্ষাৰ নিয়ম** আদি উল্লেখযোগ্য। নিজৰ জীৱদ্দশাত প্ৰকাশ নোপোৱা বৃহৎ **হেমকোষ** অভিধানখন হ'ল অসমীয়া ভাষা-সাহিত্যলৈ তেওঁৰ মহৎ অৱদান। ইয়াৰ উপৰি **কানীয়া কীৰ্তন** আৰু **বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী** দুখন পুথি ৰচনা কৰি তেওঁ অসমীয়া সাহিত্যত হাস্য-ব্যঙ্গাত্মক ধাৰা প্ৰচলন কৰে। অসমীয়া সমাজৰ ভণ্ডামী, কপটালি, ব্যভিচাৰ, দুৰ্নীতিৰ বিকট ৰূপ এই দুয়োখন পুথিতে হাস্য-ব্যঙ্গাত্মকৰ যোগেদি লিখকে ফুটাই তুলিবলৈ যত্ন কৰিছে। ইংৰাজীতে লিখা **Assamese Marriage System** তেওঁৰ আন এখন উল্লেখযোগ্য পুথি। হেমচন্দ্ৰ বৰুৱাই **আসাম নিউচ** নামৰ এখন কাকত সম্পাদনা কৰিও অসমীয়া সাহিত্যক বহুদূৰ আগুৱাই নিলে।

## ৪.৭ গুণাভিৰাম বৰুৱা

**অৰুনোদই** কাকতৰ জৰিয়তে সাহিত্যিক হিচাপে ভুমুকি মৰা গুণাভিৰামৰ অসমীয়া সাহিত্যলৈ প্ৰথম দান হ'ল **ৰাম নৱমী** নাট। বিধবা বিবাহৰ ওপৰত ভিত্তি কৰি লিখা এই নাটকত নায়ক ৰামৰ লগত বিধবা নায়িকা নৱমীৰ পুনৰ মিলন আৰু তাৰ শোকাৱহ পৰিণতিৰ কথা দেখুওৱা হৈছে।

**আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ** আৰু **আসাম বুৰঞ্জী** বৰুৱাৰ আন দুখন মূল্যবান গ্ৰন্থ। বৰুৱাৰ দ্বাৰা ৰচিত **কঠিন শব্দৰ ৰহস্য** পুথিখন হ'ল এখন হাস্য-ব্যঙ্গাত্মক

পুথি। গুণাভিৰামৰ দ্বাৰা সম্পাদিত **আসাম বন্ধু** কাকতত তেওঁৰ নিজৰো বহু লেখা ওলাইছিল।

হেমচন্দ্ৰ বৰুৱাৰ **আসাম নিউচ** আৰু গুণাভিৰাম বৰুৱাৰ **আসাম বন্ধু** কাকত দুখনে অসমীয়া শিক্ষিত ডেকা সম্প্ৰদায়ক সাহিত্য চৰ্চাৰ প্ৰতি বিশেষ ধাউতি জন্মায়।

## ৪.৮ ৰমাকান্ত চৌধুৰী

অসমীয়া সাহিত্যত এওঁৰ ডাঙৰ কৃতিত্ব হ'ল মাইকেল মধুসূদন দত্তই প্ৰবৰ্তন কৰা অমিত্ৰাক্ষৰ ছন্দৰ আৰ্হিত **অভিমন্যু বধ** কাব্য ৰচনা। ১৮৭৫ চনত ইয়াক প্ৰকাশ কৰি উলিয়ায়। **সীতাহৰণ** আৰু **ৰাৱণ বধ** নামৰ দুখন নাটো তেওঁ লিখিছিল।

## ৪.৯ ভোলানাথ দাস

এই যুগৰ আন এজন কীৰ্তিমান সাহিত্যিক হ'ল ভোলানাথ দাস। এৱোঁ অমিত্ৰাক্ষৰ ছন্দত **সীতাহৰণ** কাব্য ৰচনা কৰিছিল। দাসৰ দ্বাৰা ৰচিত কবিতা পুথি কেইখনমান হ'ল— **কবিতা মালা** (দুটাখণ্ড) আৰু **চিন্তা তৰঙ্গিণী** (দুটা খণ্ড)।

## ৪.১০ লম্বোদৰ বৰা

নিপুণ গদ্যশিল্পীৰূপে পৰিচয় দিয়া লম্বোদৰ বৰাই **আসাম বিলাসিনী**, **আসাম বন্ধু**, **আসাম তাৰা**, **আসাম নিউচ**, **জোনাকী** কাকতৰ যোগেদি অসমীয়া সাহিত্য চৰ্চাত ব্ৰতী হৈছিল। তেওঁৰ **ল'ৰাবোধ** আৰু **জ্ঞানোদয়** পুথি দুখন স্কুলীয়া ছাত্ৰৰ বাবে লিখা। কালিদাসৰ **শকুন্তলা** নাট তেওঁ অসমীয়ালৈ ভাঙনি কৰি উলিয়াইছিল। তেওঁৰ অকাল মৃত্যুৱে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জীৱনী, আনন্দৰাম বৰুৱাৰ জীৱনী আদি কৰি ভালেসংখ্যক পুথি আধৰুৱা কৰি ৰাখিলে।

## ৪.১১ বলিনাৰায়ণ বৰা

হৰিনাৰায়ণ বৰাৰ দ্বাৰা সম্পাদিত **মৌ** কাকতৰ ঘাই লেখক আছিল বলিনাৰায়ণ বৰা। প্ৰকৃততে **মৌ** কাকতৰ আঁৰৰ মূল সম্পাদকজন আছিল বলিনাৰায়ণ বৰাহে। চাহ বাগিচাৰ কুলি, ইংৰাজী শিক্ষা, উচ্চশিক্ষা, প্ৰাকৃতিক ভূগোল, পুৰুষৰ স্বাধীনতা, অসমৰ স্বাস্থ্য আদি ভালেকেইটা প্ৰবন্ধ বৰাই **মৌ** কাকতৰ যোগেদি প্ৰকাশ কৰি সেই সময়ৰ ডেকা শিক্ষিত সমাজৰ মাজত বেছ আলোড়নৰ সৃষ্টি কৰিছিল। কিন্তু ডেকাচামৰ কটু সমালোচনাত এই কাকত এটি বছৰহে তিষ্ঠি থাকিল। বৰা ডাঙৰীয়ায়ো "তেতিয়াৰে পৰা অসমীয়া ভাষাত লেখা একেবাৰে এৰি দিলে।"

## ৪.১২ কমলাকান্ত ভট্টাচাৰ্য্য

অসমৰ সাহিত্যাকাশত "অগ্নি কবি" বুলি পৰিচিত কমলাকান্ত ভট্টাচাৰ্য্যই তেওঁৰ সাহিত্যিক জীৱন আৰম্ভ কৰে 'অৰুনোদই'ত। তাৰ পিছৰে পৰা প্ৰায় তিনিকুৰি বছৰ কাল একেৰাহে "আসাম নিউচ", "আসাম বন্ধু", "জোনাকী", "বাঁহী", "উষা" আৰু "আৱাহন"ত বিভিন্ন কবিতা-প্ৰবন্ধ লেখি অসমীয়া সাহিত্য জগতলৈ এটি জাতীয়তাবাদী ঢৌ আনিবলৈ চেষ্টা কৰিছিল। **চিন্তানল** আৰু **চিন্তাতৰঙ্গ** তেওঁৰ দুখনি কবিতা পুথি। **কঃ পন্থা** আৰু **অষ্টাবক্ৰৰ আত্মজীৱনী** তেওঁৰ দুখন লেখত ল'বলগীয়া গদ্যপুথি। ইয়াৰ উপৰিও তেওঁৰ বহুতো মৌলিক চিন্তা আৰু গৱেষণামূলক প্ৰবন্ধ বিভিন্ন ঠাইত প্ৰকাশ পাইছিল। তেওঁৰ গদ্য-পদ্য দুয়োবিধ সাহিত্যতে তীব্ৰ স্বদেশপ্ৰেম আৰু অতীত গৌৰৱ সোঁৱৰণ প্ৰতি ছন্দে ছন্দে প্ৰতিধ্বনিত হৈছে। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত ক'বলৈ গ'লে ঃ

> "কবিতাবোৰ কমলাকান্তৰ স্বদেশপ্ৰীতিৰ অগ্নি স্ফুলিঙ্গ। কবিতাবোৰত অসমীয়াৰ অতীত গৌৰৱ সুঁৱৰি আৰু বৰ্তমানৰ অধঃপতন আৰু পৰাধীনতালৈ দৃষ্টি কৰি আক্ষেপ কৰিছে আৰু দেশবাসীক উদাত্ত স্বৰে উন্নতিৰ পথত আগবাঢ়িবলৈ আহ্বান জনাইছে।"[৪]

অসমীয়া সমাজখনে বিশ্বৰ আন আন সমাজৰ লগত সমানে খোজ দিব নোৱাৰাত ভট্টাচাৰ্য্যই ক্ষোভ প্ৰকাশ কৰিছে। অসমৰ বিদেশী বহিৰাগত সমস্যাটো সন্দৰ্ভত ইয়াৰ ভৱিষ্যৎ কু-পৰিণামৰ কথা চিন্তা কৰি ভট্টাচাৰ্য্যই প্ৰাক্-স্বাধীনতাৰ কালতেই অসমীয়া জনগণক এইদৰে সকীয়াই গৈছিল, "যেতিয়া কাকতি ফৰিঙৰ নিচিনা চাৰিওফালে বিদেশী মানুহ গৈ অসমৰ মাটিত হেতা-ওপৰা লগাব, অসমীয়াই তেতিয়া ঘৰৰ ভেটিকো হেৰুৱাব যেন পাইছোঁ।" কমলাকান্তই আঙুলিয়াই দিয়া জ্বলন্ত সমস্যাসমূহ তেতিয়াই যদি অসমৰ নেতাসকলে আৰু সমাজ সচেতন নাগৰিকসকলে চিন্তা কৰিলেহেঁতেন তেন্তে অসমত ছয় বছৰ ধৰি চলা বিদেশী বিতাৰণ আন্দোলন কৰিবই নেলাগিলহেঁতেন আৰু অসমৰ আৰ্থ-সামাজিক ব্যৱস্থাটোৰ উপৰিও জাতি গঠনৰ প্ৰক্ৰিয়াটোও সোলোক-ঢোলোক নহ'লহেঁতেন।

তৎকালীন অসমীয়া সমাজত ভট্টাচাৰ্য্যদেৱ হৈ পৰিছিল এজন সংস্কাৰক বিপ্লৱী। ব্ৰাহ্মণ পৰিয়ালত জন্মগ্ৰহণ কৰিলেও সেই সময়ৰ প্ৰচলিত ৰীতি-নীতিৰ প্ৰতি তেওঁ বিদ্ৰোহী হৈ পৰিছিল। এবাৰ তেওঁ কলিকতাৰ পৰা অহাৰ পিছত সমাজে তেওঁক প্ৰায়শ্চিত্ত হ'বলৈ কোৱাত তেওঁৰ মন সম্পূৰ্ণৰূপে বিদ্ৰোহী হৈ পৰিল। তেওঁ প্ৰকাশ্যভাৱে বিদ্ৰোহ ঘোষণা কৰি ব্ৰাহ্মণ্য ধৰ্ম ত্যাগ কৰে আৰু ব্ৰাহ্ম ধৰ্মত দীক্ষিত হয়। অকল সেয়ে নহয়, বুৰঞ্জীবিদ গুণাভিৰাম বৰুৱাৰ দৰে তেৰোঁ উদাৰচিত্তে এগৰাকী ব্ৰাহ্মণ বিধৱাক বিয়া কৰায়। তেওঁৰ এই বিদ্ৰোহৰ ভাব **চিন্তা নল** গ্ৰন্থত প্ৰকাশ পাইছে।

কমলাকান্তই ধৰ্ম সংস্কাৰৰ ওপৰত ভিত্তি কৰি সাহিত্য সংস্কাৰ কৰাত জোৰ দিছিল। ধৰ্ম সংস্কাৰৰ যোগেদিয়েই বিশ্বধৰ্মত উপনীত হোৱাৰ সপোনো তেওঁ দেখিছিল। তেওঁ

এঠাইত এই বিষয়ে কৈছে, "ধৰ্মৰ সংস্কাৰ নহ'লে সাহিত্যৰ সংস্কাৰ হ'ব নোৱাৰে। ..... ধৰ্ম সংস্কাৰ কৰিব খুজিলে বিশ্বধৰ্মৰ মাজেদি যাব লাগিব। ..... সাহিত্যৰ উন্নতি কৰিবলৈ হ'লে ধৰ্মৰ উন্নতি কৰিব লাগিব।"

তৎকালীন প্ৰায়বোৰ অসমীয়া সাহিত্যকৰ দৰেই কমলাকান্তৰো দৃঢ় বিশ্বাস আছিল যে অসমক ব্ৰিটিছ সাম্ৰাজ্যবাদীইঁতৰ হাতৰ পৰা মুক্ত কৰিব পাৰিলেই আৰু অসমীয়াসকলে এলাহ কাটি কৰি একেলগ হৈ কাম কৰি গ'লেই অসমখন পুনৰ আগৰ দৰেই উন্নতিৰ পথত আগুৱাই যাব। আৰু তাৰ বাবে তেওঁ কবিতা-প্ৰবন্ধৰ যোগেদি অসমৰ অতীত গৌৰৱৰ কথা সোঁৱৰাই দি অসমীয়া জনগণক উৎসাহিত কৰিবলৈ চেষ্টা কৰিছিল। এই ক্ষেত্ৰত তেওঁ "পাহৰণি" বোলা বিখ্যাত কবিতাটোৰ কথা আমাৰ মনলৈ আহে। এলাহক সাৰ কৰা অসমৰ অতীত গৌৰৱৰ কথা পাহৰি কেৱল অসমীয়া মখাক তেওঁ ইয়াত ক্ষোভেৰে তিৰস্কাৰ কৰিছে।

## ৪.১৩ ৰত্নেশ্বৰ মহন্ত

উনৈশ শতিকাৰ অষ্টম দশকৰ শেষৰ ফালে সাহিত্যিকৰূপে ভুমুকি মৰা স্বৰ্গীয় ৰত্নেশ্বৰ মহন্ত ডাঙৰীয়া আছিল জোনাকী যুগৰ এজন ঘাই লেখক। গুণাভিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত **আসাম বন্ধুত** (১৮৮৫-৮৬) তেওঁৰ সাহিত্যিক জীৱন আৰম্ভ হৈ **জোনাকীত** (১৮৮৯) সেই সাহিত্যিক জীৱন অন্ত পৰে। মহন্তদেৱ আছিল একাধাৰে কবি, নাট্যকাৰ, প্ৰবন্ধকাৰ আৰু চিন্তাবিদ। জোনাকীযুগীয়া সাহিত্যিকসকলৰ দৰে তেৰোঁ অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে হাতত কলম তুলি লৈছিল। **আসাম বন্ধুত** তেওঁৰ 'গাৰো বৃত্তান্ত', 'স্বাধীনতা নে স্বেচ্ছাচাৰ', 'ঘৈণীৰ কৰ্তব্য আৰু স্ত্ৰী শিক্ষা', 'অসমীয়া আৰু বিদেশী সাজ', আৰু 'জান্তৱ জীৱন' প্ৰবন্ধ আৰু 'পত্নী বিলাপ', 'কিয় প্ৰভু সৃজিলাহা মই মহামূঢ়ক', 'মঘ আৰু বিজুলী', 'গাঁৱলীয়া বোৱাৰী', আৰু 'সংসাৰ সুখৰ ঠাই' কবিতা প্ৰকাশ হৈছিল। আনহাতে **জোনাকী** কাকতত 'অসমত মান', 'মনোবৃত্তি', 'মোৱামৰীয়া বিদ্ৰোহ', 'ভাওনা', 'বিবাহ', 'মিনাৱতী', 'ৰাম সৰস্বতী', 'জয়মতী কুঁৱৰী', 'তুলাৰাম সেনাপতি', 'অনন্ত কন্দলী', 'কিতাপ বাছনি', 'অসমৰ উন্নতি', আৰু 'চুটিয়া' প্ৰবন্ধ; আৰু 'গোলাপ', 'বনফুল' আদি কবিতা প্ৰকাশ হৈছিল। তেওঁৰ কবিতা সংকলন **কবিতাহাৰৰ** আগছোৱা মাজছোৱাও প্ৰকাশ হৈ ওলায়। ৰত্নেশ্বৰ মহন্তই 'দ্ৰোপদীহৰণ', 'জয়দ্ৰথ বধ', 'গোপীলীলা' আৰু 'হৰিচন্দ্ৰ' নামৰ নাট ৰচনা কৰাৰ কথা কোনো কোনো লেখকে কৈছে। কিন্তু শ্ৰীযুত যোগেন্দ্ৰ নাৰায়ণ ভূঞাৰ দ্বাৰা সংকলিত আৰু সম্পাদিত **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলীত** মাত্ৰ 'দ্ৰোপদী হৰণ' নামৰ নাটকখনিহে সন্নিৱিষ্ট হৈছে; তাকো সি অসম্পূৰ্ণ ৰূপত। সি যি নহওক, মহন্তৰ অকাল মৃত্যুৱে তেওঁৰ সাহিত্য প্ৰতিভাক পূৰ্ণ বিকাশ হ'বলৈ সুবিধা নিদিলে।

## ৪.১৪ অন্যান্য সাহিত্যিকসকল

হেমচন্দ্ৰ-গুণাভিৰামৰ কালছোৱাতে আন ভালেসংখ্যক লেখক-লেখিকাই আত্মপ্ৰকাশ কৰি অসমীয়া সাহিত্যলৈ নৈবদ্য আগবঢ়ায়। সেইসকলৰ ভিতৰত নীলকুমুদ বৰুৱা ওৰফে ইন্দীবৰ বৰুৱা (জীৱনাদৰ্শ) ৰুদ্ৰৰাম বৰদলৈ (বঙাল-বঙালনী নাটক), দেৱনাথ বৰদলৈ (হেমপ্ৰভা, বৈদহী বিচ্ছেদ), চন্দ্ৰ শেখৰ বৰুৱা (সংসাৰ কানন), পদ্মাৱতী দেৱী ফুকননী (সুধৰ্মাৰ উপাখ্যান, হিতসাধিকা), গুণাভিৰাম বৰুৱাৰ পত্নী বিষ্ণুপ্ৰিয়া দেৱী (নীতি কথা) আৰু তেওঁৰ দুহিতা স্বৰ্ণলতা দেৱীৰ (আৰ্হি তিৰোতা) নাম উল্লেখযোগ্য। হৰিবিলাস আগৰৱালা আৰু কালিৰাম বৰুৱাই পুৰণি পুথি ছপা কৰি অসমীয়া সাহিত্যক টনকিয়াল কৰি তুলিবলৈ যত্ন কৰিছিল। বৰুৱাই আসাম নামৰ কাকত এখনো উলিয়ায়। শেষত ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত ক'বলৈ গ'লে ঃ

> "ঊনবিংশ শতাব্দীৰ শেষৰ কালছোৱা অসমীয়া ভাষা-সাহিত্যৰ নাওখনৰ গুৰি-বঠা ধৰি চলাই নিছিল যি দুজন পুৰুষে তেওঁলোক হ'ল, হেমচন্দ্ৰ আৰু গুণাভিৰাম। ঐতিহাসিক গৱেষণা, জীৱন চৰিত্ৰ, ভ্ৰমণ বৃত্তান্ত, নাটক ৰচনা আৰু কাকত সম্পাদনা কৰা এই সকলো বিষয়তে গুণাভিৰাম পথ প্ৰদৰ্শক আছিল। গুণাভিৰামৰ অমায়িক ব্যক্তিত্বই নগাঁৱত আৰু শেষত কলিকতাত ডেকাচামক সাহিত্যৰ ক্ষেত্ৰত আগবাঢ়িবলৈ উদগণি যাচিছিল।"[৫]

## ৪.১৫ জোনাকী যুগ (১৮৮৯ খ্ৰী—১৯৪০ খ্ৰী)

হেমচন্দ্ৰ, গুণাভিৰাম আৰু তেওঁলোকৰ সমসাময়িক লেখকবৃন্দই অসমীয়া সাহিত্যৰ যি দৃঢ় ভেটি স্থাপন কৰিলে তাৰ ওপৰত আধুনিক অসমীয়া সাহিত্যৰ মন্দিৰ নিৰ্মাণ কৰিবলৈ আগবাঢ়ি আহিল কলিকতাত পঢ়ি থকা অসমীয়া ছাত্ৰসকলে। অসমীয়া ভাষাৰ দুৰৱস্থা আৰু জাতীয় চৈতন্যহীনতাই তেওঁলোকক আত্মসচেতন কৰি তুলিছিল আৰু সেইবিলাকৰ বিষয়ে তেওঁলোকৰ মাজত চলা 'টি পাৰ্টি' বিলাকত সঘনাই আলোচনা হৈছিল আৰু এই 'টি পাৰ্টি'য়েই ১৮৮৮ চনত অসমীয়া ভাষা উন্নতি সাধিনী সভা ( অঃ ভাঃ উঃ সাঃ সঃ)ৰ জন্ম দিয়ে। এই সভা ১৮৭২ চনত কলিকতাত স্থাপন কৰা অসমীয়া সাহিত্য চ'ৰা-ৰ নতুন নামকৰণ। "আসাম দেশৰ দেশীয় সাহিত্য আৰু শিল্পাদি লোপ পোৱাৰ পৰা ৰক্ষা কৰা আৰু তাৰ উন্নতি সাধিবলৈ যত্ন কৰাই এই সভাৰ মূল উদ্দেশ্য"[৬] বুলি গুণাভিৰাম বৰুৱাই ঘোষণা কৰিছিল। ১৮৮৯ চনত সভাৰ মুখপত্ৰ জোনাকী চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত প্ৰকাশ হৈ ওলায়। ইয়াৰ লগে লগে আৰম্ভ হয় আধুনিক অসমীয়া সাহিত্যৰ বিজয় যাত্ৰা। জোনাকীৰ ত্ৰিমূৰ্তি খ্যাত চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী (বেজ-মাজিউ-গোসাঁই)-য়ে অসমীয়া সাহিত্যৰ বিজয়ৰ পতাকা উৰুৱালে। জোনাকীৰ

লগতে ৰিজুলি কাকতে অসমত ভালেসংখ্যক সাহিত্যিকক জন্ম দিয়ে। তেওঁলোকে ইংৰাজী সাহিত্যৰ আলমত কবিতা-নাটক-গল্প-উপন্যাস আদি ৰচনা কৰি অসমীয়া সাহিত্যক সমৃদ্ধ কৰি তোলে। অসমীয়া সাধুকথা বেজবৰুৱাৰ হাতত পৰি গল্পৰ ৰূপ ধাৰণ কৰে। এই যুগতেই ৰোমাণ্টিক ভাবধাৰাৰ আমদানি হয় আৰু অসমীয়া সাহিত্যত তাৰ পূৰ্ণ প্ৰতিফলন ঘটে। বঙলা সাহিত্যৰ ভাবধাৰায়েও অসমীয়া সাহিত্যক যথেষ্ট শক্তিশালী কৰি তোলে। বংকিমচন্দ্ৰ চট্টোপাধ্যায়, শৰৎচন্দ্ৰ চট্টোপাধ্যায়, ৰবীন্দ্ৰনাথ ঠাকুৰ, মধুসূদন দত্ত আদি আধুনিক বাংলা সাহিত্যিকৰ ৰচনাই অসমীয়া সাহিত্যিকক বহু পৰিমাণে প্ৰভাৱিত কৰে। প্ৰকৃততে এই যুগত ইংৰাজী আৰু বঙালী এই দুই চহকী সাহিত্যই অসমীয়া সাহিত্যক পল্লবিত কৰি তোলে। মুঠতে "১৮৮৯ ছনত", ড° নেওগৰ ভাষাত ক'বলৈ গ'লে,"কলিকতাত 'জোনাকী' কাকতৰ প্ৰতিষ্ঠাই আধুনিক অসমীয়া সাহিত্যৰো জন্মোৎসৱ।"[৩]

জোনাকীৰ এই সাহিত্যান্দোলনৰ সন্দৰ্ভত অধ্যাপক বিজনলাল চৌধুৰীয়ে এঠাইত ঠিকেই লিখিছে ঃ

> "জোনাকী যুগ বুলি ক'লে 'বিজুলী'ৰ সাহিত্যিক গোষ্ঠীৰ লিখকসকলৰ সাহিত্য, কৃতিকো সামৰি লোৱা হয়। 'জোনাকী' আৰু 'বিজুলী'ৰ পোহৰত ওলোৱা সেই সময়ৰ জোতিষ্কস্বৰূপে সাহিত্য সেৱী বুদ্ধিজীৱীসকলৰ শ্ৰেণীস্বাৰ্থ জড়িত ব্যক্তিত্ব আৰু অন্তৰ্নিহিত চৰিত্ৰৰ আলেখ-লেখবোৰ বিৰিঙি ওলাই পৰিছিল, তেওঁলোকৰ সাহিত্য সৃষ্টিৰ মাজত।"[৮]

সি যি নহওক, জোনাকীযুগীয়া এই সাহিত্যিকসকলৰ ৰচনাৱলীৰ বিষয়ে আমি তলত চমুকৈ আলোচনা দাঙি ধৰিলোঁ।

## ৪.১৬ লক্ষ্মীনাথ বেজবৰুৱা

জোনাকী যুগৰ সাহিত্যৰ মধ্যমণি আছিল ৰসৰাজ বেজবৰুৱা। প্ৰকৃততে বেজবৰুৱাক কেন্দ্ৰ কৰিয়েই তৎকালীন অসমীয়া সাহিত্যিকসকল সমবেত হৈছিল। সেয়েহে কোনো কোনো পণ্ডিতে জোনাকী যুগক 'বেজবৰুৱা যুগ' বুলিয়েই অভিহিত কৰিব খোজে। বেজবৰুৱাই সাহিত্যৰ সকলো দিশতেই হাত পকাইছিল। তেওঁৰ গল্প, উপন্যাস, কবিতা, ধৰ্ম দৰ্শন আৰু হাস্যৰসে অসমীয়া সাহিত্যলৈ জোঁৱাৰ আনিছিল। "কবিতা হয় যদি হওক, নহয় যদি নাই" বুলি নিজেই ঘোষণা কৰি যোৱা বেজবৰুৱাই বহুখিনি উচ্চমানৰ কবিতা লিখি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। যি সময়ত বিশ্ব সাহিত্যত গল্পৰ স্থান তেনেই চালুকীয়া হৈ আছিল সেই সময়তেই বেজবৰুৱাই অসমীয়া সাধুকথাক চুটি গল্পৰ ৰূপ দিবলৈ চেষ্টা কৰিছিল। বেজবৰুৱাৰ ৰচনাৱলীক আমি তলত দিয়াৰ দৰে ভগাব পাৰোঁ ঃ

| | | |
|---|---|---|
| ১। | কবিতা | ঃ কদমকলি, পদুমকলি। |
| ২। | নাটক | ঃ লিতিকাই , পাচনি, নোমল, চিকৰপতি নিকৰপতি, চক্ৰধ্বজ সিংহ, জয়মতী কুঁৱৰী, বেলিমাৰ আদি। |
| ৩। | হাস্য-ব্যঙ্গাত্মক ৰচনা | ঃ কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, কৃপাবৰ বৰুৱাৰ ওভতনি, বৰবৰুৱাৰ বুলনি, বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি, বৰবৰুৱাৰ চিন্তাৰ শিলগুটি, বৰবৰুৱাৰ সাহিত্যিক ৰহস্য, কৃপাবৰ বৰুৱাৰ সামৰণি। |
| ৪। | জীৱনী | ঃ মোৰ জীৱন সোঁৱৰণ, ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱনচৰিত, শ্ৰীশ্ৰীশঙ্কৰদেৱ, মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ। |
| ৫। | উপন্যাস | ঃ পদুমকুঁৱৰী। |
| ৬। | গল্প | ঃ সুৰভি, সাধুকথাৰ কুকি, জোনবিৰি আৰু কেহোঁকলি। |
| ৭। | শিশু সাহিত্য | ঃ ককাদেউতা আৰু নাতি ল'ৰা, বুঢ়ী আইৰ সাধু, জুনুকা, বাখৰ, ভগৱৎ কথা, আৰু কামত কৃতিত্ব লভিবৰ সঙ্কেত। |
| ৮। | ধৰ্ম আৰু দাৰ্শনিকমূলক ৰচনা | ঃ তত্ত্ব কথা, শ্ৰীকৃষ্ণ কথা, চৈতন্যদেৱ। |

বেজবৰুৱাই ভাষা-সাহিত্য বিষয়ক আন ভালেমান লেখা প্ৰকাশ কৰি গৈছিল। তদুপৰি **জোনাকী** আৰু **বাঁহী** আলোচনীৰ সম্পাদকৰ দায়িত্ব লৈ তেওঁ অসমীয়া সাহিত্যক নিৰ্দিষ্ট স্থানত প্ৰতিষ্ঠা কৰি গ'ল।

## ৪.১৭ চন্দ্ৰকুমাৰ আগৰৱালা

**জোনাকী** আৰু **অসমীয়া** কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালা হ'ল এই যুগৰ অসমীয়া সাহিত্যৰ অন্যতম কাণ্ডাৰী। অসমীয়া সাহিত্যত 'ৰোমাণ্টিচিজিম' বা ৰমন্যাসবাদক প্ৰতিষ্ঠা কৰাত এৱেঁই প্ৰথমে আগভাগ লয়। **প্ৰতিমা** (১৯১৩ চন) আৰু **বীণ বৰাগী** (১৯২৩ চন) হ'ল তেওঁৰ দুখনি কবিতা পুথি। এই পুথি দুখনক সমালোচনা কৰি ড° সত্যেন্দ্ৰনাথ শৰ্মাই কৈছেঃ

"প্ৰতিমা'ত কবিয়ে জগতৰ বৰ্ণ-বৈভৱৰ ৰামধেনুছটাত আপ্লুত হৈছে; যৌৱনৰ স্বাভাৱিক সৌন্দৰ্যস্পৃহাৰ ই প্ৰকাশ। অৱশ্যে কবিৰ কাব্যসত্তাৰ মৌলিক বৈশিষ্ট্যখিনিয়ে ইয়াত ভূমুকি নমৰাকৈ থকা নাই। কিন্তু 'বীণ-বৰাগী'ত কবিৰ দৃষ্টি বহিঃসৌন্দৰ্যতকৈ অন্তৰৰ সৌন্দৰ্যৰ প্ৰতিহে নিবদ্ধ হৈছে।"[৯]

## ৪.১৮ হেমচন্দ্ৰ গোস্বামী

জোনাকীত প্ৰকাশিত 'প্ৰিয়তমাৰ চিঠি'-ৰে অসমীয়া কাব্যজগতত প্ৰথম 'চনেট' কবিতা প্ৰবৰ্তন কৰোঁতা পণ্ডিত হেমচন্দ্ৰ গোস্বামী হ'ল এই যুগৰ অসমীয়া সাহিত্যৰ আন এক গুৰিয়াল। তেওঁৰ কবিতা পুথি হ'ল **ফুলৰ চাকি**। 'জোনাকী' যুগৰ এওঁ অক্লান্ত সাহিত্যকৰ্মী আছিল। পিছলৈ তেওঁ কবিতাৰ কল্পনাময় ৰাজ্য এৰি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিষয়ৰ অনুসন্ধানত বিশেষ মনোযোগ দিয়ে। কামৰূপ অনুসন্ধান সমিতিৰ যোগেদি **পুৰণি অসম বুৰঞ্জী** আৰু **ভট্টদেৱৰ কথাগীতা** সম্পাদনা কৰি প্ৰকাশ কৰে। সাতোটা খণ্ডত বিভক্ত **অসমীয়া সাহিত্যৰ চানেকি** আৰু **অসমীয়া পুথিৰ তালিকা** শীৰ্ষক পুথি দুখনো পণ্ডিত গোস্বামীয়ে সংগ্ৰহ আৰু সম্পাদনা কৰি উলিয়ায়। হেমচন্দ্ৰ বৰুৱাৰ **হেমকোষ**খন প্ৰকাশ কৰাত এওঁ আগভাগ লয়।

## ৪.১৯ পদ্মনাথ গোহাঞিবৰুৱা

**বিজুলী, উষা** আৰু **অসম বন্তী** কাকতৰ সম্পাদনাৰ যোগেদি অসমীয়া সাহিত্যক সমৃদ্ধ কৰি যোৱা গোহাঞিবৰুৱা আছিল জোনাকী যুগৰ অসমীয়া সাহিত্যৰ অন্যতম বঠাধাৰী সাহিত্যিক। তেওঁৰ প্ৰধান ৰচনাসমূহ এই ঃ

| | | |
|---|---|---|
| ১। | কবিতা | ঃ **জুৰনি, লীলা** আৰু **ফুলৰ চানেকি**। |
| ২। | নাটক | ঃ **সাধনী, জয়মতী, গদাধৰ, বাণ ৰজা, লাচিত বৰফুকন, গাওঁবুঢ়া, টেটোন তামুলি, ভুত নে ভ্ৰম**। |
| ৩। | উপন্যাস | ঃ **লাহৰী, ভানুমতী**। |
| ৪। | তত্ত্বমূলক ৰচনা | ঃ **শ্ৰীকৃষ্ণ** আৰু **গীতাসাৰ**। |
| ৫। | বুৰঞ্জী | ঃ **আসাম সংক্ষিপ্ত বুৰঞ্জী**। |

ইয়াৰ উপৰি গোহাঞিবৰুৱাই আন ভালেমান গদ্য সাহিত্য আমালৈ এৰি যায়। গোহাঞিবৰুৱাই হ'ল প্ৰথম অসমীয়া সাহিত্যিক পেঞ্চনাৰ।

## ৪.২০ অন্যান্য সাহিত্যিকসকল

জোনাকী যুগৰ অসমীয়া সাহিত্যৰ এইসকল পুৰোধাৰ উপৰি এই যুগতেই মফিজুদ্দিন আহমদ হাজৰিকাই জ্ঞানমালিনী কবিতা পুথি, বেণুধৰ ৰাজখোৱাই চন্দ্ৰসম্ভৱ কাব্য আৰু গীতৰ পুথি অসমীয়া ভাই, বাঁহী আৰু সৰু ল'ৰাৰ গান, 'আনন্দচন্দ্ৰ আগৰৱালাই জিলিকনি কবিতা পুথি, হিতেশ্বৰ বৰবৰুৱাই ঢোপাকলি, কমতাপুৰ ধ্বংস, বিৰহণী বিলাপ, যুদ্ধক্ষেত্ৰত আহোম ৰমণী, তিৰোতাৰ আত্মদান, আভাস আদি কাব্য চন্দ্ৰধৰ বৰুৱাই মেঘনাদ বধ, ভাগ্য পৰীক্ষা, তিলোত্তমা সম্ভৱ, ৰাজৰ্ষি আদি নাটকৰ উপৰিও ৰঞ্জন নামৰ কবিতা পুথি, ৰঘুনাথ চৌধুৰীয়ে সাদৰী, কেতেকী, কাৰবালা, দহিকতৰা আৰু নৱমল্লিকা কাব্য গ্ৰন্থ আৰু গহীন লেখক সত্যনাথ বৰাই গীতৰ পুথি গীতাৱলীৰ উপৰিও সাৰথি, সাহিত্য বিচাৰ, কেন্দ্ৰসভা, আকাশ ৰহস্য, চিন্তাকলি গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া সাহিত্যক বহুখিনি আগুৱাই নিয়ে।

## ৪.২১ উপসংহাৰ

প্ৰাক্-অৰুনোদই যুগৰ পৰা জোনাকী যুগলৈ এই সমগ্ৰ সাহিত্য ৰচনালৈ দৃষ্টি দিলে কেইটামান বৈশিষ্ট্য স্পষ্টৰূপে দেখা যায়।

১। এই সমস্ত যুগৰ সাহিত্যত পৰাধীনতাৰ সুৰ স্পষ্টৰূপত প্ৰতিভাত হৈছে। ফাৰোৱালে মিছনেৰীসকলৰ নিৰ্দেশত যেনেকৈ খ্ৰীষ্টিয়ানী সাহিত্য প্ৰকাশ কৰিছিল ঠিক তেনেদৰে আনন্দৰাম ঢেকিয়াল ফুকনৰ পৰা আৰম্ভ কৰি জোনাকীযুগীয়া সাহিত্যিক বৃন্দলৈকে ইংৰাজ শাসনক নিঃচৰ্তভাৱে মানি লৈ স্বদেশ আৰু স্বজাতিৰ কথা চিন্তা কৰিছিল আৰু তাৰ প্ৰতিফলন তেওঁলোকৰ সাহিত্যত প্ৰতিফলিত হৈছিল। "ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ, প্ৰজানীতিহে ইয়াত ধৰিবলগীয়া" বুলি 'জোনাকী'য়ে ঘোষণা কৰিছিল।

২। এই যুগৰ অসমীয়া সাহিত্যত প্ৰবল দুখবোধ, নিৰাশাবাদ আৰু পলায়ণবাদী মনোভাব ব্যক্ত হৈছে। ড° হীৰেন গোহাঁয়ে ঠিকেই কৈছে ঃ

> "জোনাকী যুগৰ লেখকসকলৰ মাজত মধ্যযুগীয়া সামন্ততান্ত্ৰিক সমাজৰ সংসাৰ বৈৰাগ্য আৰু দুখবোধ প্ৰবল। বেজবৰুৱাৰ "জয়মতী কুঁৱৰী" নাটৰ ডালিমীৰ সপোন যেনে মোহলগা তেনে গভীৰ ভাবে মৰ্মস্পৰ্শী আধ্যাত্মিক সহিষ্ণুতাৰ দুখ বৰণ কৰিব পৰা জয়মতীৰ চৰিত্ৰ। ৰজনীকান্ত বৰদলৈৰ উপন্যাসসমূহত নতুন মানৱীয় প্ৰমূল্য ৰোমাণ্টিক প্ৰেমক যেনেকৈ অসমীয়া মাত-কথা, আচাৰ-ব্যৱহাৰৰ নিভাঁজ সাজপাৰ পিন্ধাই শুৱনি আৰু সুৱলা কৰা হৈছে, তেনেকৈ উপন্যাসবোৰৰ সামৰণিত সংসাৰ বৈৰাগ্যৰ হুমুনিয়াহে ধৰ্মীয় সান্ত্বনাৰ মাজেদি ভুমুকি মাৰিছে। উল্লেখ কৰিব পৰা যায় ঊনবিংশ শতিকাৰ শেহভাগত প্ৰকাশিত মফিজুদ্দিন আহমেদ হাজৰিকাৰ "জ্ঞান মালিনী" কবিতাৰ পুথিতো

সংসাৰৰ প্ৰতি কবিৰ মোহতকৈ বহুগুণে প্ৰবল হৈ বাজিছে মোহমুক্তি আৰু বৈৰাগ্যৰ কৰুণ গহীন সুৰ।"[১০]

৩। অতীত প্ৰীতি আৰু বীৰ পূজা আছিল এই যুগৰ সাহিত্যৰ অন্যতম বৈশিষ্ট্য। এই ভাবধাৰা বেজবৰুৱাৰ পৰা আৰম্ভ হৈ বেণুধৰ শৰ্মাৰ হাতত বিশেষ পৰিপুষ্টি লাভ কৰে। এই সন্দৰ্ভত বিজনলাল চৌধুৰীয়ে এঠাইত লিখিছে ঃ

> "জোনাকী আলোচনীৰ পাততেই 'অসমৰ মান', 'মোৱামৰীয়া বিদ্ৰোহ', 'জয়মতী কুঁৱৰী' আদি অসম বুৰঞ্জীৰ গৌৰৱময় কাহিনীৰ চৰ্চা আৰম্ভ হয়। অসমৰ মধ্যযুগৰ অতীতলৈ উভতি চোৱাৰ প্ৰয়াস এই প্ৰবন্ধবোৰত জিলিকি আছে। দেশৰ অতীত ইতিহাস সম্পৰ্কে এই বুদ্ধিজীবীসকলৰ শ্ৰেণী স্বাৰ্থ আৰু লক্ষ্যৰ ভূমিকাসম্বলিত ধাৰণাৰে অসমীয়া ৰাইজক বৃটিশ শাসন আৰু ধনতান্ত্ৰিক ব্যৱস্থাৰ লগত খাপ খুৱাই লোৱাটো প্ৰবন্ধবোৰৰ উদ্দেশ্য আছিল।"[১১]

৪। আধুনিক অসমীয়া সাহিত্যৰ আন এক বৈশিষ্ট্য হ'ল মানৱতাবাদ। বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, গোহাঞিবৰুৱা আদি সেইকালৰ লেখকসকলৰ সাহিত্যত এই মানৱতাবাদ পৰিস্ফুত হৈছিল। "কিন্তু এই মানৱতাবাদ", ড° হীৰেন গোহাঁয়ে ক'বৰ দৰে, "আছিল এক পৰাধীন শ্ৰেণীৰ অভিব্যক্তি। ..... বৈজ্ঞানিক যুক্তিবাদতকৈ তেওঁলোকৰ মানৱতাবাদত আধ্যাত্মিক ভাবহে প্ৰবল আছিল। ধৰ্মীয় ভাবধাৰাৰ ভিত্তিত মানুহৰ সাম্য, একতা আৰু মৈত্ৰী তেওঁলোকে বিচাৰিছিল। সেয়ে জাতিভেদৰ বিৰুদ্ধে তেওঁলোকৰ সংগ্ৰাম চৰম পৰ্য্যায়লৈ নগ'ল— উচ্চ-নীচৰ ব্যৱধান দূৰ কৰিবলৈ তেওঁলোকে সিমান উদ্‌গ্ৰীৱ নাছিল।"[১২]

৫। এই যুগতেই পুৰণি সাহিত্যক ছপা আকাৰত পোহৰলৈ অনাৰ চেষ্টা কৰা হয়। এই ক্ষেত্ৰত গুণাভিৰাম বৰুৱা, হৰিবিলাস আগৰৱালা, হেমচন্দ্ৰ গোস্বামী আদিৰ প্ৰচেষ্টা বিশেষ উল্লেখযোগ্য।

৬। পাশ্চাত্য সাহিত্যৰ আৰ্হিত ব্যক্তিমুখী সাহিত্য আৰু ব্যঙ্গাত্মক কবিতা আৰু ৰচনাৰ আৰম্ভণ এই যুগৰেই অৱদান।

৭। এই যুগৰ সাহিত্যৰ চকুত পৰা আন এক বৈশিষ্ট্য হৈছে নাৰীমুক্তি। গুণাভিৰাম বৰুৱা, গোহাঞিবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য্য, ৰসৰাজ বৰুৱা আদিৰ ৰচনাত এই নাৰীমুক্তি বিষয়টোৱে বিশেষ প্ৰাধান্য পায়।

৮। প্ৰকৃততে জোনাকী যুগৰ পৰাই ইংৰাজী আৰু বঙালী সাহিত্যৰ প্ৰভাৱত অসমীয়া লেখকসকলে অসমীয়া সাহিত্যত ছন্দৰ ন ন পৰীক্ষা-নিৰীক্ষা কৰিবলৈ ওলাই আহে।

৯। জাতীয়তাবোধ এই যুগৰ অসমীয়া সাহিত্যৰ প্ৰধান বৈশিষ্ট্য। কিন্তু এই জাতীয়তাবোধ বা জাতীয়তাবাদ সুস্থ নাছিল। বাংলা ভাষাৰ বিৰুদ্ধৰ পৰাহে এই

জাতীয়তাবাদৰ জন্ম। তৎকালীন অসমীয়া বুদ্ধিজীৱীসবে ইংৰাজ শাসক গোষ্ঠীক শ্ৰেণী শত্ৰু হিচাপে বিবেচনা নকৰি বঙালীসকলকহে শ্ৰেণী শত্ৰুৰূপে গণ্য কৰি যি জাতীয়তাবাদৰ জন্ম দিছিল সি দেখাতেই পঁয়া লগা আছিল।

এনেকৈয়ে নানা বাধা-বিঘিনিৰ মাজেদি প্ৰাক্-অৰুনোদই যুগৰ পৰা আৰম্ভ কৰি জোনাকী যুগলৈ— এই সুদীৰ্ঘ পথ পৰিক্ৰমা অতিক্ৰম কৰি অসমীয়া সাহিত্যই যি ক্ৰমবিকাশ লাভ কৰিলে সিয়ে সম্প্ৰতিক অসমীয়া সাহিত্যৰো গতিপথ নিৰ্ণয় কৰিলে। □

## সূত্ৰ নিৰ্দেশ ঃ


১। ড° সত্যেন্দ্ৰ নাথ শৰ্মা ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃষ্ঠা- ২৫৯, ১৯৯৬ চন, সপ্তম সংস্কাৰণ, গুৱাহাটী

২। ড° মহেশ্বৰ নেওগ (সংকলক) ঃ অৰুনোদই, পৃষ্ঠা- ২৪, অঃ প্ৰঃ পঃ, ১৯৮৩ চন

৩। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ পূৰ্বোক্ত গ্ৰন্থ ঃ পৃষ্ঠা- ২৬৪/২৬৫

৪। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ পূৰ্বোক্ত গ্ৰন্থ ঃ পৃষ্ঠা- ২৭৪

৫। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ পূৰ্বোক্ত গ্ৰন্থ ঃ পৃষ্ঠা- ২৭০

৬। যজ্ঞেশ্বৰ শৰ্মা (মুঃ সম্পাদক) ঃ বেণুধৰ শৰ্মা ৰচনাৱলী, পৃষ্ঠা- ৭, চতুৰ্থ খণ্ড, ১৯৮৩ চন, গুৱাহাটী

৭। ড° মহেশ্বৰ নেওগ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃষ্ঠা- ২৪৬, সপ্তম তাঙৰণ, চন্দ্ৰ প্ৰকাশ, ডিচেম্বৰ, ১৯৮৭ চন, গুৱাহাটী

৮। বিজনলাল চৌধুৰী ঃ জোনাকীৰ আলোড়ন, পৃষ্ঠা- ৩৪, পূৰ্বাঞ্চল প্ৰকাশ, ১৯৯৩ চন, গুৱাহাটী

৯। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ পূৰ্বোক্ত গ্ৰন্থ ঃ পৃষ্ঠা- ২৮৯

১০। ড° হীৰেন গোহাঁই ঃ সাহিত্য আৰু চেতনা, পৃষ্ঠা- ৮৬/৮৭, লয়াৰ্ছ বুক ষ্টল, ১৯৯১ চন, গুৱাহাটী

১১। বিজনলাল চৌধুৰীৰ পূৰ্বোক্ত গ্ৰন্থ ঃ পৃষ্ঠা- ৬৬/৬৭

১২। ড° হীৰেন গোহাঁইৰ পূৰ্বোক্ত গ্ৰন্থ ঃ পৃষ্ঠা- ৭৯/৮০

পঞ্চম অধ্যায়

# অসমত বাংলা ভাষা প্ৰচলনত অসমীয়া মধ্যশ্ৰেণীৰ ভূমিকা

## ৫.১ ঐতিহাসিক ক্ৰম বিচাৰ

অসমলৈ বাংলা ভাষা আদৰি অনাত, বাংলা ভাষাক অসমৰ মাজ-মজিয়াত ঠাই দিয়াত প্ৰত্যক্ষ বা পৰোক্ষভাৱে তৎকালীন অসমীয়া মধ্যবিত্ত, কেতবোৰ মুখিয়াল শ্ৰেণীৰ লোকেও যে সহায় কৰিছিল সেই কথা শুনিলে চাগে আমাৰ উগ্ৰ জাতীয়তাবাদী অসমীয়া আৰু 'বঙালী আমোলাৰ ষড়যন্ত্ৰ' তত্ত্বটোৰ প্ৰবক্তাসকলে দাং খায়েই উঠিব। বাস্তৱিকতে কথাটো কিন্তু অপ্ৰিয় হ'লেও সত্য। আমি এই কথা আলোচনা কৰাৰ আগতে অসমত বাংলা ভাষাৰ প্ৰচলনৰ ঐতিহাসিক ক্ৰম-বিচাৰ কৰি চাব লাগিব।

প্ৰণিধানযোগ্য কথা যে অসমত ইংৰাজসকলে বাংলা ভাষা প্ৰৱৰ্তন কৰাৰ বহু বছৰৰ আগতেই এই ভাষাই অসমত খোপনি পুতিবলৈ সক্ষম হয়। অসমৰ বুৰঞ্জীসমূহ অধ্যয়ন কৰিলে দেখা যায় যে স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনতেই অসমত বাংলা ভাষা-সংস্কৃতি প্ৰচলন হয়। বুৰঞ্জীবিদ স্বৰ্গীয় সৰ্বানন্দ ৰাজকুমাৰে এই বিষয়ে লেখিছেঃ "এওঁৰ দিনৰে পৰা অসমত ব্ৰাহ্মণসকলৰ প্ৰতিপত্তি বাঢ়ি যায় আৰু লগে লগে **বংগদেশৰ চাল-চলন, সাজ-পাৰ, গীত-মাত, শিক্ষা-দীক্ষা আদিৰ প্ৰচলন হয়।**"[১] (গুৰুত্ব চিন এই লেখকৰ) বুৰঞ্জীসমূহৰ পৰা জনা যায় যে ৰুদ্ৰসিংহই বংগদেশৰ পৰা পণ্ডিত আনি ব্ৰাহ্মণৰ ল'ৰাক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল আৰু বহুতকে শিক্ষা দিয়াবলৈ বংগদেশলৈ পঠাইছিল। তেওঁ নিজেও বংগদেশৰ কৃষ্ণৰাম ভট্টাচাৰ্য ন্যায়বাগীশ নামে এগৰাকী গোসাঁই অনাই তেওঁৰ ওচৰত শৰণ লৈছিল। অৱশ্যে এই বাংলা ভাষা সেই সময়ত ৰাজকাৰ্যত আৰু ৰাজ্যৰ সংযোগী ভাষা হিচাপে ব্যৱহাৰ হোৱা নাছিল। এই সন্দৰ্ভত হেমিল্টন চাহাবে লেখিছে ঃ 'The Bengalese language also became more common, although it was not used on the coin, nor in the state affairs, until the time of Rudra, son of Godadhor."[২]

এইবোৰ কথা বিশ্লেষণ কৰি স্বৰ্গীয় দধি মহন্তদেৱে সিদ্ধান্ত কৰিছে ঃ "গতিকে অসমত বাংলা ভাষাৰ প্ৰভাৱ সপ্তদশ শতিকাৰ শেষ ভাগৰ পৰাই আৰম্ভ বুলি ধৰিব পাৰি।"[৩] ৰুদ্ৰসিংহৰ দিনৰে পৰা অসমত বাংলা ভাষাই যথেষ্ট সক্ৰিয় হৈ উঠে। "স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই আনকি বাংলা ভাষাত মোহৰো উলিয়াইছিল।"[৪] স্বৰ্গদেউ কমলেশ্বৰ সিংহৰ দিনত কছাৰী, জয়ন্তীয়া আদি ৰজাৰ লগত যি চিঠি-পত্ৰৰ আদান-প্ৰদান চলিছিল তাত বাংলা ভাষাৰ প্ৰভাৱ পূৰ্ণমাত্ৰাই দেখা যায়।[৫] অকল সেয়ে নহয়, তেওঁ বঙালী লোকক কাকতী হিচাপেও লৈছিল। ইয়াত জড়িত হৈ আছিল লক্ষ্মীনাৰায়ণ নামৰ এজন ব্ৰহ্মচাৰী।[৬] সি যি নহওক, আহোম স্বৰ্গদেউসকলৰ দিনতেই হোৱা এই বাংলা ভাষাৰ প্ৰভাৱে পিছৰ পুৰুষসকলক বাংলা-প্ৰীতি ৰোগত বাৰুকৈয়ে ধৰাশায়ী কৰিলে।

## ৫.২ অসমীয়া মধ্যশ্ৰেণীৰ উদাসীনতা

মন কৰিবলগীয়া কথা যে যেতিয়া ১৮৩১ চনত অসমৰ আদালতত আৰু তাৰ পিছত ১৮৩৬ চনত স্কুল-আদালত দুয়োটাতে বাংলা ভাষা প্ৰৱৰ্তন কৰিবলৈ ইংৰাজে স্থিৰ কৰিলে তেতিয়া কোনো অসমীয়াই তাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ আগবাঢ়ি অহা নাছিল। এই কথা 'বঙালী আমোলাৰ ষড়যন্ত্ৰ' তত্ত্বটোৰ এজন প্ৰবক্তা পণ্ডিত স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াইও স্বীকাৰ কৰিছে। তেওঁ আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পাতনিখনত কৈছে ঃ "গিৰিহঁতনীয়ে এইদৰে বান্দীৰ ঠাই পাই যি ৰোহ ঘৰত সোমাল, সোমালেই; তেওঁৰ এই ওঁঠ লৰোৱা, বা আগবাঢ়ি আহি 'হোকটা' বোলা অসমীয়া তেতিয়া কেইজন ওলাইছিল, সেই বিষয়ে অৱশ্যে 'বুৰঞ্জী নিমাত' বুলিব লাগিব।" সি যি নহওক, আহোম ৰাজত্বৰ দিনৰে পৰা বাংলা ভাষাৰ দ্বাৰা প্ৰভাৱিত হৈ অহা এচাম ইংৰাজী শিক্ষিত অসমীয়া মধ্যবিত্তই ইমানেই মোহাচ্ছন্ন হৈ পৰিছিল যে তেওঁলোকে অসমীয়া ভাষাৰ সপক্ষে মাত মতাৰ পৰিৱৰ্তে বাংলা ভাষাত কিতাপ-পত্ৰ লিখি বাংলা ভাষাৰ সপক্ষেহে প্ৰত্যক্ষভাৱে সহায় কৰিবলৈ ধৰিলে। ১৮৩৬ চনত সমগ্ৰ অসমত বাংলা ভাষা প্ৰৱৰ্তন হোৱাৰ আগতেই ১৮২৯ খ্ৰীঃত প্ৰকাশিত হলিৰাম ঢেকিয়াল ফুকনৰ বাংলা ভাষাত লিখা আসাম বুৰঞ্জীখন সমাচাৰ দৰ্পণ আৰু বঙ্গদূতত আলোচনা কৰিছিল।

## ৫.৩ যজ্ঞৰাম ফুকন আৰু মণিৰাম দেৱানৰ বাংলা-প্ৰীতি

"যজ্ঞৰাম খাৰঘৰীয়া ফুকনে ইংৰাজী কবিতা 'Lucy And Her Bird' বাংলা ভাষাত অনুবাদ কৰি 'লুসী আৰ তাহাৰ পখী' নাম দি সমাচাৰ দৰ্পণত (১৮৯১ খ্ৰীঃ ৩০ জুলাই) প্ৰকাশ কৰিছিল।"[৭] ইয়াৰ উপৰিও তেওঁ বাংলা ভাষাত বিভিন্ন বিষয়ৰ ওপৰত চিঠি-পত্ৰ লেখিছিল। প্ৰখ্যাত পণ্ডিত, গৱেষক ডঃ অমলেন্দু গুহদেৱে যজ্ঞৰামৰ বিষয়ে লেখিছে ঃ

"১৮৩৫ চনত তেওঁ গুৱাহাটীত এখন বঙালী ভাষাৰ স্কুল আৰু এখন চৰকাৰী ইংৰাজী স্কুল প্ৰতিষ্ঠাৰ বাবে আনসকলৰ লগতে উদ্যোগ গ্ৰহণ কৰিছিল।"[৮] মণিৰাম দেৱানৰ **বুৰঞ্জী বিবেক ৰত্ন**খনো বাংলা, সংস্কৃত, ফাৰ্চী, অসমীয়া আৰু দুই-এটা ইংৰাজী শব্দ মিহলাই লিখা। এইবোৰ কথাৰ পৰাই সহজেই অনুধাৱন কৰিব পাৰি যে তৎকালীন অসমীয়া বুদ্ধিজীৱী কিংবা সম্ভ্ৰান্ত লোকসকলৰ মাজত বাংলা-প্ৰীতি ব্যাপক আৰু প্ৰবল আছিল। তেওঁলোকৰ এই বাংলাৰ প্ৰতি থকা দুৰ্বলতাৰ সুযোগ লৈছিল সাম্ৰাজ্যবাদী ব্ৰিটিছসকলে। ফলত অসমীয়া লোকৰ পৰা কোনো প্ৰতিবাদ নেপাই অসমত বাংলা ভাষা ১৮৩৬ চনত প্ৰৱৰ্তন কৰাত ইংৰাজ প্ৰশাসনৰ বাবে তেনেই সহজ হৈ পৰিছিল।

## ৫.৪ আনন্দৰাম ঢেকিয়াল ফুকনৰ ভূমিকা

১৮৩৬ চনত সমগ্ৰ অসমতে বাংলা ভাষা প্ৰচলন হোৱাৰ পিছৰে পৰা কেতবোৰ অসমীয়া মধ্যবিত্তই বাংলা ভাষাৰ প্ৰতি থকা তেওঁলোকৰ দুৰ্বলতাই আৰু গাঢ় ৰূপ ধাৰণ কৰে। মন কৰিবলগীয়া কথা যে আনন্দৰাম ঢেকিয়াল ফুকনক অসমীয়া ভাষাৰ হকে মাত মতাৰ বাবে আজিও আমি তেওঁক কৃতজ্ঞতাৰে সোঁৱৰোঁ। কিন্তু তেৰোঁ প্ৰথমাৱস্থাত অসমীয়া ভাষাৰ সম্পৰ্কে একো চিন্তা-চৰ্চা কৰা নাছিল; বৰং পূৰ্বসুৰীৰ দৰে তেৰোঁ বাংলা-প্ৰীতিত ভালকৈয়ে নিমজ্জিত হৈ পৰিছিল। এই সন্দৰ্ভত ডঃ অমলেন্দু গুহই লিখিছে ঃ

> " ১৮৫০ৰ পৰা ১৮৫২ এই কেইবছৰ আনন্দৰামে কলিকতাৰ পৰা বঙলা ভাষাত এখন সাময়িক আইন বিষয়ক পত্ৰিকা বা 'ল ডাইজেষ্ট' প্ৰকাশ কৰিছিল। ..... বঙলা গদ্য সাহিত্যলৈ আনন্দৰামৰ আনটো অৱদান হ'ল ১৮৫৫ চনত কলিকতাৰ পৰা প্ৰকাশিত আইন আৰু ৰাজনৈতিক দৰ্শন বিষয়ক এক সুবিশাল গ্ৰন্থ ( আইন ও ব্যৱস্থা সংগ্ৰহঃ 'নোটিছ অন ল'জ অব বেংগল', খণ্ড - ১)।"[৯]

মিছনাৰীসকলৰ প্ৰভাৱতহে ঢেকিয়াল ফুকনে অসমীয়া ভাষাৰ হকে মাত মাতিছিল, সেই কথা ইতিমধ্যে পোহৰলৈ আহিছে। এই সন্দৰ্ভত পণ্ডিত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীদেৱে লেখিছে ঃ

> "অতদিনে ফুকনে কিন্তু অসমীয়া বিষয়ে একো ভবা নাছিল। পাদুৰী চাহাবসকলে অসমীয়া ভাষাৰ নিমিত্তে ইমানকৈ যতন কৰা দেখি ফুকনেও ভাবি চাই জানিলে অসমীয়া ভাষাৰ উন্নতিৰ বাহিৰে অসমীয়া মানুহৰ উন্নতি নাই। সেই দিনাৰ পৰা ফুকন পেটে সৈতে অসমীয়া ভাষাৰ ভকত হ'ল।"[১০]

পণ্ডিত গোস্বামীৰ এই মন্তব্যক বিৰোধিতা কৰি তথ্যাশ্ৰয়ী লেখক যোগেন্দ্ৰ নাৰায়ণ ভূঞাই এঠাইত কৈছে ঃ

> "অৱশ্যে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে মিছনেৰীসকলৰ প্ৰসংগত কওঁতে আনন্দৰামৰ

বিষয়ে কোৱাৰ দৰে অসমীয়া ভাষাৰ হকে পাদুৰী চাহাবসকলে যত্ন কৰা দেখিহে ফুকনেও যত্ন কৰিছিল বোলা কথাষাৰ সত্য নহয়। পণ্ডিত গোস্বামীৰ এই মন্তব্য একদেশদৰ্শী। তাৰ প্ৰমাণ গুণাভিৰাম বৰুৱাৰ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'ই দিছে।"[১১]

কিন্তু ভূঞাই এই সম্পৰ্কত উক্ত গ্ৰন্থখনৰ পৰা কোনো ধৰণৰ প্ৰমাণ বা উদাহৰণ দিয়া নাই। সেয়েহে শ্ৰদ্ধেয় ভূঞাৰ অভিমত সন্দেহাতীত নহয়।

## ৫.৫ অসমীয়া ভাষাৰ প্ৰতি মধ্যশ্ৰেণীৰ হীনমন্যতা

যি কি নহওক, সেই যুগৰ আন এজন বিশিষ্ট ব্যক্তি আছিল মুন্সী কেফায়তুল্লা। তেওঁ ১৮৫৩ চনত **কৃষি দৰ্পণ** নামৰ কৃষি সংক্ৰান্ত গ্ৰন্থখন বাংলা ভাষাতহে লেখিছিল। প্ৰণিধানযোগ্য যে এই কালছোৱাতেই জন্ম গ্ৰহণ কৰা সংস্কৃতজ্ঞ, পণ্ডিতপ্ৰবৰ স্বৰ্গীয় আনন্দৰাম বৰুৱায়ো অসমীয়া ভাষাৰ হকে মাত মাতিছিল বুলি এই লেখকে এতিয়াও ক'তো পোৱা নাই। ইয়াৰ উপৰি সেই সময়ত অসমীয়া মানুহে বাংলা ভাষাৰ প্ৰতি ইমানেই আকৃষ্ট হৈ পৰিছিল যে অসমৰ স্কুলত অসমীয়া ভাষা চলাব নেলাগে বুলি "ইংৰাজ গৱৰ্ণমেণ্টলৈ কেইবা ঠাইৰ পৰা আমাৰ মানুহৰ চহীৰেই আবেদন পত্ৰ গৈছিল।"[১২] এই কথা স্বৰ্গীয় ৰাধানাথ ফুকনদেৱে উল্লেখ কৰিছে। তৎকালীন অসমীয়া সম্ভ্ৰান্ত লোকসকলে অকল অসমীয়া ভাষাৰ ক্ষেত্ৰতেই নহয় আনকি অসমীয়া জাতিটোৰ প্ৰতিও এক নীচাত্মিকা ভাব লৈছিল। এই সন্দৰ্ভত বুৰঞ্জীবিদ গুণাভিৰাম বৰুৱাই লেখিছে ঃ

> "দেশীয় যিসকল লোক আছিল সেই সকলোৱে বাঙ্গলা দেশৰ নদীয়া, শান্তিপুৰ বা কনৌজপুৰৰ পৰা অহা বুলি অভিমান কৰিছিল। অসমীয়া ভাষাই চলোক বা বঙ্গলা ভাষাই চলোক কাৰো কোনো ধাৰ নাখাইছিল।"[১৩]

অসমীয়া ভাষা আৰু জাতিৰ প্ৰতি অসমীয়া মানুহৰ এনে বীতৰাগী মনোভাবৰ কথা অসমীয়া সাহিত্যৰ বুৰঞ্জীত তৰহে তৰহে পোৱা যায়। আমি সেইবোৰৰ দীঘলীয়া উদাহৰণ নিদি 'বঙালী আমোলাৰ ষড়যন্ত্ৰ' তত্ত্বটোৰ জন্মদাতা তথা প্ৰবক্তা ৰাজভক্ত পণ্ডিত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীদেৱৰ 'অসমীয়া ভাষা' নামৰ সাম্প্ৰদায়িকতামূলক প্ৰবন্ধটোৰ পৰা এষাৰ চেৰেক তুলি ধৰিলোঁ ঃ

> "..... বহুত তৰলমতীয়া অসমীয়া মানুহৰ মাতৃভাষালৈ শ্ৰদ্ধা কমিল। তেওঁলোকৰ বিশ্বাস হ'ল, বঙ্গলা ভাষা সাধু ভাষা, এই গুণেহে আমাক বঙ্গলা পঢ়িবলৈ দিছে। এই বিশ্বাসটো মনত ঠাই লৈ বহুত মানুহে ঘৰুৱা কথা-বাৰ্ত্তা কওঁতেও তাৰ মাজত দুই-চাৰিটা অশুদ্ধকৈ উচ্চাৰণ কৰা বঙ্গলা শব্দ সুমাই কথা পতাটোও বৰ গৌৰৱৰ কথা যেন ভাবিছিল।"[১৪]

## ৫.৬ উপসংহাৰ

নক'লেও হ'ব যে অসমীয়া মানুহৰ তেওঁলোকৰ ভাষাৰ প্ৰতি এনে নীচাত্মিকাবোধ গঢ় লৈ উঠিছিল ইংৰাজে অসমত অন্যায়ভাৱে বাংলা ভাষা প্ৰৱৰ্তন কৰাৰ বাবে। কিন্তু এনে অন্যায় ব্যৱস্থাৰ বিৰুদ্ধে সেই সময়ত প্ৰতিবাদ নকৰি বৰং বাংলা ভাষাক পৃষ্ঠপোষকতা কৰাৰ বাবে তৎকালীন অসমীয়া মধ্যশ্ৰেণী, বুদ্ধিজীৱীসকল এই ক্ষেত্ৰত নিশ্চয় দায়ী বুলি ক'ব লাগিব। মৰাণ-মটকৰ বিদ্ৰোহ আৰু মানৰ বৰ্বৰ আক্ৰমণত জুৰুলা হোৱা অসমীয়া মানুহে সেই সময়ত নিজৰ ভাষা-সংস্কৃতিক ৰক্ষা কৰিবলৈ অপাৰগ হৈছিল বুলি ইংৰাজভক্ত সাহিত্যিক হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা আদিয়ে এটি যুক্তি আগবঢ়াই তৎকালীন অসমীয়া সম্ভ্ৰান্ত লোকসকলক দোষৰ পৰা মুক্ত কৰিবলৈ এক অপচেষ্টা কৰিছে যদিও তেওঁলোকৰ যুক্তি যে কিমান তৰল আৰু সাম্প্ৰদায়িকতামূলক সেই কথা এটি দুগ্ধপোষ্য শিশুৱেও বুজি পাব। যিহেতু যি অসমীয়াই মৰাণ-মটকৰ বিদ্ৰোহ আৰু মানৰ বৰ্বৰ আক্ৰমণৰ বাবে নিজৰ ভাষা-সংস্কৃতিৰ ওপৰত মনোযোগ দিবলৈ আহৰি পোৱা নাছিল সেই অসমীয়াই (বিশেষকৈ হলিৰাম ঢেকিয়াল ফুকন, যজ্ঞৰাম খাৰঘৰীয়া ফুকন, মণিৰাম দেৱান আদি সম্ভ্ৰান্ত আৰু মুখিয়াল লোকসকলে) অসমত ইংৰাজসকলে বাংলা ভাষা প্ৰৱৰ্তন কৰাৰ আগতে সেই বাংলা ভাষাত কিতাপ-পত্ৰ লেখিবলৈ কেনেকৈ আহৰি বা সময় পাইছিল? আনহাতে, অসমীয়া সমাজত এওঁলোক প্ৰতিপত্তিশীল লোক আছিল। ইচ্ছা কৰা হ'লে তেওঁলোকে অসমীয়া ভাষা প্ৰৱৰ্তনৰ সপক্ষে আৰু বাংলা ভাষাৰ বিপক্ষে এটি আন্দোলনো গঢ়ি তুলিব নোৱাৰিলেহেঁতেননে? এই সন্দৰ্ভত ডঃ শিৱনাথ বৰ্মনদেৱে উচিত মন্তব্যই দাঙি ধৰিছে ঃ "অসমৰ এই শোকলগা ভাষিক পৰিস্থিতিৰ মূলত বঙালী আমোলা নাছিল, আছিল অসমীয়াসকল, বিশেষকৈ অভিজাত অসমীয়াসকল নিজেই।"[১৫] অসমৰ প্ৰখ্যাত সাহিত্যিক-বুদ্ধিজীৱী ডঃ হীৰেন গোহাঁইদেৱেও অসমৰ এই ভাষিক দুৰ্যোগৰ বাবে ইংৰাজ, বঙালী আমোলাৰ লগতে সম্ভ্ৰান্ত অসমীয়াসকলকো জগৰীয়া কৰি কেইবাটাইতো মূল্যবান আলোচনা আগবঢ়াইছে। অসমীয়া মানুহৰ আওকণীয়া মনোভাবৰ বাবেই যে ইংৰাজে অসমত বাংলা ভাষা চলাই থাকিবলৈ সুবিধা পাইছিল সেই কথা এতিয়া দিনৰ পোহৰৰ দৰে ফট্‌ফটীয়া হৈ পৰিছে। ইয়াৰ পিছতো যদি কোনো মতান্ধ লোকে এনে মতৰ বিৰুদ্ধে গৈ সমগ্ৰ বঙালীসকলৰ বিৰুদ্ধে কিবা বেবেৰিবাং বকিবলৈ লয় তেন্তে তেওঁলোক সামন্তবাদী কিম্বা ঔপনিবেশিক চিন্তা-চৰ্চাৰ পৰা এতিয়াও মুক্ত হ'ব পৰা নাই বুলিয়েই ক'ব লাগিব। □

## সূত্ৰ নিৰ্দেশ ঃ

১। সৰ্বানন্দ ৰাজকুমাৰ ঃ ইতিহাসে সোঁৱৰা ছশটা বছৰ, পৃষ্ঠা- ৪৩১, ১৯৮০ চন

| | |
|---|---|
| ২। Hemilton | : An Account of Assam, P-7, Department and Antiquarian Studies, Assam, Guwahati, 1987 |
| ৩। দধি মহন্ত | : 'অসমীয়া ভাষা-সাহিত্যৰ মৰ আউসীৰ অন্ধকাৰৰ পৰা জ্যোতিপ্ৰসাদৰ দিনৰ পোহৰলৈ' প্ৰবন্ধ দ্ৰষ্টব্য, পৃষ্ঠা- ১১৯, 'প্ৰকাশ', জানুৱাৰী, ১৯৮২ চন |
| ৪। যতীন বৰগোহাঞি | : অসমৰ অৰ্থনৈতিক ইতিহাস, পৃষ্ঠা- ৭৮ |
| ৫। হিতেশ্বৰ বৰবৰুৱা | : আহোমৰ দিন, পৃষ্ঠা- ২৭৬/৭৯, অঃ প্ৰঃ পঃ |
| ৬। গুণাভিৰাম বৰুৱা | : আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃষ্ঠা- ৯, অঃ প্ৰঃ পঃ, ১৯৭১ চন |
| ৭। নন্দ তালুকদাৰ | : 'উনবিংশ শতিকাৰ সংবাদপত্ৰ আৰু আলোচনী', প্ৰবন্ধ দ্ৰষ্টব্য, প্ৰকাশ, পৃষ্ঠা- ৮০, নবেম্বৰ, ১৯৮৩ চন |
| ৮। ডঃ অমলেন্দু গুহ | : 'অসমৰ ওপৰত বঙালী নবজাগৰণৰ প্ৰভাৱ', প্ৰবন্ধ দ্ৰষ্টব্য, জনজীৱন, পৃষ্ঠা- ৯, ২৫ ছেপ্তেম্বৰ, ১৯৮৪ চন |
| ৯। ডঃ অমলেন্দু গুহ | : পূৰ্বোক্ত প্ৰবন্ধ, পৃষ্ঠা- ১২ |
| ১০। হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী | ; পৃষ্ঠা- ১৩৪, শিৱনাথ বৰ্মন আৰু প্ৰসেনজিৎ চৌধুৰীৰ দ্বাৰা ৰচিত বাস্তৱ নে বিভ্ৰম গ্ৰন্থৰ পৰা উদ্ধৃত, পৃষ্ঠা- ১৭, ১৯৮৬ চন |
| ১১। যোগেন্দ্ৰ নাৰায়ণ ভূঞা | : মহাফেজখানাৰ খিড়িকীয়েদি, পৃষ্ঠা- ৫৪, মাৰ্চ, ১৯৮৬ চন |
| ১২। বাস্তৱ নে বিভ্ৰম গ্ৰন্থৰ পৰা উদ্ধৃত | ; পৃষ্ঠা-১১/১৯ |
| ১৩। আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ | ; পৃষ্ঠা- ১২৭ |
| ১৪। উৎস | : মাধ্যমিক অসমীয়া কথা চয়ন, পৃষ্ঠা- ১০২/১০৩, ১৯৭৪ চন |
| ১৫। বাস্তৱ নে বিভ্ৰম | ; পৃষ্ঠা- ২০ |

## ষষ্ঠ অধ্যায়

# উনবিংশ শতিকাৰ অসমীয়া শিক্ষিত শ্ৰেণীটোৰ দৃষ্টিত ৰঙালী বিহু

### ৬.১ ভূমিকা

এই কথা কোৱা নিষ্প্ৰয়োজন যে ৰঙালী বিহু আদিম কৃষিজীৱীসকলৰ উৎসৱ। এই উৎসৱৰ অন্তৰালত ডেকা-গাভৰুৰ অবাধ যৌন মিলনৰ যোগেদি কৃষিৰ উৎপাদন বৃদ্ধি কৰাৰ এটি ভাব দেখা যায়। এখন মুকলি পথাৰত ডেকা-গাভৰুৱে নাচিলে আৰু ইয়াৰ পৰিণতিত ডেকা-গাভৰুৰ মিলন হ'লে খেতি পথাৰ অধিক শস্যশালিনী হয় বুলি তৎকালীন সমাজত এটি বিশ্বাস আছিল। সেইকালত ডেকা-গাভৰুৰ এনে অবাধ যৌন মিলনক সমাজে বেয়া চকুৰে চোৱা নাছিল, বৰং উৎপাদনমুখী এই কৃষি উৎসৱত সমাজে ডেকা-গাভৰুক সেই কেইদিন অবাধ স্বাধীনতা দিছিল। আজিৰ সভ্যতাৰ যুগত এনে যৌন মিলন লোপ পাইছে যদিও বৰ্তমানে ৰঙালী বিহু এক নতুন ৰূপত অসমীয়া সংস্কৃতিৰ মূলাধাৰ হৈ পৰা দেখা গৈছে।

### ৬.২ হলিৰাম-আনন্দৰাম-গুণাভিৰামৰ দৃষ্টিভংগী

সি যি নহওক, মধ্যযুগৰ শেষৰ ফালে আৰু আধুনিক যুগৰ প্ৰাৰম্ভিক কালত অৰ্থাৎ উনবিংশ শতিকাৰ আদিভাগৰ পৰা এই ৰঙালী বিহুক কেতবোৰ অসমীয়া মধ্যবিত্ত লোকে ভাল চকুৰে চাব পৰা নাছিল। সেই সময়ছোৱাত পাশ্চাত্য শিক্ষাৰে শিক্ষিত অসমীয়া মধ্যবিত্ত সমাজখনে গাভৰুক ডেকা ল'ৰাৰ লগত একেলগে বিহু মাৰিবলৈ নিষিদ্ধ কৰিলে। ফলত ৰঙালী বিহু বহুখিনি শিথিল আৰু ম্লান হৈ পৰিল। এই ৰঙালী বিহু যৌনগন্ধী বিহু বাবে বহু শিক্ষিত সম্ভ্ৰান্ত বংশৰ ডেকাই ঘৃণাত নাক কোঁচাবলৈ ধৰিলে। উনবিংশ শতিকাৰ আদিভাগত হলিৰাম ঢেকিয়াল ফুকনে তেখেতৰ বাংলা ভাষাত লেখা আসাম বুৰঞ্জীত ৰঙালী বিহু সন্দৰ্ভত এক কটু মন্তব্য কৰি গৈছে। তেওঁ লেখিছে যে এই বিহুত "সাধাৰণ তিৰোতা আৰু

ইন্দ্ৰিয়াসক্ত পুৰুষে একেলগে লগ হৈ আপত্তিজনক নৃত্য-গীত কৰে। গাঁও অঞ্চলত এই উৎসৱ বিশেষ উল্লেখযোগ্য, কিন্তু এই বেয়া অভ্যাসটো কামৰূপত নাছিল। উজনি অসমতহে ইয়াৰ প্ৰচলন বেছি।"[১] হলিৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ আৰু 'অসমৰ ৰাজা ৰামমোহন ৰায়' বুলি খ্যাত আনন্দৰাম ঢেকিয়াল ফুকনেও বিহু সন্দৰ্ভত বিৰূপ মনোভাব লৈছিল আৰু এই বিহু নাপাতিবলৈ মানুহক বুজাই ফুৰিছিল। এওঁৰ বিষয়ে বুৰঞ্জীবিদ গুণাভিৰাম বৰুৱাই লেখিছে ঃ

> "বৈশাখৰ বিহুত নগাঁওৰ স্থানে স্থানে অশ্লীল নৃত্য-গীত হৈছিল সেইসকলক তেওঁ নিবাৰণ কৰালে আৰু সেই ৰূপ কাৰ্য যে অনিষ্টজনক তাক তেওঁ সকলোকে বুজাই দিছিল।"[২]

যিজন আনন্দৰামে "অসম দেশ হাবি গুচি ফুলবাৰী হ'ব, পঁজাৰ ঠাইত অট্টালিকা হ'ব, ডোঙা গুচি ভাপৰ নাও হ'ব আৰু গোটেই দেশ ধনময় হ'ব" বুলি আশা কৰিছিল, সেইজন ব্যক্তিয়েই কৃষিজীৱীসকলৰ মনৰ পৰা স্বতঃফূৰ্তভাৱে সৃষ্টি হোৱা এই উৎসৱক পাশ্চত্য শিক্ষাৰ অন্ধ অনুকৰণত কোনো ঐতিহাসিক প্ৰেক্ষাপটত বিশ্লেষণ নকৰাকৈ বিৰূপ মনোভাব লোৱাটো সঁচাকৈয়ে দুখৰ কথা। সি যি নহওক, আধুনিক ইংৰাজী শিক্ষাৰে শিক্ষিত স্বয়ং গুণাভিৰাম বৰুৱায়ো ৰঙালী বিহুক ভাল চকুৰে চোৱা নাছিল। স্বৰ্গীয় বৰুৱাই তেওঁৰ বিখ্যাত **আসাম বুৰঞ্জী**ত এই বিহুৰ সন্দৰ্ভত লেখিছে ঃ

> "চৈত্ৰৰ বিহুত সংক্ৰান্তিৰ পৰা সাতদিন কোনো ঠাইৰ ইতৰ লোকসকলে স্ত্ৰী-পুৰুষে কোনো প্ৰকাশ্য স্থানলৈ গই নৃত্য-গীত কৰে। সি সময়ত অবাচ্য ও অশ্লীল গীত গোৱা আৰু নিৰ্লজ্জ ভাবভঙ্গী দেখুৱা হয়। এই নিয়ম শীঘ্ৰে দেশৰ পৰা গুছিলে বড় উপকাৰ আৰু সুনীতি সংস্থাপন কৰা হয়।" আকৌ তেওঁ পাদটীকাত লেখিছে ঃ "ইয়াক দেখিলেই দেশীয় লোকৰ প্ৰতি ঘৃণা জন্মিব পাৰে।"[৩]

## ৬.৩ ৰত্নেশ্বৰ মহন্তৰ মনোভাব

স্বৰ্গীয় গুণাভিৰাম বৰুৱাৰ প্ৰায় সমসাময়িক সাহিত্যিক স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তই 'গাৰো বৃত্তান্ত' দিবলৈ যাওঁতে বহাগ বিহুৰ বিষয়তো কটু মন্তব্য কৰি গৈছে। তৎকালীন সমাজৰ বহু ভদ্ৰলোকে বিহুৰ প্ৰতি সন্মান জনাই তাক আদৰি লোৱাত স্বৰ্গীয় মহন্তই বিৰক্ত হৈ ক্ষোভেৰে লেখিছে ঃ

> "আমাৰ সভ্য ৰুচিৰে ভায়েক-ভনীয়েকক ঢোল কোবাই নচোৱাকে ভাল দেখে, ভায়েকৰ আগত ভনীয়েকে নিলাজ গীত গোৱাকো শলাগে, সৰ্বসাধাৰণৰ আগত বিহু হাটত বিহুগীত গাই উৎকট বিকটৰূপে চিয়ঁৰি চিয়ঁৰি টকা কোবাই অশ্লীল অঙ্গ-ভঙ্গি কৰি

নচাকো অনেক ভদ্ৰ সন্তানে হাবিয়াস কৰি চাবলৈ যায়, কিন্তু অসভ্য পৰ্বতীয়া গাৱো আৰু হানাইঁতৰ এনে নহয়।"[৪]

## ৬.৪ অগ্নিকবিৰ দৃষ্টিত ৰঙালী বিহু

অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যৰ নাম চিৰস্মৰণীয়। তেওঁৰ অগ্নিবৰষা লেখনীয়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিত এক বিপ্লৱৰ ভাব জগাই তুলিছিল। কিন্তু অসমীয়া সংস্কৃতিৰ প্ৰাণ এই বিহুৰ সন্দৰ্ভত তেওঁৰো কোনো উচ্চ ধাৰণা নাছিল। এঠাইত তেওঁ লেখিছে ঃ

> " বিহু নামে আমাৰ এটা বৰ বেয়া সংস্কাৰ আছে। ... বিহুৰ ছবিটো আঁকি এবাৰ চকুৰ আগত উলিযালে কেনে নাক কটাৰ সমান লাজ ধৰে, শিক্ষিত ডেকাসকল এবাৰ ভাবি চোৱাচোন।" [৫]

## ৬.৫ বিদ্বৎ সমাজৰ বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱ

প্ৰকৃতাৰ্থত, সেইসময়ৰ পাশ্চাত্য শিক্ষাৰে শিক্ষিত 'সম্ভ্ৰান্ত' বংশৰ লোকসকলে সংস্কৃতি যে পৰিৱৰ্তনশীল সেই কথা ভাবিবই পৰা নাছিল। ঘৃণা আৰু প্ৰচণ্ড আবেগৰ বলি হৈ তেওঁলোকে বিহুৰ বিৰুদ্ধে যি যুক্তি দাঙি ধৰিছিল, সেই যুক্তি তৰল অৰ্থাৎ অধিক স্পষ্টকৈ অশুদ্ধ আছিল। ঐতিহাসিক প্ৰেক্ষাপটত বিজ্ঞানসন্মতভাৱে বিহুক পৰ্যবেক্ষণ কৰাত তেওঁলোক ব্যৰ্থ হৈছিল। এই কথা আমি আগতেই কৈ আহিছোঁ যে আদিম কৃষিজীৱী সমাজত এই বিহুক অশ্লীল বুলি গণ্য কৰা হোৱা নাছিল। বৰ্তমান সমাজ ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত এই উৎসৱ অনুষ্ঠানবোৰ বিশ্লেষণ কৰি তাক যদি অশ্লীল, যৌনগন্ধী বুলি আমি বৰ্জন কৰোঁ, তেন্তে সি আমাৰ মহাভুল হ'ব। আৰু যদি সেইটোৱেই কৰা হয় তেনেহ'লে আমাৰ প্ৰায়বিলাক উৎসৱ, আচাৰ-অনুষ্ঠান বাদ দিব লাগিব আৰু তেতিয়া অসমীয়া সংস্কৃতি বুলিবলৈ একো নাথাকিব। যিহেতু আমি পৰম্পৰাগতভাৱে পালন কৰি অহা প্ৰতিটো উৎসৱ অনুষ্ঠানত কেতবোৰ যৌনধৰ্মী লক্ষণ নিহিত থাকে। আনহাতে এনে যৌনধৰ্মী উৎসৱ-পাৰ্বণৰ অৰ্থই হ'ল কৃষিক্ষেত্ৰৰ উৰ্বৰতা বৃদ্ধি। ডঃ শিৱনাথ বৰ্মনদেৱে এই যৌনগন্ধী উৎসৱবিলাকৰ বিষয়ে এটি বাস্তৱ বিশ্লেষণ আগবঢ়াই কৈছে ঃ

> "আজিৰ নৈতিকতাৰ মানদণ্ডেৰে জুখিলে এইবিলাক অৱশ্যে নাক কোঁচোৱা কাম যেনেই লাগে। কিন্তু লোক কৃষ্টিৰ লগত জড়িত অশ্লীল আচাৰসমূহ আলোচনা কৰাৰ সময়ত আমি মনত ৰাখিব লাগিব যে নৈতিক বিধানসমূহ শাশ্বত নহয়, দেশ কাল ভেদে ইবোৰৰ পৰিৱৰ্তন হৈ থাকে। আজিৰ পৰা হেজাৰ বছৰৰ আগৰ যুগ আজিৰ যুগৰ দৰে

নাছিল; সেইদৰে অনুন্নত জনজাতীয় সমাজসমূহো আধুনিক নৈতিকতাৰ শিৰিখৰ পৰা সুকীয়া হ'বলৈ বাধ্য। (হাবিতলীয়া ঠাইত উদং বুকুৰে নাচি-বাগি ফুৰা জনজাতীয় গাভৰুজনীক আধুনিক নৈশ ক্লাবত 'ষ্ট্ৰীপটিজ' নৃত্যৰতা গাভৰুগৰাকীৰ লগত তুলনা কৰি নোৱাৰি।) গতিকে আমি উল্লেখ কৰি অহা অশ্লীল ধৰণৰ আচাৰসমূহক আধুনিক সভ্য সমাজৰ নৈতিকতাৰে নুজুখি সিবিলাকক বিজ্ঞানসন্মতভাবে, ঐতিহাসিক প্ৰেক্ষাপটত চাব লাগিব। তেহে সিবিলাকৰ প্ৰকৃত মূল্যায়ন কৰিব পৰা যাব।"[৬]

## ৬.৬ জোনাকী যুগৰ অন্যন্য বুদ্ধিজীবীৰ দৃষ্টিভংগী

অৱশ্যে এই কথাও মনকৰিবলগীয়া যে হলিৰাম ঢেকিয়াল ফুকনৰ পৰা আৰম্ভ কৰি কমলাকান্ত ভট্টাচাৰ্যলৈকে বিহু সম্পৰ্কে তেওঁলোকে বিৰূপ মনোভাব প্ৰকাশ কৰিলেও সেই একে শতিকাৰে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ নৱজাগৰণ অনা, পাশ্চাত্য শিক্ষাৰে শিক্ষিত ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, বলিনাৰায়ণ বৰা, গণেশ চন্দ্ৰ হাজৰিকা, ৰজনীকান্ত বৰদলৈ আদিয়ে ৰঙালী বিহুৰ সন্দৰ্ভত উচ্চ মনোভাব প্ৰকাশ কৰি গৈছে। এই সন্দৰ্ভত ডঃ হেমন্ত কুমাৰ শৰ্মাই লেখিছে ঃ "এওঁলোকো ঢেকিয়াল ফুকনৰ সমপৰ্য্যায়ৰ লোক যদিও বিহু সম্বন্ধে কোনো ৰক্ষণশীলতা বা বিৰূপ মনোভাব নাছিল; বৰং তেওঁলোকৰ আছিল উদাৰ আৰু প্ৰশংসাসূচক দৃষ্টিভঙ্গী।"[৭] লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ সমসাময়িক এজন প্ৰখ্যাত সাহিত্যিকৰ বিহুৰ সন্দৰ্ভত থকা বিৰূপ মনোভাবক ইতিকিং কৰি এটি গল্প লিখিছিল। এই গল্পটি কেঁহোকলি নামৰ গল্প পুথিখনত অন্তৰ্ভুক্ত হৈছে। ৰজনীকান্ত বৰদলৈয়ে 'অসমীয়াৰ বিহু' নামৰ প্ৰবন্ধটোত স্পষ্টভাবে কৈছে ঃ

> "এই নৃত্য-গীত আৰু প্ৰণয়ত পাশৱিকতাৰ ভাব হ'লে নাছিল বুলি আমি ডাঠি ক'ব পাৰোঁ। সেই সময়ত বিহুৰ নৃত্য-গীতত একো অশ্লীলতা নাছিল। গীত গাব আৰু নাচিব জনাটো এটা গুণৰ ভিতৰতহে গণ্য হৈছিল।" তেওঁ অৱশ্যে আকৌ কৈছে ঃ "কিন্তু আমাৰ মনেৰে হ'লে অশ্লীল গীত গুচাই তাৰ ঠাইত সাধাৰণ, স্বাভাৱিক গীত দি বিহু নৃত্য-গীত ৰক্ষা কৰাহে শ্ৰেয়ঃ, তেহে অসমীয়াৰ অসমীয়াত্ব ৰক্ষা পৰি ৰ'ব।"[৮]

ওপৰৰ বিস্তৃত বিশ্লেষণৰ পৰা ঊনবিংশ শতিকাৰ পাশ্চাত্য শিক্ষাৰে শিক্ষিত সম্ভ্ৰান্ত বংশৰ লোকৰ বিহু সম্পৰ্কে মনোভাব কি ধৰণৰ আছিল তাক আমি জানিব পাৰোঁ। □

## সূত্ৰ নিৰ্দেশ ঃ

১। ড° হেমন্ত কুমাৰ শৰ্মা ঃ 'সংস্কৃতি আৰু সংহতিৰ প্ৰতীক ৰঙালী বিহু', প্ৰবন্ধ দ্ৰষ্টব্য, নৱদূত, পৃষ্ঠা- ৬, ১ম বছৰ ৭ম সংখ্যা, ১৯৮৫ চন

২। গুণাভিৰাম বৰুৱা : আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃষ্ঠা- ১৪৮, অঃ প্ৰঃ পঃ, ১৯৯২ চন, দ্বিতীয় সংস্কৰণ

৩। গুণাভিৰাম বৰুৱা : আসাম বুৰঞ্জী, পৃষ্ঠা- ২০২/২০৩, অঃ প্ৰঃ পঃ, ১৯৭২ চন

৪। ড° নগেন শইকীয়া (সংকলক) : গুণাভিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত আসাম বন্ধু, পৃষ্ঠা- ৫২৮/৫২৯, অঃ প্ৰঃ পঃ, ১৯৮৪ চন

৫। ড° শিৱনাথ বৰ্মন : লোককৃষ্টিৰ উৎসে গ্ৰন্থৰ পৰা উদ্ধৃত, পৃষ্ঠা- ৩৮, অঃ প্ৰঃ পঃ, ১৯৮২ চন

৬। ড° শিৱনাথ বৰ্মন : লোককৃষ্টিৰ উৎসে গ্ৰন্থৰ পৰা উদ্ধৃত, পৃষ্ঠা- ৩৯, অঃ প্ৰঃ পঃ, ১৯৮২ চন

৭। ড° হেমন্ত কুমাৰ শৰ্মা : পূৰ্বোক্ত প্ৰবন্ধ, পৃষ্ঠা- ৭

৮। সৰ্বেশ্বৰ কটকী (সম্পাদনা) : অসমীয়া সাহিত্য কোষ, পৃষ্ঠা- ১১৮/১১৯, ১৯৩৭ চন

সপ্তম অধ্যায়

# উনবিংশ শতিকাৰ অসমীয়া মধ্যশ্ৰেণীৰ দৃষ্টিত স্ত্ৰী শিক্ষা আৰু স্বাধীনতা

## ৭.১ অৱতৰণিকা

অসমত আধুনিক শিক্ষা অৰ্থাৎ পশ্চিমীয়া শিক্ষা পদ্ধতি আৰম্ভ হয় ব্ৰিটিছে অসম দখল কৰাৰ পিছৰ পৰা। ইয়াৰ আগলৈকে সত্ৰ, টোল, পাঠশালা আদিত শিক্ষা দিয়া হৈছিল আৰু সেইবোৰত যাইকৈ শাস্ত্ৰ বিষয়ক শিক্ষাহে প্ৰদান কৰা হৈছিল। পশ্চিমীয়া শিক্ষা পদ্ধতি প্ৰৱৰ্তনৰ লগে লগে অসমত বহুকেইখন বিদ্যালয় স্থাপন কৰা হয়। কিন্তু দুখৰ বিষয় ১৮৪০ চনৰ আগলৈকে অসমত স্ত্ৰী শিক্ষাৰ বাবে কোনো বিদ্যালয় স্থাপন হোৱা নাছিল। ১৮৪০, ১৮৪৩ আৰু ১৮৫০ চনতহে যথাক্ৰমে শিৱসাগৰ, নগাঁও আৰু গুৱাহাটীত ছোৱালীৰ স্কুল স্থাপন কৰা হয়। তৎকালীন অসমীয়া ৰক্ষণশীল সমাজখনে ছোৱালীক শিক্ষা দিব নিবিচাৰিছিল। অকল উনবিংশ শতিকাই নহয় আনকি বিংশ শতিকাৰ আদি ভাগলৈকেই অসমীয়া ৰক্ষণশীল সমাজখন স্ত্ৰী শিক্ষাৰ বিৰোধী আছিল। স্ত্ৰী শিক্ষাৰ দৰে স্ত্ৰী স্বাধীনতাও সেই সময়ত নাছিল। জঘন্য পৰ্দা প্ৰথাৰ প্ৰচলন আছিল। অসমৰ প্ৰখ্যাত মহিলা কবি প্ৰয়াত নলিনীবালা দেৱীয়ে এই সম্পৰ্কত এঠাইত লিখিছে ঃ

> "তেতিয়া ভদ্ৰ মহিলাসকলে ঘৰৰ আগ চোতাললৈ ওলাব নোৱাৰিছিল। বাহিৰলৈ ফুৰিবলৈ যাব লগা হ'লে দুটা 'বৰজাপী'ৰ আঁৰত একাঠি ওৰণী লৈহে যাব পাৰিছিল। ঘোঁৰা গাড়ীত গ'লে দুৱাৰ-খিৰিকী বন্ধ কৰি যাব লাগে। বিয়াত পানী তুলিবলৈ যাওঁতে 'চৌধুলী'ৰ ভিতৰত জাকমহিলা সোমাই পানী তুলিবলৈ যোৱা হয়। এই 'চৌধুলী' বস্তুটো এখন ছাল নোহোৱা আঁঠুৱা— আঁঠুৱাতকৈ ভালেমান ডাঙৰ; চাৰিওপিনে বাঁহ বান্ধি দিয়া হয়, সেইখন মানুহে কান্ধত লৈ যায় আৰু তাৰ ভিতৰত সোমাই মহিলাসকলে নাম গাই গাই পানী তুলিবলৈ যায়।"[১]

আশ্চৰ্যজনক কথা এইটোৱেই যে ইংৰাজী শিক্ষাৰে শিক্ষিত বহু অসমীয়াই সেই সময়ত স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি বিষোদ্‌গাৰ প্ৰকাশ কৰিছিল। বহুতে ৰক্ষণশীল

সমাজখনলৈ ভয় কৰি মৌনব্ৰত গ্ৰহণ কৰিছিল নাইবা উদাসীন মনোভাব দেখুৱাইছিল। কিন্তু ঊনবিংশ শতিকাৰে উচ্চ শিক্ষিত আন এচাম উদাৰনৈতিক আৰু প্ৰগতিশীল অসমীয়া মধ্যবিত্তই স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি উদাৰ মনোভাব দেখুৱাইছিল আৰু স্ত্ৰী শিক্ষা প্ৰচাৰৰ বাবে যত্ন কৰিছিল। সেই সময়ত প্ৰাচ্য আৰু পাশ্চাত্য শিক্ষা-সংস্কৃতিৰ মাজত যি এক দ্বন্দ্বৰ সৃষ্টি হৈছিল সেই দ্বন্দ্বই অসমীয়া শিক্ষিত মধ্যশ্ৰেণীৰ মানসিক জগতত যথেষ্টৰূপে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। দুৰ্ভাগ্যৰ কথা, এওঁলোকৰ কিছুসংখ্যকে এই দ্বন্দ্বৰ পৰিমণ্ডল ভেদ কৰি তেওঁলোকৰ চিন্তাক এক উত্তৰণমুখী অৱস্থালৈ লৈ যোৱাত ব্যৰ্থ হৈছিল। সেয়েহে তেওঁলোকে পাশ্চাত্য শিক্ষাৰ পোহৰ পালেও স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি বিষোদ্‌গাৰ প্ৰকাশ কৰি নাৰীক ঘৰৰ ভিতৰতে আবদ্ধ কৰি ৰাখিবলৈ বিচাৰিছিল। নাৰীয়ে স্বাধীনতা আৰু আধুনিক শিক্ষা পালে সাংসাৰিক কাৰ্যলৈ পিঠি দিব বুলি আৰু নাৰীৰ সতীত্ব নষ্ট হ'ব বুলি ভয় কৰিয়েই তেওঁলোকে ইয়াৰ বিৰোধাচৰণ কৰিছিল।

## ৭.২ যাদুৰাম ডেকাবৰুৱাৰ ভূমিকা

ঊনবিংশ শতিকাত যিসকল মহান ব্যক্তিয়ে জন্মগ্ৰহণ কৰি নাৰীক পংকিলতাৰ কবলৰ পৰা মুক্তি দিবলৈ আগবাঢ়ি আহিছিল সেইসকলৰ ভিতৰত অসমীয়া ভাষাত প্ৰথম অভিধান লিখোঁতা যাদুৰাম ডেকাবৰুৱাৰ (১৮০১ -১৮৬৭ চনলৈ) নাম অন্যতম। অসমীয়া শিক্ষিত মধ্যশ্ৰেণীৰ ভিতৰত বোধহয় তেৱেঁই আছিল বিধৱা বিবাহ কৰা প্ৰথম ব্যক্তি। এই সম্পৰ্কত বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই এঠাইত লিখিছে ঃ

> " 'সতীযোৱা প্ৰথাৰ' বিৰুদ্ধেও যাদুৰাম বৰুৱাই বুৰঞ্জী আৰু শাস্ত্ৰৰ প্ৰমাণ দি শিৱসাগৰ কোঞ্চৰপুৰৰ সতীযোৱা ঘটনা এটি লৈ সেই বাতৰি কাকততে এই খোঁচমৰা মন্তব্যটি দিছিল 'যাহৰা স্ত্ৰী হত্যাকৰণে উদ্যোগী তাহাৰা ধাৰ্মিক, যাহৰা প্ৰাণ ৰক্ষণে যত্নবান তাহাৰা দোষী— এমত জঘন্য ভাব যাহাৰা পোষণ কৰিয়া থাকেন তাহাৰা আপন কোন অংগকে অগ্নিসংগ কৰিয়া দেখুন কি সুখ হয় .....।" ডেকাবৰুৱা যে অকল সতী যোৱাৰে বিৰোধী আছিল এনে নহয়, বিধৱা বিবাহৰো প্ৰধান পক্ষপাতি আছিল। আনকি সেই ৰক্ষণশীল দিনতো সমাজৰ গ্লানিলৈ ভ্ৰুক্ষেপ নকৰি তেওঁ নিজেই বিধৱা বিবাহ কৰাইছিল।"[২]

## ৭.৩ হলিৰাম ঢেকিয়াল ফুকনৰ যত্ন

ঊনবিংশ শতিকাৰ এজন উল্লেখযোগ্য অসমীয়া ব্যক্তি আছিল হলিৰাম ঢেকিয়ালফুকন (১৮০২ - ১৮৩২ চনলৈ)। সেই সময়ৰ বাংলা কাকত সমাচাৰ দৰ্পণত ফুকনে 'কস্যচিৎ হিন্দু দৰ্পণ পাঠকস্য' ছদ্মনামত স্ত্ৰী শিক্ষাৰ সপক্ষে আৰু সতীদাহ প্ৰথাৰ বিৰুদ্ধে কেইবাখনো

চিঠি লিখিছিল। সেই সময়ৰ সমাচাৰ চন্দ্ৰিকা, সম্বাদ প্ৰভাকৰ প্ৰভৃতি এচাম বাংলা কাকতে স্ত্ৰী শিক্ষা প্ৰচলনত বিৰোধিতা কৰিছিল। কিন্তু হলিৰামৰ মৃত্যুৰ সময়ত যেতিয়া সমাচাৰ চন্দ্ৰিকায়ো ফুকনৰ গুণানুকীৰ্তন কৰি সম্পাদকীয় লিখিলে তেতিয়া স্ত্ৰী শিক্ষা প্ৰচলনৰ সপক্ষে থকা সমাচাৰ দৰ্পণে চন্দ্ৰিকা কাকতক এইদৰে দৃষ্টিগোচৰ কৰিলে ঃ

> "কিয়ৎকাল হইল চন্দ্ৰিকা ও প্ৰভাকৰেৰ বিৰুদ্ধে স্ত্ৰী-বিদ্যা বিষয়ে যে অতি চাতুৰ্য্যৰূপে লিখিত যে পত্ৰ কস্যচিৎ হিন্দু দৰ্পণ পাঠকস্য ইতি সাক্ষৰিত যে পত্ৰসকল দৰ্পণে প্ৰকাশমান হইয়াছিল তাহাও ঐ হলিৰাম ঢেকিয়াল মহাশয়েৰ লিখন অতত্ৰব এইক্ষণে চন্দ্ৰিকা প্ৰকাশক মহাশয়কে ইহা কহিতে হইবে যে হলিৰাম প্ৰকৃত হিন্দু ছিলেন না নতুবা তাঁহাৰ ইহা স্বীকাৰ কৰিতে হইবে যে স্ত্ৰী-বিদ্যা শিক্ষায়নেৰ বিষয়ে চেষ্টা পাইলেও হিন্দু ধৰ্ম লোপ হয় না ইহা চন্দ্ৰিকা সম্পাদক মহাশয় কৰ্ত্তৃক পূৰ্বে অপহ্নুত চিল।"[৩]

## ৭.৪ আনন্দৰাম ঢেকিয়াল ফুকনৰ দৃষ্টিভংগী

উনবিংশ শতিকাত জন্ম গ্ৰহণ কৰি অতি কম বয়সতে মৃত্যুবৰণ কৰা আৰু অসমৰ 'ৰাজা ৰামমোহন ৰায়'ৰূপে জনাজাত হোৱা আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯ - ১৮৫৯ চনলৈ) আছিল স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ সপক্ষে। প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে গৈ ঢেকিয়াল ফুকনে তেওঁৰ পত্নী আৰু কন্যাক পাশ্চাত্য শিক্ষাৰ লগত পৰিচয় কৰাই দিছিল। ঢেকিয়াল ফুকনৰ স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি কেনে মনোভাব আছিল সেই কথা প্ৰকাশ কৰি বুৰঞ্জীবিদ গুণাভিৰাম বৰুৱাই এঠাইত লিখিছে ঃ

> "স্ত্ৰী শিক্ষাৰ প্ৰতি তেওঁৰ বৰ শ্ৰদ্ধা আছিল, নিজৰ পত্নীক নিজেই শিক্ষা দিছিল আৰু নিজৰ কন্যা পদ্মাৱতীক পঞ্চমাবৰ্ষত বিদ্যাৰম্ভ কৰিছিল। স্ত্ৰী-পুৰুষ উভয়ে মনুষ্য, এতেকে স্ত্ৰীবিলাক অশিক্ষিতা থাকিলে পুৰুষ অৰ্দ্ধাংগী ৰোগাক্ৰান্তৰ দৰে থাকে এইটি তেওঁৰ মত। স্ত্ৰী স্বাধীনতাৰো তেওঁ পক্ষপাতী আছিল। উপযুক্ত শিক্ষিতা হ'লে স্ত্ৰীক স্বাধীনতা দিয়া বেয়া নহয়, এইটো তেওঁৰ বিশ্বাস আছিল।"[৪]

## ৭.৫ নাৰীমুক্তিকামী গুণাভিৰাম বৰুৱা

আনহাতে উনবিংশ শতিকাৰ মাজভাগৰ পৰা গুণাভিৰাম বৰুৱা (১৮৩৭-১৮৯৪ চনলৈ) এজন লেখত ল'বলগীয়া সমাজ সংস্কাৰক হৈ পৰিছিল। তেওঁ স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি পূৰ্ণ সমৰ্থন দিছিল আৰু এই দিশত নিজেও আগভাগ লৈছিল। ব্ৰহ্ম ধৰ্মৰ দ্বাৰা প্ৰভাৱিত হৈ তেওঁ বাল্য বিবাহৰ বিপক্ষে আৰু বিধৱা বিবাহৰ সপক্ষে মত দিছিল। বিধৱা বিবাহৰ সম্পৰ্কত তেওঁৰ মনোভাব কেনে আছিল সেই কথা বৰুৱাই এঠাইত নিজেই লিখিছে ঃ "এই দেশত বিধৱা বিবাহ অপ্ৰচলনৰ পৰা যি অনিষ্ট ঘটিছে এইটি তেওঁ পাঠ্যাবস্থাৰ

পৰা ভালকৈ জানি গুণাভিৰামৰ বিধবা বিবাহৰ প্ৰতি মন আছিল।"[৫] বিধৱা বিবাহৰ সপক্ষে বৰুৱাই 'বিধবা বিবাহ' নামৰ এটি লেখা 'অৰুনোদয়ই'তো লিখিছিল।[৬] গুণাভিৰাম বৰুৱাই 'ৰাম নৱমী' নাট ৰচনা কৰি নাটকখনৰ নায়ক ৰামৰ লগত বিধৱা নায়িকা 'নৱমী'ৰ মিলন আৰু তাৰ শোকাৱহ পৰিণতি দেখুৱাই বিধৱা বিবাহৰ সপক্ষে যুক্তি দাঙি ধৰিছিল। আনকি ১৮৭০ চনত তেওঁ বিষ্ণুপ্ৰিয়া নামে এক ব্ৰাহ্মণ বিধৱা কন্যাক বিয়া কৰাই ৰক্ষণশীল সমাজৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনাইছিল। এইখনেই আছিল অসমৰ প্ৰথম পঞ্জীবদ্ধ বিবাহ আৰু এইখন বিয়াই অসমৰ বিধৱা নাৰীসকলৰ মাজলৈ মুক্তিৰ আগজাননী কঢ়িয়াই আনিছিল। বৰুৱাই তেওঁৰ দুহিতা স্বৰ্ণলতাক উচ্চ শিক্ষা দিয়াইছিল। তেওঁৰ পত্নী বিষ্ণুপ্ৰিয়াও উচ্চশিক্ষিতা আছিল। আনকি বৰুৱাই নিজৰ ঘৰতেই এটি ছোৱালীৰ বিদ্যালয় খুলিছিল। এই কথা আমি বেণুধৰ শৰ্মাই সংগ্ৰহ কৰা এখন ডায়েৰী পাতৰ পৰা জানিব পাৰিছোঁ। ডায়েৰী পাতখনত এইদৰে লিখা আছে ঃ

> " জানুৱাৰী ৩১ ঃ- কালি অসমীয়া মাইকী মানুহ এজনীৰ ঘৰলৈ গৈছিলোঁ। তাইৰ ঘৰলৈ আগেয়ে যোৱা নাই। এদিন তাইৰ ঘৰৰ আগেদি যাওঁতে তাই মোক (ধৰ্ম প্ৰচাৰৰ) কাগজ এখিলা খুজিছিল। সেইবাবেই মই গ'লোঁ। মানুহজনীয়ে বৰ আদৰ-সাদৰ কৰি মোক বহিবলৈ দিলে। তাইলৈ 'শুভ সমাচাৰ' বোলা কিতাপটো লৈ গৈছিলোঁ। তাকে দিলত, তাই পঢ়িব- শুনিব জনা গুণে, কিতাপটো পঢ়িলে। তাইনো ক'ত পঢ়িবলৈ শিকিলে বুলি সুধিলত, তাই ক'লে— 'বাবু গুণাভিৰাম বৰুৱাৰ ঘৰত ছোৱালী পঢ়াশালি এটি পাতিছে, তাতে মই পঢ়িবলৈ শিকিলোঁ।' পঢ়াশালিটিৰ কথা মনত আছে— গুণাভিৰামে বছেৰেকীয়া পৰীক্ষা এটি লৈ, তেখেতৰ ছোৱালীটিৰ নামে কেনেকৈ বঁটা বিতৰণ কৰে, সেইটিও মনত আছে।"[৭]

গুণাভিৰাম বৰুৱাৰ চিন্তাত ঔপনিবেশিক দৃষ্টিভংগী থাকিলেও আৰু ব্ৰিটিছৰ প্ৰতি তেওঁ ৰাজভক্তি প্ৰদৰ্শন কৰিলেও এই কথা অৱশ্যে স্বীকাৰ কৰিবই লাগিব যে তৎকালীন অসমৰ সমাজ ব্যৱস্থাত বৰুৱা ডাঙৰীয়া আছিল প্ৰকৃত অৰ্থত এজন সমাজ সংস্কাৰক আৰু নাৰীমুক্তি আন্দোলনৰ এজন অগ্ৰণী লোক।

## ৭.৬ হেমচন্দ্ৰ বৰুৱাৰ মনোভাৱ

গুণাভিৰাম বৰুৱাৰ প্ৰায় সমসাময়িক প্ৰসিদ্ধ অভিধান ৰচোঁতা হেমচন্দ্ৰ বৰুৱাও (১৮৩৫-১৮৯৬ চনলৈ) সমাজ সংস্কাৰত বিশ্বাসী লোক আছিল। নাৰী মুক্তিৰ সন্দৰ্ভত তেৰোঁ উদাৰ মনোভাব দেখুৱাইছিল। বিদ্যাসাগৰৰ বিধৱা বিবাহৰ সম্পৰ্কত তেওঁ এঠাইত লিখিছে ঃ

> "পূজনীয় বিদ্যাসাগৰে বিধবা বিবাহ যে শাস্ত্ৰ সিদ্ধ ইয়াকে সপ্ৰমাণ কৰিয়েই মনে মনে

নেথাকিল। আপোনাৰ পুতেকৰ সৈতে বিধবাৰ বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গ'ল। কিন্তু তাৰ বালিত তেওঁ যি খোজৰ সাঁচ থৈ গৈছে সি চিৰকাললৈকে থাকিব, লুপ্ত নহয়, সেই খোজৰ পাচত চলোঁতা মানুহ আমাৰ দেশত ওলাব কেতিয়া? প্ৰতিধ্বনিয়ে সুধিছে কেতিয়া?"[৮]

## ৭.৭ বলিনাৰায়ণ বৰাৰ ভূমিকা

বিলাতফেৰৎ ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰাই (১৮৫২-১৯২৭ চনলৈ) **'মৌ'** কাকতখনৰ (১৮৮৬-১৮৮৭ চনৰ) জৰিয়তে নাৰীক আধুনিক শিক্ষা দিয়া আৰু স্বাধীনতা দিয়াত ঘোৰ বিৰোধিতা কৰিছিল। এজন উচ্চশিক্ষিত মধ্যবিত্ত হিচাপে স্ত্ৰী শিক্ষাৰ প্ৰতি বৰা ডাঙৰীয়াৰ কেনে অনীহা মনোভাব আছিল তলত তাৰে দুটামান উদাহৰণ দাঙি ধৰা হ'ল ঃ

(১) 'তিৰুতাৰ বন কি?' শীৰ্ষক প্ৰবন্ধটোত বৰাই লিখিছে— " ..... তিৰুতাক পঢ়িবলৈ দিয়া বেয়া কথা নহয়, কিন্তু সেইবুলি তিৰুতা মানুহ মুনিহ মানুহৰ নিচিনাকৈ বি. এ, এম. এ পৰীক্ষা দিয়া ভাল এনে বুলিব নোৱাৰি, কি ডাক্তৰ বা উকিল হৈ মুনিহৰ ব্যৱসায়বোৰ চলাব ইও বাঞ্ছনীয় নহয়।"[৯]

(২) "আসামৰ মানুহ-দুনুহক মানে লণ্ড-ভণ্ড কৰিছিল; কিন্তু ভাটি - সভ্যতাৰ লণ্ড-ভণ্ড তাতকৈও ভয়ানক হ'ব, যদিহে অসমীয়া তিৰুতা পণ্ডিত হ'বলৈ খোজে।"[১০]

আনকি তেওঁ " স্ত্ৰী স্বাধীনতাতকৈও দেশত পুৰুষ স্বাধীনতা সৰহকৈ লাগতীয়াল হইছে"বুলি ঘোষণা কৰি স্ত্ৰী স্বাধীনতা অযুক্তিকৰ বুলি ক'বলৈও কুণ্ঠাবোধ নকৰিছিল।"[১১]

## ৭.৮ স্ত্ৰী শিক্ষা প্ৰসাৰত ৰাধানাথ চাংকাকতী

**টাইম্‌চ অৱ আছাম** কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক ৰাধানাথ চাংকাকতীয়ে (১৮৫৬-১৯২৩ চনলৈ) কিন্তু স্ত্ৰী শিক্ষা প্ৰচলনত মনোযোগ দিয়া দেখা গৈছিল। ডিব্ৰুগড়ত তেৱেঁই প্ৰথম হাইস্কুল স্থাপন কৰে। এই সম্পৰ্কত ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে লিখিছে ঃ

> "স্ত্ৰী শিক্ষা প্ৰচলনৰ অভিযানত তেখেতৰ অৱদান উল্লেখযোগ্য। চাংকাকতী ডাঙৰীয়াই নানা কামৰ মাজতো নিজে সম্পাদকৰ দায়িত্ব লৈ দ্বাৰিকানাথ সেন নামৰ এজন বঙালী ভদ্ৰলোকৰ লগলাগি এখন ছোৱালী পঢ়াশালি পাতিছিল। সেই পঢ়াশালিয়েই আজি চৰকাৰী উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়ৰ ৰূপ পাইছে।"[১২]

প্ৰথমাৱস্থাত চাংকাকতীয়ে তেওঁৰ পৰিবাৰৰ পৰা সোণৰ খাৰু এযোৰ চুনিলাল নামৰ ব্যৱসায়ী এজনক বন্ধকত দি তাৰ পৰা পোৱা টকাৰে স্কুলখনৰ শিক্ষয়িত্ৰীসকলক বেতন দিব লগা হৈছিল।[১৩]

ৰাধানাথ চাংকাকতী ব্ৰাহ্ম সমাজৰ দ্বাৰা প্ৰভাৱিত হৈছিল আৰু ব্ৰাহ্ম সমাজৰ আৰ্হিৰে তেওঁৰ পৰিয়ালটোকো গঢ়ি তুলিছিল। সেয়েহে স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি তেওঁৰ মনটো উদাৰ আছিল।

## ৭.৯ ভোলানাথ দাসৰ অনুভৱ

অসমীয়া সাহিত্যৰ যুগসন্ধিৰ এগৰাকী কবি হ'ল ভোলানাথ দাস (১৮৫৮-১৯২৯ চনলৈ)। সেই সময়ত বিধৱা নাৰীসকলৰ করুণ অৱস্থা দেখি দাস ডাঙৰীয়াৰ পুৰুষ মনটোৱে বিদ্ৰোহ কৰি উঠিছিল। পুৰুষসকলৰ দাম্ভিক স্বাৰ্থৰ বাবেহে যে নাৰীৰ এনে করুণ পৰিণতি ঘটিছিল সেই কথা দাসে ভালদৰেই উপলব্ধি কৰিছিল। সেয়েহে তেওঁ 'বিধবা' নামৰ কবিতাটোত পুৰুষ সমাজক ধিক্কাৰ দি লিখিছে ঃ

"পুৰুষ স্বাৰ্থপৰ কৰি ল'লৈ হিতকৰ
নিজৰ হেতুকে যত নিয়ম লাগয়।
এক নাৰী বৰ্তমানে, দ্বিতীয়া তৃতীয়া আনে,
বিধবাৰ হ'লে কিন্তু নাই পৰিণয়।।
আশ্চৰ্য্য বিচাৰ হায়, প্ৰাণ মন দহি যায়,
নিষ্কণ্টক কৰি ল'লে পুৰুষৰ পথ।
ভগিনীৰ অৱস্থাত, নকৰিলে দৃষ্টিপাত
অত্যন্ত নিৰ্দ্দয় নৰ স্বাৰ্থপৰ শঠ।।"[১৪]

নাৰীৰ প্ৰতি পুৰুষে কৰা নিৰ্দয় ব্যৱহাৰত অতিষ্ঠ হৈ তেওঁ সেয়েহে ইচ্ছা প্ৰকাশ কৰিছে ঃ

"ইচ্ছা কৰোঁ হেন মনে যেন সৰ্ব্ব নৰগণে,
জনমি ৰমণী কুলে হওক বিধবা।
জানোক বিধবাৱস্থা, কেনে শোককৰ কথা,
কেনে পৰিতাপ মনে জ্বলয় সৰ্ব্বদা।।
অথবা, পুৰুষ হেতু হোক দৃঢ় বিধি ইটো,
নাৰীহীন হ'লে নাই পুনঃ পৰিণয়।
তৱেসে নৰৰ নেত্ৰ, হুইবেক উন্মিলিত,
জানিব কি দুখে দগ্ধ বিধবা হৃদয়।।"[১৫]

## ৭.১০ স্ত্ৰী শিক্ষাৰ উৎসাহী ৰমাকান্ত বৰকাকতী

'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ অন্যতম বঠাধাৰী আৰু 'কলিকতা হাইক'ৰ্টৰ নিগাজী আৰু মেধাৱী অসমীয়া অনুবাদক' ৰমাকান্ত বৰকাকতী ( ১৮৬০-১৯৩৫ চনলৈ) ডাঙৰীয়াও স্ত্ৰী শিক্ষাৰ বৰ পক্ষপাতী আছিল। সেয়েহে তেওঁ আটাইকেইজনী জীয়েককে কলিকতাৰ বেথুন কলেজত পঢ়াই সুশিক্ষিতা কৰাইছিল। অসমীয়া মহিলাৰ ভিতৰত প্ৰথম এম. এ ডিগ্ৰীধাৰী সুধালতা দুৱৰা আৰু সুখলতা দুৱৰা এওঁৰেই দুহিতা আছিল।[১৬]

## ৭.১১ লম্বোদৰ বৰাৰ বক্ৰোক্তি

আসাম বন্ধুৰ এজন নিয়মীয়া লেখক আছিল লম্বোদৰ বৰা (১৮৬০-১৮৯২ চনলৈ)। পাশ্চাত্য শিক্ষাৰ পোহৰ পালেও বৰাই আসাম বন্ধুত 'সদানন্দ' ছদ্মনামেৰে আধুনিক শিক্ষিতা গাভৰুক সমালোচনা নকৰাকৈ থকা নাছিল। 'সদানন্দৰ নতুন অভিধান' নামৰ ব্যংগাত্মক ৰচনাখনত তেওঁ শিক্ষিতা নাৰীক ইতিকিং কৰি তেওঁৰ ৰক্ষণশীল মনটোৰ পৰিচয় দিছিল। তেওঁৰ তেনে ইতিকিংমূলক মন্তব্য দুটামান তলত দিয়া হ'ল ঃ

> "স্ত্ৰী শিক্ষা'—চিঠি লিখিবলৈ শিকা, নাটক-নভেলৰ (উপন্যাসৰ) পৰা মূৰ নদঙ্গা, বোৱা-কটা, ৰন্ধা-বঢ়া আদি গৃহস্থালি কাম পাহৰা; শৰীৰ দুৰ্ব্বলী, অকামিলা আৰু হাড়-চাল শেষ কৰা, মন চঞ্চল, অসৎ আৰু কঠিন কৰা; দৰা এঙ্গাবলৈ শিকা, তিৰুতাৰ উচিত কামবোৰ পাহৰা, তিৰুতাক মতা কৰা, ফুলক বজ্ৰ কৰা, সৰোবৰক মৰুভূমি কৰা।
>
> "স্ত্ৰী স্বাধীনতা'— তিৰুতাই বেইতা স্বামী এৰা বা স্বামী গ্ৰহণ নকৰা, অকলে অকলে ফুলনিত বতাহ ল'বলৈ যোৱা, শিক্ষিত বন্ধুক দেখা কৰা, বিনা পুৰুষে গৃহস্থালি চলোৱা, শাহু-শহুৰক ঘৰৰ পৰা খেদোৱা বা খাবলৈ নিদিয়া, গিৰিয়েকৰ দ্বাৰায় ৰন্ধা-বঢ়া আদি সকলো কাম চলোৱা, তিৰুতাক মুকলি কৰা বা পুৰুষ হাতীৰ ওপৰত মাউত পতা। মুনিহৰ পিঠিত ভৰি দি হস্তীত আৰোহণ কৰা।"[১৭]

## ৭.১২ স্ত্ৰী স্বাধীনতা বিৰোধী ৰত্নেশ্বৰ মহন্ত

জোনাকী যুগৰ এজন ঘাই সাহিত্যিক আছিল ৰত্নেশ্বৰ মহন্ত (১৮৬৪-১৮৯৩ চনলৈ) গুণাভিৰাম বৰুৱাৰ সম্পাদনাত ওলোৱা আসাম বন্ধুত মহন্তৰ 'স্বাধীনতা নে স্বেচ্ছাচাৰ', 'ঘৈণীৰ কৰ্তব্য আৰু স্ত্ৰী শিক্ষা' নামৰ নাৰীক লৈ লিখা দুটি প্ৰবন্ধ প্ৰকাশ হৈ ওলাইছিল। আধুনিক শিক্ষাৰ পোহৰ পালেও মহন্ত ডাঙৰীয়াৰ চিন্তাত কেতবোৰ সামন্তযুগীয়া ধ্যান-ধাৰণা ৰৈ গৈছিল। স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ সম্পৰ্কত তেওঁৰ দৃষ্টিভংগী হিন্দু শাস্ত্ৰকাৰ

মনুৰ দৃষ্টিভংগীৰ পৰা কোনো গুণে পৃথক নাছিল। মনুৰ বহুখিনি মত গ্ৰহণ কৰি তেওঁ নাৰীক সুগৃহিণী কৰাৰ আশাৰে ঘৰৰ ভিতৰত আবদ্ধ কৰি ৰখাৰ মত পোষণ কৰিছিল। ইয়াৰ প্ৰমাণ তেওঁৰ উপৰি উক্ত প্ৰবন্ধ দুটাই দিছে। "সাংসাৰিক কাৰ্য্যত ঘৈণীৰ কৰ্ত্তব্য শিক্ষাই হ'ল" মহন্তৰ মানত স্ত্ৰী শিক্ষা।[১৮] সেয়েহে তেওঁ 'বিদেশী' শিক্ষাৰ পৰিৱৰ্তে গৃহস্থালি কাৰ্যত ব্যৱহাৰ হোৱা শিক্ষাকহে নাৰীক দিব লাগে বুলি মতপোষণ কৰিছিল আৰু নৱবিবাহিত ডেকাসকললৈ তেওঁ আহ্বান জনাইছিল ঃ "নব ডেকা। তোমাৰ ভ্ৰম বুজা, তোমাৰ স্ত্ৰীক শিক্ষা দিয়া; কিন্তু স্বাধীনতাৰ ছল কৰি স্বেচ্ছাচাৰ নিদিবা বা দেশী শিক্ষা এৰি বিদেশী শিক্ষা নিদিবা।"[১৯] কোনো নৱশিক্ষিতাই স্বামীৰ বন্ধু-বান্ধৱৰ লগত হাঁহি-ধেমালি কৰাটোও মহন্তৰ মান্ধাতাৰ মনটোৱে সহ্য কৰিব পৰা নাছিল। প্ৰাচীন আৰু স্থিতাৱস্থাবাদী নিয়ম-কানুনবোৰ নব্যশিক্ষিত ডেকা-গাভৰুসকলে ভংগ কৰাৰ বেদনাত তেওঁ সেয়েহে চিঞঁৰি উঠিছিল ঃ

> "..... আজিকালিৰ নব-শিক্ষিতাই গিৰিয়েকৰ লগৰীয়া দুজন বা এজন ডেকাৰ লগত মুখচুপতি মৰা বা দুই-চাৰিটা ৰহস্য কৰা একো অসৎ কাৰ্য্য যেন অনুমান নকৰে। হায়! কালৰ কি পৰিৱৰ্তন। সময়ৰ কি বৈচিত্ৰ্য। আই সাবিত্ৰী! এবাৰ এই মৰ্ত্ত্যভূমিলৈ নামি আহি তোমাৰ বোৱাৰী-জীয়াৰীবিলাকক চাই যোৱাহি, তেওঁলোকে লাহে লাহে কেনেকৈ বিপথা হ'বলৈ ধৰি তোমালোকক জগত পূজ্য নামত কলংক আনিবলৈ ধৰিছে। ভুমুকি মাৰি চাই তাৰ প্ৰতিকাৰৰ উপায় কৰি যোৱাহি।"[২০]

সি যি নহওক, স্ত্ৰী স্বাধীনতাৰ সম্পৰ্কত আধুনিক শিক্ষাৰ পোহৰ পোৱা মহন্তই মধ্যযুগৰ দাম্ভিক পুৰুষ শ্ৰেণীৰ চৰিত্ৰকেই প্ৰকাশ কৰিছে।

## ৭.১৩ আসাম বন্ধুৰ ভূমিকা

আচৰিত কথা এইখিনিতেই যে যি গুণাভিৰাম বৰুৱাই স্ত্ৰী শিক্ষা আৰু স্বাধীনতা প্ৰচাৰৰ বাবে অশেষ যত্ন কৰিছিল সেই গুণাভিৰামৰ সম্পাদনাত ওলোৱা আসাম বন্ধুতেই ৰত্নেশ্বৰ মহন্তহঁতৰ স্ত্ৰী শিক্ষা আৰু স্বাধীনতাবিৰোধী প্ৰবন্ধবোৰ প্ৰকাশ হৈছিল। বোধহয় কাকতখন নিৰপেক্ষ কৰিবলৈকেই সকলো মতামতক ইয়াত স্থান দিয়া হৈছিল। ফলত ৰত্নেশ্বৰ মহন্তহঁতৰ স্ত্ৰী শিক্ষাবিৰোধী প্ৰবন্ধবোৰ সম্পাদকৰ দৃষ্টিভংগীৰ পৰা সম্পূৰ্ণ বিপৰীত হ'লেও আসাম বন্ধুত প্ৰকাশ কৰিবলগীয়া হৈছিল। ইয়াৰ এটি ইংগিত অৱশ্যে আমি আসাম বন্ধুৰ প্ৰথম সংখ্যাতে পাওঁ ঃ

> "আমি এই পত্ৰত সাহিত্য, বিজ্ঞান আৰু শিল্প সম্বন্ধে আলোচনা কৰিম। এই এই বিষয়ে সকলোৱেএই নিজৰ মত ইয়াত প্ৰকাশ কৰিব পাৰিব। অনুকূল-প্ৰতিকূল সকলো প্ৰকাৰৰ মতে ইয়াত ঠাই পাব।"[২১]

## ৭.১৪ নাৰীমুক্তি সপক্ষে লক্ষ্মীনাথ বেজবৰুৱা

উনবিংশ শতিকাৰ শেষৰ পিনে আৰু বিংশ শতিকাৰ আদিভাগৰ পৰা উচ্চ শিক্ষিত বহু অসমীয়াই নাৰীৰ শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি খোলাখুলিভাৱে সমৰ্থন দিবলৈ ধৰিলে। কলিকতীয়া বতাহেও এই ক্ষেত্ৰত তেওঁলোকক সাহস যোগাইছিল। পুৰুষপ্ৰধান সমাজে নাৰীৰ প্ৰতি কৰি অহা অবিচাৰ-বৈষম্যৰ বিৰুদ্ধে এওঁলোকৰ কিছুৱে হাতত কলম তুলি লৈছিল। এই ক্ষেত্ৰত পোনতেই আমি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ (১৮৬৮-১৯৩৮ চনলৈ) নাম উল্লেখ কৰিব পাৰোঁ। তেওঁৰ বহুবোৰ গল্প আৰু প্ৰবন্ধত নাৰীৰ প্ৰতি শ্ৰদ্ধা, সহানুভূতি আৰু উদাৰ মনোভাব ব্যক্ত হৈছে। পাটমুগী, ললিতী কাকতী আদি গল্পই নাৰীৰ প্ৰতি থকা বেজবৰুৱাৰ সংবেদনশীল বহল মনটোৰ পৰিচয় দিয়ে। স্ত্ৰী শিক্ষাৰ সপক্ষে বেজবৰুৱাই এঠাইত লিখিছে ঃ

> " ..... আজিৰ দিনত এনে শিক্ষিত ডেকা বোধকৰোঁ নাই, যি স্ত্ৰী শিক্ষাৰ উপযোগিতাৰ বিষয়ে ভালকৈ হৃদয়ংগম কৰা নাই। শিক্ষিতা স্ত্ৰী, শিক্ষিতা মাতা যে শিক্ষিত সমাজৰ পক্ষে অপৰিহাৰ্য্য আৰু অত্যাৱশ্যকীয় সেইটো আজিৰ দিনত আমাৰ স্কুল-কলেজত শিক্ষিত ডেকাসকলক ন-কৈ ক'বলৈ যোৱাটো বাহুল্য মাথোন।"[২২]

কৃপাবৰ বৰবৰুৱাৰ মনটোৱেও স্ত্ৰী স্বাধীনতাৰ সপক্ষে ৰায় দিছিল। তথাকথিত হিন্দু শাস্ত্ৰই নাৰীৰ বাবে যি অমংগলীয় নিয়ম-কানুন বান্ধি দিছে তাক বৰবৰুৱাই ধিক্কাৰ দি কৈছে ঃ

> "হিন্দু ঘৈণীয়েকৰ গিৰিয়েক মৰিলে ঘৈণীয়েক এই পৃথিৱীত এটি শূন্যত পৰিণত হ'বলগাত পৰে। গিৰিয়েকৰ লগতে তেওঁৰ সুখ-সন্তোষ, ভোগ-ভোজন, খাৱন-পিন্ধন উটি যায়। এই ব্যৱস্থা হিন্দু শাস্ত্ৰই কৰিছে আৰু আপোনালোকেও তাকে সৰোগত কৰি লৈ আকোৰগোজালিকৈ খামোছ মাৰি ধৰি আছে। মই কওঁ এইটো কিন্তু বুদ্ধিমতী তিৰুতাৰ কাম হোৱা নাই। ..... যদি এনেটোৱেই হিন্দু ধৰ্মৰ ব্যৱস্থা, তেনে ঘৈণীয়েক মৰিলেও গিৰিয়েক বৰলাই ন-কৈ ছোৱালী আনিব নোৱাৰাটো হ'লেহে এনে ব্যৱস্থাৰ সামঞ্জস্য থাকে।" (ঐ পৃষ্ঠা- ১৮৬৭)

অৱশ্যে, সমাজৰ সকলো নিয়ম-কানুন উলংঘা কৰি মইমতালি দেখুওৱা কোনো কোনো উচ্ছৃংখল শিক্ষিতা গাভৰুক বেজবৰুৱাই চোকা সমালোচনাৰে থকা-সৰকা নকৰাকৈয়ো থকা নাছিল।

## ৭.১৫ স্ত্ৰী শিক্ষাৰ সপক্ষে পদ্মনাথ গোহাঞিবৰুৱা

অসমীয়া সাহিত্যৰ আন এগৰাকী ওজা পদ্মনাথ গোহাঞিবৰুৱায়ো (১৮৭১-১৯৪৬ চনলৈ) স্ত্ৰী শিক্ষাৰ প্ৰতি মনোযোগ দিছিল। এঠাইত তেওঁ লিখিছে ঃ

"ছোৱালীৰ সাধাৰণ শিক্ষাৰ উন্নতিৰ নিমিত্তেও গৱৰ্ণমেণ্টে মনোযোগ বঢ়োৱা উচিত। সেই অৰ্থে অতি সোণকালে ছোৱালীৰ নিমিত্তে সুকীয়া প্ৰাইমাৰী আৰু মজলীয়া স্কুলৰ সংখ্যা বঢ়োৱা নিতান্ত আৱশ্যক হৈছে। এই ব্যৱস্থাৰ অভাৱত ল'ৰাৰ স্কুলত ছোৱালী আঁতৰি গৈ মুঠৰ ওপৰত ছাত্ৰীৰ সংখ্যা বিষমকৈ কমিছে। উচ্চ শিক্ষাৰ নিমিত্তে ওখ খাপৰ ছোৱালী স্কুলৰো অসমত বিশেষ আৱশ্যক হৈছে, আৰু এই বিষয়ে গৱৰ্ণমেণ্টক ভালেমান দিনৰে পৰা খাটনি ধৰি অহা হৈছে।"[২৩]

## ৭.১৬ কমলাকান্ত ভট্টাচাৰ্যৰ দৃষ্টিভংগী

অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যয়ো (১৮৫৩-১৯৩৬ চনলৈ) স্ত্ৰী শিক্ষাৰ সপক্ষে ৰায় দিছিল ঃ " কিন্তু মই বাহু তুলি কওঁ যে, স্ত্ৰীসকলৰ ওপৰত আমাৰ উচিত বিচাৰ হোৱা নাই। তেওঁলোকৰ প্ৰকৃত শিক্ষাৰ বহুল প্ৰচাৰ কৰিবলৈ সৰ্বতোভাৱে যত্ন কৰিব লাগে।"[২৪]

## ৭.১৭ নবীনচন্দ্ৰ বৰদলৈৰ মনোভাব

স্বাধীনতা আন্দোলনৰ অন্যতম বঠাধাৰী নবীনচন্দ্ৰ বৰদলৈও (১৮৭২-১৯৩৬ চনলৈ) স্ত্ৰী শিক্ষাৰ প্ৰতি সমৰ্থন জনাইছিল। অৱশ্যে ছোৱালীয়ে স্কুললৈ যোৱাটোত তেখেতে বৰ ভাল নুবুলিছিল। ঘৰতে গৃহশিক্ষকৰ সহায়ত ছোৱালীয়ে পঢ়াটো ভাল বুলি ভাবিছিল। বৰদলৈ ডাঙৰীয়াই পাশ্চাত্য শিক্ষাক আদৰণি জনালেও ভাৰতৰ প্ৰাচীন শিক্ষা প্ৰণালীৰ প্ৰতি থকা মোহ বৰ্জন কৰিব পৰা নাছিল। এই সন্দৰ্ভত তেখেতৰ সুযোগ্যা দুহিতা নলিনীবালা দেৱীয়ে এঠাইত লিখিছে ঃ

"পিতৃদেৱৰ গুণেই হওঁক বা দোষেই হওঁক তেখেতে ছোৱালীক স্কুলত পঢ়া পছন্দ নকৰিছিল। তেখেতৰ ধাৰণা আছিল যে ছোৱালীয়ে স্কুলত পঢ়িলে ঘৰৰ আদৰ্শপূৰ্ণ নৈতিক চৰিত্ৰ গঠনত সুবিধা নাপায়; সেইবুলি তেখেতে স্ত্ৰী শিক্ষাৰ বিৰোধী নাছিল। আদৰ্শপূৰ্ণ উচ্চ শিক্ষাৰ তেখেত অতি পক্ষপাতী আছিল। ..... সেই দিনৰ স্ত্ৰী শিক্ষাৰ অশেষ বাধা-বিঘিণীৰ মাজতো তেখেতে আমাক শিক্ষা দিবলৈ অতি যত্ন কৰিছিল।"[২৫]

সি যি কি নহওক, বৰদলৈ ডাঙৰীয়া আৰু অসমৰত্ন মাণিক চন্দ্ৰ বৰুৱাৰ এহাগুধীয়া প্ৰচেষ্টাৰ ফলতেই গুৱাহাটীৰ উজান বজাৰ অঞ্চলৰ মহিলাসকলে পৰ্দা প্ৰথাৰ নিষ্ঠুৰ আৱৰণৰ পৰা বহু পৰিমাণে মুক্ত হৈ পৰিছিল।

## ৭.১৮ স্ত্ৰী শিক্ষাত আনন্দচন্দ্ৰ আগৰৱালা

ৰোমাণ্টিক যুগৰ অসমৰ এজন সাৰ্থক কবি-সাহিত্যিক আৰু অসমীয়া সাহিত্যত 'ভাঙনিকোঁৱৰ' নামেৰে পৰিচিত আনন্দচন্দ্ৰ আগৰৱালাই (১৮৭৪-১৯৪০ চনলৈ) স্ত্ৰী শিক্ষাৰ বিষয়ে এঠাইত নিজৰ মত ব্যক্ত কৰিছে এইদৰে ঃ

> "পুৰুষসকলেও বিদ্যা শিক্ষালৈ, জ্ঞান অৰ্জনলৈ বিশেষকৈ মন মেলিছে। কিন্তু পুৰুষৰ অৰ্দ্ধাংগিনী, জীৱনৰ লগৰীয়া তিৰোতা জাতিৰ শিক্ষাৰ ভাল দিহা হোৱা নাই। তিৰোতাৰ শিক্ষালৈ দেশবাসীসকলে এতিয়াও আওকান আৰু অৱহেলা কৰি আছে। তিৰোতাক সজ ঘৈণী, সজ মাতৃ, গৃহস্থালি অধিষ্ঠাত্ৰী দেৱী কৰিব খুজিলে উপযুক্ত শিক্ষা দিয়া নিতান্ত যুগুত। যি দেশৰ তিৰোতাবিলাক একেবাৰে অশিক্ষিতা অজ্ঞাতৰ ঘোৰ আন্ধাৰত পৰি আছে, সেই দেশৰ উন্নতি আশা কৰা যেনে, পৰ্বতত কাছ কণী বিচৰাও তেনে। তিৰোতা জাতিৰ উন্নতি নহ'লে জাতীয় উন্নতি নিশাৰ সপোন মাথোন।"[২৬]

## ৭.১৯ উপসংহাৰ

প্ৰণিধানযোগ্য কথা, উনবিংশ শতিকাত আধুনিক শিক্ষাৰ পোহৰ পোৱা বহু ছোৱালীয়ে পুৰুষপ্ৰধান সমাজৰ বহু অন্যায় ব্যৱস্থাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ ধৰিছিল। বাল্য বিবাহৰ বিপক্ষে থিয় দি তেওঁলোকৰ বহুতে কোমল বয়সতে বিয়া হ'বলৈ অস্বীকাৰ কৰিছিল। শাহু-শহুৰ-ননদৰ গালি-শপনি নিৰ্বিবাদে গ্ৰহণ নকৰি তাক বহু বোৱাৰীয়ে প্ৰতিবাদ কৰিবলৈ ধৰিছিল। অকল গৃহস্থালি কামতেই ব্যস্ত থাকিবলৈ অস্বীকাৰ কৰি তেওঁলোকে ৰান্ধনী ঘৰৰ পৰা ওলাই আহি বাহিৰৰ মুকলি বতাহ ল'বলৈ আগবাঢ়ি আহিল। মূৰৰ এহাত ওৰণী গুচাই বহুতে পুৰুষৰ লগত সমানে কথা-বতৰা, হাঁহি-তামাচা কৰি মধ্যযুগৰ জঘন্য পৰ্দা প্ৰথাৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনালে। স্বাভাৱিকতেই ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰাহঁতৰ ৰক্ষণশীল দাম্ভিক মনটোৱে ইয়াক নিৰ্বিবাদে মানি ল'বলৈ টান পাইছিল। ৰত্নেশ্বৰ মহন্তই আকৌ অশিক্ষিতা গাঁৱলীয়া বোৱাৰীকহে 'উত্তমা বোৱাৰী' বুলিছে। যিহেতু তেনে অশিক্ষিতা বোৱাৰীয়ে শাহু-শহুৰ-ননদৰ গালি-শপনি কোনো প্ৰতিবাদ নকৰাকৈ সহ্য কৰি যায়।[২৭]

তৎকালীন অসমত শিক্ষিতা বোৱাৰী-জীয়াৰীয়ে কোনো লোকলৈ (আনকি নিজৰ স্বামী হ'লেও) চিঠি লিখাটো গৰ্হিত কাম বুলি ধৰা হৈছিল। এই কথা উল্লেখ কৰি সাহিত্যৰথী বেজবৰুৱাই এঠাইত নিজৰ অভিজ্ঞতাৰ কথা বৰ্ণনা কৰি লিখিছে যে তেওঁৰ বৰবৌৱেকে নিজৰ স্বামীলৈ অতি সংগোপনে চিঠি লিখি সেইখন বেজবৰুৱাৰ হতুৱাই শুধৰাই তেওঁৰ যোগেদিয়েই অতি গুপুতভাৱে ডাকত দিয়াইছিল।[২৮]

জীয়াৰী-বোৱাৰীয়ে চিঠি লিখাটো লম্বোদৰ বৰাহঁতেও ভাল পোৱা নাছিল। বৰাই এবছৰত 'তিনিশ তিনি কুড়ি চোৱা পাচখান ছোৱালীৰ চিঠি' গোটাইছিল আৰু সেইবোৰ

পঢ়ি তেওঁ "শ্রী বিষ্ণু! শ্রী বিষ্ণু! ইঃ! ইঃ! ৰাম! ৰাম! লেখা-পঢ়া শিকি আমাৰ ছোৱালীবোৰ গুচিল, বঙ্গলা নাটক-নভেল পঢ়ি আৰু গান শিকি বলীয়া হ'ল।"[২১] বুলি চিৎকাৰ কৰি উঠিছিল।

অৱশ্যে সেই সময়ত অৰ্ধশিক্ষিত কোমলমতীয়া ছোৱালীয়ে বাংলা গল্প-উপন্যাস পঢ়ি কুকুৰঠেঙীয়া আখৰেৰে কোনো ডেকালৈ প্ৰেম পত্ৰ দিয়াটোও সত্য। স্ত্রী শিক্ষাৰ তেনে পৰিণতি দেখি লম্বোদৰ বৰাহঁতে স্ত্রী শিক্ষা আৰু স্বাধীনতাৰ বিৰুদ্ধে কঠোৰ সমালোচনা আৰু ঠাট্টা-ইতিকিং কৰিবলৈ ধৰিছিল। কিন্তু নাৰীক আধুনিক শিক্ষাৰে শিক্ষিত কৰি তোলাৰ বাবে এনে হোৱা নাছিল। ইয়াৰ বাবে দায়ী প্ৰধানকৈ তৎকালীন অসমীয়া ৰক্ষণশীল সমাজখনহে। যিহেতু সেই সময়ত ৰক্ষণশীল সমাজখনত ছোৱালীক ১১/১২ বছৰত বিয়া দিয়া হৈছিল। গতিকে ইমান কম বয়সতে এজনী সৰু ছোৱালীয়ে সম্পূৰ্ণ আৰু উপযুক্ত শিক্ষা আহৰণ কৰাটো সম্ভৱ নাছিল। বিয়া হোৱাৰ পিছত স্কুলীয়া শিক্ষা জীৱন অন্তই পৰিছিল। গতিকে সেই সময়ত অপৈণত শিক্ষা লাভ কৰি কোনো বালিকাই কোনো ডেকালৈ প্ৰেম পত্ৰ লিখাটো একো অস্বাভাৱিক নাছিল। সেই সময়ত বাল্য বিবাহৰ প্ৰচলন নথকা হ'লে আমাৰ বোধৰে স্ত্রী শিক্ষাৰ তেনে পৰিণতি নঘটিলহেঁতেন। সেয়েহে ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰাহঁতে তেওঁলোকৰ লেখনীৰ যোগেদি এই ৰক্ষশীল সমাজখনৰ বিৰুদ্ধে বিদ্রোহ ঘোষণা নকৰি বৰং স্ত্রী শিক্ষা আৰু স্বাধীনতাকহে বিৰোধিতা কৰাত সেই সময়ৰ সচেতন সাহিত্যিক-বুদ্ধিজীৱী হিচাপে তেওঁলোকে প্ৰকৃত বৌদ্ধিক দায়িত্ব পালন কৰিব পৰা নাছিল বুলিয়েই আমি ক'ব খোজোঁ। এই বিষয়ত তেওঁলোকৰ লেখনীয়ে ৰক্ষণশীল আৰু প্ৰতিক্ৰিয়াশীল সমাজখনক উপকৃত কৰিছিল।

এই ক্ষেত্ৰত অসমৰ ব্ৰিটিছ প্ৰশাসক গোষ্ঠীও কম জগৰীয়া নহয়। শোষণ-লুণ্ঠনেই তেওঁলোকৰ মূল লক্ষ্য হৈ পৰাত স্ত্রী শিক্ষাৰ উন্নতিৰ কল্পে তেওঁলোকে কোনো আগ্ৰহ দেখুওৱা নাছিল। অসমৰ ৰক্ষণশীল সমাজখনেও স্ত্রী শিক্ষা আৰু স্বাধীনতাক বিৰোধিতা কৰিবলৈ লোৱাত ব্ৰিটিছ সাম্ৰাজ্যবাদী শাসক গোষ্ঠীয়ে ভালেই পাইছিল। ইয়াৰ ফলস্বৰূপে অসমীয়া নাৰী সমাজখন আজিও বহু ক্ষেত্ৰত পিছ পৰি থাকিল।

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল যে স্ত্রী শিক্ষা আৰু স্বাধীনতাৰ সন্দৰ্ভত বংগদেশৰ দৰে অসমতো দুটা দলৰ সৃষ্টি হৈছিল। যাদুৰাম ডেকাবৰুৱাৰ পৰা আৰম্ভ কৰি বেজবৰুৱা আৰু তেওঁৰ সমসাময়িক লেখকবৃন্দলৈকে এচাম বুজনসংখ্যক শিক্ষিত উদাৰনৈতিক অসমীয়া মধ্যবিত্তই ৰত্নেশ্বৰ মহন্তহঁতৰ ৰক্ষণশীল আৰু ঠেক দৃষ্টিভংগী বৰ্জন কৰি স্ত্রী শিক্ষা আৰু স্বাধীনতাৰ সপক্ষে মত দিছিল। □

# সূত্ৰ নিৰ্দেশ ঃ


১। নলিনীবালা দেৱী ঃ স্মৃতি তীৰ্থ, পৃষ্ঠা- ৮, দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী, ১৯৭৬ চন

২। বেণুধৰ শৰ্মা ৰচনাৱলী ; ৩য় খণ্ড, পৃষ্ঠা- ২৯১, গুৱাহাটী, ১৯৮৭ চন

৩। চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পাদিত) ঃ প্ৰকাশ, অৰুণোদয় সংখ্যা, পৃষ্ঠা- ৮০, ১৯৮৩ চন

৪। গুণাভিৰাম বৰুৱা ঃ আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃষ্ঠা ১৬৯, অসম প্ৰকাশন পৰিষদ, ১৯৭১ চন, গুৱাহাটী

৫। গুণাভিৰাম বৰুৱা ঃ আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃষ্ঠা- ১৭৬, অসম প্ৰকাশন পৰিষদ, ১৯৭১ চন, গুৱাহাটী

৬। ড° মহেশ্বৰ নেওগ (সংকলক) ঃ অৰুণোদই, পৃষ্ঠা- ১০৮৯, অঃ প্ৰঃ পঃ গুৱাহাটী, ১৯৮৩ চন

৭। বেণুধৰ শৰ্মা ৰচনাৱলী ; চতুৰ্থ খণ্ড, "পাদুৰী 'মুৰ'ৰ ডায়েৰী এপাত" টোকা দ্ৰষ্টব্য, পৃষ্ঠা- ১৬৩, ১৯৮৭ চন, গুৱাহাটী

৮। হেমচন্দ্ৰ বৰুৱা ঃ 'আত্মজীৱনী চৰিত্ৰ' গৰীয়সী, ডিচেম্বৰ সংখ্যা, পৃষ্ঠা- ১৬, ১৯৯৬ চন

৯। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলিত) ঃ মৌ, অঃ প্ৰঃ পঃ, পৃষ্ঠা- ২, ১৯৮৭ চন

১০। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলিত) ঃ মৌ, অঃ প্ৰঃ পঃ, পৃষ্ঠা- ৭, ১৯৮৭ চন

১১। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলিত) ঃ মৌ, অঃ প্ৰঃ পঃ, পৃষ্ঠা- ৪৭, ১৯৮৭ চন

১২। চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পাদিত) ঃ ৰাধানাথ চাংকাকতী, পৃষ্ঠা- ৩৪, অঃ প্ৰঃ পঃ, ১৯৭১ চন, গুৱাহাটী

১৩। চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পাদিত) ঃ ৰাধানাথ চাংকাকতী, পৃষ্ঠা- ২৭, অঃ প্ৰঃ পঃ, ১৯৭১ চন, গুৱাহাটী

১৪। অতুলচন্দ্ৰ বৰুৱা (সম্পাদিত ) ঃ ভোলানাথ দাস ৰচনাৱলী, পৃষ্ঠা- ৯৫, অঃ প্ৰঃ পঃ, ১৯৭৭ চন

১৫। অতুলচন্দ্ৰ বৰুৱা (সম্পাদিত ) ঃ ভোলানাথ দাস ৰচনাৱলী, পৃষ্ঠা- ৯৮/৯৯, অঃপ্ৰঃ পঃ, ১৯৭৭চন

১৬। বেণুধৰ শৰ্মা ৰচনাৱলী ; ৩য় খণ্ড, পৃষ্ঠা- ২৯৩

১৭। ড° নগেন শইকীয়া (সংকলিত) ঃ আসাম বন্ধু, পৃষ্ঠা- ২৬৯/৭০, অঃ প্ৰঃ পঃ, ১৯৮৪, জুন

১৮। যোগেন্দ্ৰ নাৰায়ণ ভূঞা (সম্পাদিত) : **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী**, পৃষ্ঠা- ২১৫, অঃ প্ৰঃ পঃ, ১৯৭৭ চন

১৯। যোগেন্দ্ৰ নাৰাযণ ভূঞা (সম্পাদিত) : **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী**, পৃষ্ঠা- ২১০, অঃ প্ৰঃ পঃ, ১৯৭৭ চন

২০। যোগেন্দ্ৰ নাৰাযণ ভূঞা (সম্পাদিত) : **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী**, পৃষ্ঠা ২০৯/২১০, অঃ প্ৰঃ পঃ, ১৯৭৭ চন

২১। **আসাম বন্ধু** ; **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী**, পৃষ্ঠা- ৩, অঃ প্ৰঃ পঃ, ১৯৭৭ চন

২২। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ২য় খণ্ড, পৃষ্ঠা- ১৮৪৭, সাহিত্য প্ৰকাশ, ১৯৮৮ চন, গুৱাহাটী

২৩। **গোহাঞিবৰুৱা ৰচনাৱলী** ; পৃষ্ঠা- ৯২১, অঃ প্ৰঃ পঃ ১৯৮৭, দ্বিতীয় প্ৰকাশ

২৪। ড° প্ৰফুল্লদত্ত গোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্য্যৰ ৰচনাৱলী**, পৃষ্ঠা- ১৯১, অঃ প্ৰঃ পঃ, ১৯৮২ চন

২৫। **স্মৃতি তীৰ্থ** ; পৃষ্ঠা- ৬৯/৭০

২৬। **আনন্দচন্দ্ৰ আগৰৱালাৰ গ্ৰন্থাৱলী** ; পৃষ্ঠা- ৫৯৩, অসম সাহিত্য সভা, ১৯৭৪ চন

২৭। **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী** ; পৃষ্ঠা- ১৪৪

২৮। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ২৮

২৯। **আসাম বন্ধু** ; পৃষ্ঠা- ২৩০/৩১

# অষ্টম অধ্যায়

# অসমীয়া মধ্যশ্ৰেণীৰ ধৰ্মীয় চেতনা

## ৮.১ পটভূমি

ধৰ্ম আৰু বিশ্বাসেই আছিল আহোম সামন্ততন্ত্ৰৰ ঘাই ভেটি। ইয়াৰ মুখ্য পৃষ্ঠপোষক আছিল ৰজা, ডা-ডাঙৰীয়া আৰু অভিজাত শ্ৰেণীৰ লোকসকল। কিন্তু ইংৰাজ সাম্ৰাজ্যবাদীৰ শাসন আৰু তেওঁলোকৰ সংস্কৃতি আৰু দৰ্শনে যেতিয়া এই সামন্ততন্ত্ৰৰ ওপৰত কুঠাৰাঘাত কৰিবলৈ ধৰিলে তেতিয়া ধৰ্ম আৰু বিশ্বাসে তাৰ আগৰ মৰ্যাদা লাহে লাহে হেৰুৱাবলৈ ধৰে। ইপিনে ভাৰতীয় জাতীয়তাবাদী মধ্যশ্ৰেণীটোৱে পাশ্চাত্য শিক্ষা-সংস্কৃতিৰ পোহৰত হিন্দু ধৰ্ম-দৰ্শনত এক পুনৰজাগৰণ অনাৰ চেষ্টা চলালে। এনে প্ৰচেষ্টা পোন প্ৰথমে চলোৱা দেখা গ'ল ৰাজা ৰামমোহন ৰায়ে তেওঁৰ 'ব্ৰাহ্ম সভা' (পিছলৈ 'ব্ৰাহ্ম সমাজ')ৰ যোগেদি। ধৰ্ম সংস্কাৰৰ আদৰ্শ আগত লৈয়ে বোম্বাইত প্ৰতিষ্ঠা হ'ল পৰমহংস মণ্ডলীৰ 'প্ৰাৰ্থনা সমাজ'। ৰামকৃষ্ণ পৰমহংস আৰু তেওঁৰ শিষ্য স্বামী বিবেকানন্দই 'ৰামকৃষ্ণ মিশ্যন'ৰ যোগেদি হিন্দু ধৰ্মৰ এক নতুন ৰূপ দিবলৈ চেষ্টা চলালে। এনেদৰেই ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰকে আদি কৰি তৎকালীন ভাৰতৰ বহুকেইজন প্ৰগতিশীল ধৰ্ম সংস্কাৰবাদীয়ে উনবিংশ শতিকাৰ ভাৰতীয় সমাজখনক এক প্ৰবল জোকাৰণি তুলিলে। এনে এক পৰিৱেশতেই অসমৰ আগৰ অভিজাত শ্ৰেণীটোৰ আৰু ইংৰাজ প্ৰশাসনৰ ছত্ৰছায়াত ঠন ধৰি উঠা অসমীয়া মধ্যশ্ৰেণীটোৰ এক মানসিক দ্বন্দ্বৰ সৃষ্টি হ'ল। এফালে পুৰণি ধৰ্ম বিশ্বাস, নানা সংস্কাৰেৰে তেওঁলোকৰ মন আচ্ছন্ন হৈ থকাত সেইবোৰ একেদিনাই দলিয়াই পেলাবলৈ তেওঁলোকৰ সংকোচ বোধ হ'ল আৰু আনফালে নতুন প্ৰশাসন আৰু সংস্কাৰবাদী আন্দোলনে জন্ম দিয়া নতুন মূল্যবোধ, ধৰ্মীয় চেতনাক উলাই কৰাটোও তেওঁলোকৰ পক্ষে টান হৈ পৰিল। এই ক্ষেত্ৰত তেওঁলোকৰ মন আছিল দ্বিধাগ্ৰস্ত, সংশয়াচ্ছন্ন আৰু স্ববিৰোধী। আনহাতে আগ্ৰাসী খৃষ্ট ধৰ্ম সম্প্ৰসাৰণে তেওঁলোকৰ জাত-কুল বিনষ্ট কৰিব বুলিও তেওঁলোক ভীতগ্ৰস্ত হৈ পৰিছিল। আনকি ইংৰাজী, আৰবী, ফাৰ্চী ভাষা শিকা আৰু বিদেশলৈ যোৱাটোও জাত যোৱা কথা বুলি তেতিয়াৰ অভিজাত শ্ৰেণীটোৱে গণ্য কৰিছিল। এই ক্ষেত্ৰত তেওঁলোকৰ মনোভাব আছিল কঠোৰ। সেইবোৰ 'যাৱনিক' ভাষা শিকিলে কোনো লোককেই

পিতৃ-মাতৃৰ পিণ্ডদান কৰিবলৈ দিয়া নহৈছিল। সেয়েহে হ'বলা উনবিংশ শতিকাৰ এজন উল্লেখযোগ্য পুৰুষ হলিৰাম ঢেকিয়াল ফুকনক তেওঁৰ দেউতাক পৰশুৰাম বৰুৱাই কেৱল সংস্কৃত ভাষাতহে শিক্ষা দিয়াইছিল।[১]

## ৮.২ হলিৰাম ঢেকিয়াল ফুকন

হলিৰাম ঢেকিয়াল ফুকন আছিল হিন্দু ধৰ্মত বিশ্বাসী লোক। তেওঁৰ ধৰ্ম বিশ্বাসৰ ওপৰত আলোকপাত কৰি গুণাভিৰাম বৰুৱাই লিখিছে ঃ

> "এওঁ সদায় পূজা, হোম, শান্তি, স্বস্ত্যয়ন কৰিছিল। বাসন্তী পূজা, সিদ্ধ গণেশ পূজা, অন্নপূৰ্ণা পূজা প্ৰভৃতি পূজা বৰ সমাৰোহেৰে তেওঁ কৰাইছিল। ..... তেওঁৰ শৰীৰ ৰুগ্ন আছিল। তথাপি তেওঁ নিত্যপূজা নেৰিছিল। পৰিচাৰকে তেওঁৰ হাতত জল বা পুষ্প দিয়ে, তেওঁ মন্ত্ৰ বোলে আৰু সেই পৰিচাৰকে আকৌ সেই জল বা পুষ্প হাতৰ পৰা নি সমীপৰ মূৰ্তি, মন্ত্ৰ বা শালগ্ৰামত দিয়ে। ..... দিনত অনেক কাৰ্য কৰিব লগা হোৱাত সংক্ষেপে পূজা কৰিছিল। ৰাত্ৰি বাহুল্যকৈ নিত্যপূজা কৰিছিল।"[২]

আনকি কলিকতাত থকা কালত 'ধৰ্ম সভা' নামৰ এটি অনুষ্ঠানৰ লগতো ফুকন জড়িত হৈ পৰিছিল।[৩] এইখিনিতে মন কৰিবলগীয়া কথাটো হ'ল, যদিও ঢেকিয়াল ফুকন হিন্দু ধৰ্মৰ প্ৰতি অনুৰাগী আছিল তথাপি হিন্দু ধৰ্মৰ মাজত চলি থকা নানাবিধ কু-সংস্কাৰৰ প্ৰতি তেওঁ মুঠেই উৎসাহী নাছিল। সেয়েহে হ'বলা তৎকালীন হিন্দু ধৰ্মই বান্ধি দিয়া বাল্য বিবাহ আৰু বিধবাৰ পুনৰ বিবাহৰ নিষেধৰ বিৰুদ্ধে তেওঁ বাংলা কাকত **সমাচাৰ দৰ্পন** আৰু **সমাচাৰ চন্দ্ৰিকা**ত তীব্ৰ বিষোদ্গাৰ প্ৰকাশ কৰিবলৈও কুণ্ঠিত নহৈছিল।

## ৮.৩ ব্ৰাহ্মধৰ্মী যজ্ঞৰাম ফুকন

ঢেকিয়াল ফুকন কিছু ৰক্ষণশীল স্বভাৱৰ লোক আছিল যদিও তেখেতৰ ভ্ৰাতৃ যজ্ঞৰাম খাৰঘৰীয়া ফুকন কিন্তু তাৰ ব্যতিক্ৰম আছিল। তৎকালীন প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে গৈ যজ্ঞৰামে ইংৰাজী, ফাৰ্চী, আৰবী, ভুটীয়া, প্ৰভৃতি ভাষা শিকিছিল। যজ্ঞৰামে 'ব্ৰাহ্ম ধৰ্ম'ৰ দ্বাৰা প্ৰভাৱিত হৈছিল।ৰাজা ৰামমোহন ৰায়ে যিকেইজনৰ লগত প্ৰথমতে ব্ৰহ্মোপাসনা কৰিছিল, তাৰ ভিতৰত যজ্ঞৰামো আছিল।[৪] সেই সময়ত ৰামমোহনৰ দ্বাৰা প্ৰচাৰিত ব্ৰাহ্মধৰ্ম আছিল একেশ্বৰবাদত বিশ্বাসী এটি ধৰ্মীয় সম্প্ৰদায়। ইয়াৰ উপৰি এই ধৰ্মই হিন্দু ধৰ্মৰ নামত চলি থকা সতীদাহ প্ৰথাকে আদি কৰি নানা ধৰণৰ কু-সংস্কাৰৰ বিপক্ষে আৰু বিধবা বিবাহৰ সপক্ষে যুঁজ দিছিল। সি যি কি নহওক, পাশ্চাত্য শিক্ষাৰে শিক্ষিত যজ্ঞৰামৰ জীৱন যাত্ৰাৰ প্ৰণালী আছিল য়ুৰোপীয় আৰ্হিৰ। সেয়েহে ধৰ্মৰ ক্ষেত্ৰত তেওঁৰ মনোভাব গোড়া

নহৈ উদাৰ আৰু সহনশীল হৈ পৰিবলৈ বাধ্য হৈছিল। আনকি তেওঁ চাহাবৰ লগত বহি মদ আৰু গো-মাংস খোৱাত আপত্তি নকৰিছিল ঃ

> ".... He makes no objection to dine with Europeans and eats and drinks freely of what is put before him-- beef and veal not excepted."[৫]

স্বাভাৱিকতেই ফুকনৰ এনে 'যাৱনিক' কাৰ্যত সনাতনপন্থী ৰক্ষণশীল শ্ৰেণীটো ক্ষুণ্ণ হৈ পৰিছিল আৰু জাত গ'ল বুলি ফুকনৰ বদনাম ৰটি ফুৰিছিল!

## ৮.৪ উদাৰপন্থী যাদুৰাম ডেকাবৰুৱা

ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ সমাজ সংস্কাৰ আন্দোলনৰ বতাহে অসমীয়া মধ্যবিত্ত যাদুৰাম ডেকাবৰুৱাৰ গাতো লাগিছিল। সেয়েহে তেওঁ প্ৰচলিত ধৰ্মীয় ব্যৱস্থাৰ বিৰুদ্ধে গৈ সতীদাহ প্ৰথাৰ বিৰুদ্ধে আৰু বিধৱা বিবাহৰ সপক্ষে নিজৰ মত পোষণ কৰিছিল। "আনকি সেই ৰক্ষণশীল দিনতো সমাজৰ গ্লানিলৈ ভ্ৰূক্ষেপ নকৰি তেওঁ নিজেই বিধৱা বিবাহ কৰাইছিল।"[৬]

যদিও ডেকাবৰুৱা গোড়া আৰু কুসংস্কাৰ পন্থী নাছিল তথাপি ধৰ্মীয় কাম-কাজসমূহৰ পৰা তেওঁ মুক্ত নাছিল। বেণুধৰ শৰ্মাই লিখা মতে সদৰামিন ডেকাবৰুৱা "ডিব্ৰুগড়লৈ বদলি হোৱাৰ লগে লগে যোৰহাটৰ পকামূৰাৰ পৰা কেইবাঘৰো ব্ৰাহ্মণ নি তেওঁ ডিব্ৰুগড়ত থানথিত লগাই পাতি থয় আৰু **দুৰ্গোৎসৱ পূজা কৰোৱায়**।"[৭] (গুৰুত্ব চিন এই লেখকৰ)

## ৮.৫ প্ৰাচীনপন্থী মণিৰাম দেৱান

আহোম সামন্ততন্ত্ৰৰ শেষ প্ৰতিনিধি মণিৰাম দেৱান আছিল ধৰ্মৰ ক্ষেত্ৰত প্ৰাচীন পন্থী। প্ৰাচীন ধৰ্মীয় সংস্কাৰে তেওঁৰ মন আচ্ছন্ন কৰি ৰাখিছিল। ব্ৰিটিছ প্ৰশাসনে গোসাঁই-মহন্ত আৰু পুৰোহিত শ্ৰেণীৰ প্ৰতিপত্তি নাশ কৰাত তেওঁ ক্ষুণ্ণ হৈ পৰিছিল। ইংৰাজ প্ৰশাসকসকলৰ ছত্ৰছায়াত দেশখনত নানা আপদ-বিপদে দেখা দিয়াৰ লগতে অসমীয়া প্ৰজাসকলৰ নানা দুখ-দুৰ্গতি আৰু খাদ্যশস্য বছৰি নোহোৱাৰ বহুবোৰ কাৰণৰ ভিতৰত ইংৰাজ চৰকাৰে কামাখ্যা মন্দিৰত পূজা কৰিবলৈ এৰুৱাই দিয়াটোও অন্যতম কাৰণ বুলি মণিৰামে মিলচ চাহাবৰ ওচৰত আৰ্জি পেচ কৰিবলৈও কুণ্ঠাবোধ কৰা নাছিল ঃ

> "Thirdly the making of this province Khas and discontinuing the poojahs at kamykya (temple), in consequence of which the country has became subject to various calamities, the people to every species of suffering and distress, and the annual crops to a constantly recurring failure."[৮]

মণিৰামৰ এই ব্যাখ্যা আছিল ভাববাদী আৰু ইয়েই তেওঁৰ সংস্কাৰাচ্ছন্ন আৰু অযুক্তিবাদী মনৰ পৰিচয় দিয়ে। তেওঁ এফালে যেনেকৈ চাহ বাগিচা খুলি ব্ৰিটিছ পুঁজিবাদী অৰ্থনীতি, সংস্কৃতিক শুভাগমন জনাইছিল ঠিক আনফালে সামন্তবাদী সংস্কৃতিৰ প্ৰতি মোহ বৰ্জন কৰিব পৰা নাছিল। তেওঁৰ এই পৰস্পৰবিৰোধী অৱস্থানে অসমীয়া সমাজক প্ৰগতিবাদী আৰু যুক্তিবাদী পথ নিৰ্দেশনা স্পষ্টকৈ দিব পৰা নাছিল।

## ৮.৬ দীননাথ বেজবৰুৱাৰ ভূমিকা

উনবিংশ শতিকাৰ অসমীয়া অভিজাত লোকসকলৰ ভিতৰত ৰসৰাজ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱাও আছিল এজন নৈষ্ঠিক হিন্দু। এই সন্দৰ্ভত ৰসৰাজ বেজবৰুৱাই তেওঁৰ দেউতাকৰ জীৱনীত লিখিছে ঃ

> "বেজবৰুৱা ডাঙৰীয়া মহাপুৰুষীয়া পথৰ বৈষ্ণৱ ধৰ্মৰ ধৰণীস্বৰূপ আছিল। মহাপুৰুষীয়া ঘাই সত্ৰ তিনিখনত, অৰ্থাৎ মধুপুৰ, বৰপেটা, কমলাবাৰীত তেওঁৰ অচলা ভক্তি আছিল। তেওঁ সেই সত্ৰবিলাকলৈ গ'লে, দূৰৰ পৰা ৰিণিকি ৰিণিকি সত্ৰৰ গছ-গছনি দেখিলেই মাটিত আঠুকাঢ়ি পৰি তেতিয়াই সত্ৰৰ উদ্দেশ্যে সেৱা কৰিছিল, আৰু সত্ৰ পায়েই কৰাপাটৰ পৰা আৰম্ভ কৰি প্ৰত্যেক ঠাইৰ ধূলি নিজৰ মূৰত লৈছিল। তেওঁৰ মানত মধুপুৰ, বৰপেটা, কমলাবাৰী সত্ৰ জাগ্ৰত জীৱন্ত দেৱতা; 'মহাপুৰুষ গুৰুজনৰ থান' 'বদুলা আতাৰ থান' বৈকুণ্ঠ বা গোলোক ধামৰ তুল্য। কমলাবাৰী সত্ৰৰ বৈষ্ণৱ উদাসীন ভকত তেওঁৰ ঘৰলৈ আহিলেই, যথাৰীতি তেওঁ ঠগি আগবঢ়াই, সত্ৰৰ অধিকাৰ গোসাঁই প্ৰভুকে আদি কৰি 'চাৰিউহাটীৰ সমূহ বাপু' ভকতসকলৰ বাৰ্ত্তা সুধিছিল; আৰু সেই ভকতক 'মোৰ আতাৰ থানৰ ভকত' বুলি মাল্য কৰি, সীধাপতি দি যত্ন কৰি সোধ-পোছ কৰি ৰাখিছিল। ডাঙৰীয়া ঘৰৰ পৰা সত্ৰৰ উদাসীন ভকত প্ৰায়ে নুগুচিছিল; আৰু কোনো কোনোজন দীঘলীয়াকৈ অনেক বছৰ তেওঁৰ ঘৰত 'হৰি গুণ গাই সুখে' বাস কৰিছিল। ভকতৰ নিমিত্তে 'আতাৰ থানৰ নিমিত্তে' তেওঁ যথাসৰ্ব্বস্ব আগবঢ়াই দিছিল; আৰু লাগিলে নিজৰ প্ৰাণ পৰ্য্যন্ত দিবলৈ সাজু আছিল। কমলাবাৰী সত্ৰ সংস্থাপক পদ্ম আতাই (যি বদুলা আতা বুলি বিখ্যাত) নিজৰ ভৰা নাৱৰ পৰা 'যথাসৰ্ব্বস্ব পেলাই দি ভক্তবস্তুক' তুলি আনিছিল বুলি আতাৰ চৰিত্ৰত আছে; ডাঙৰীয়াই সেই কথা সদাই কৈ, নিজে চলিবৰ নিমিত্তে সেই আৰ্হি আগত ৰাখিছিল। বাৰীত ভাল কল এথোকা হ'লে, কোনো ভাল ন ফল বা শষ্য উৎপন্ন হ'লে অথবা ঈশ্বৰৰ আগত নিবেদন কৰিব পৰা কোনো ভাল বস্তু বাহিৰৰ পৰা আহিলে, ডাঙৰীয়াই প্ৰথমতে তাক গোসাঁই ঘৰলৈ আগ কৰিছিল, আৰু গোসাঁইৰ আগত নৈবিদ্য নকৰি কোনো নতুন বস্তু নাখাইছিল। তেওঁ ভাত খাবলৈ বহি, প্ৰথম গৰাহ ভাত মূৰৰ ফাললৈ তুলি ঈশ্বৰৰ চৰণত সমৰ্পণ

> কৰিহে নিজৰ মুখত দিছিল। বেজবৰুৱা ডাঙৰীয়াৰ উপৰি পুৰুষ মহাত্মা পুৰুষোত্তম বৰুৱাই প্ৰথমতে মহাপুৰুষীয়া ধৰ্ম্ম গ্ৰহণ কৰে; তেতিয়াৰে পৰা বেজবৰুৱা বংশৰ সতি-সন্ততিসকল মহাপুৰুষীয়া। বৈষ্ণৱ ধৰ্ম্মৰ শুদ্ধসত্ব সেৱক বুলি প্ৰখ্যাত। ডাঙৰীয়া দীননাথ বেজবৰুৱাই সেই সুখ্যাতি সম্পূৰ্ণৰূপে ৰক্ষা কৰিছিল।"[৯]

এই দীঘলীয়া উদ্ধৃতিটোৱে দীননাথ বেজবৰুৱাৰ ধৰ্মীয় জীৱনৰ এটি সুন্দৰ আৰু পৰিষ্কাৰ ছবি আমাৰ আগত দাঙি ধৰে।

ধৰ্মত তেওঁৰ ইমানেই আসক্তি আছিল যে ৰাতিপুৱা শুই উঠাৰ পৰা আৰম্ভ কৰি ৰাতি ১০/১১ বজালৈকে তেওঁৰ ঘৰত দিনৌ পূজা-অৰ্চনা, নাম-প্ৰসংগ চলিছিল। তেওঁৰ হুকুম মতে ৰাতি ১০ বজাত পুহমহীয়া জাৰতো তেওঁৰ ল'ৰা-ছোৱালীয়েও গা ধুই ৰাতিৰ নাম-প্ৰসংগত বহিব লাগিছিল বুলি সাহিত্যৰথী বেজবৰুৱাই তেওঁৰ জীৱন সোঁৱৰণত লিখি গৈছে।[১০] প্ৰণিধানযোগ্য যে দীননাথ বেজবৰুৱাই এফালে যেনেকৈ ভোৰতাল লৈ নাম-প্ৰসংগ কৰিছিল আৰু কীৰ্ত্তন-ঘোষা-ভাগৱত পঢ়িছিল ঠিক আনফালে শালগ্ৰামকো পূজা কৰিছিল। 'ক'লা শিলৰ কৃষ্ণমূৰ্তি' এজনাকো তেওঁ এজন ব্ৰাহ্মণৰ হতুৱাই পূজা কৰোৱাইছিল।[১১]

দীননাথ বেজবৰুৱা নৈষ্ঠিক ব্ৰাহ্মণৰ সন্তান হোৱা বাবে সামন্তযুগীয় জাত-পাত, উচ্চ-নীচ আদি প্ৰগতিবিৰোধী নীতি-নিয়মবোৰৰ পৰা সতকাই বাহিৰলৈ ওলাই আহিব নোৱাৰিছিল। সেয়েহে কলিকতালৈ পঢ়িবলৈ যোৱা তেওঁৰ দুই পুত্ৰ গোবিন্দ বেজবৰুৱা আৰু গোপাল বেজবৰুৱাই মূৰৰ টিকনি কাটি বঙালী ৰান্ধনিৰ হাতেৰে ভাত-আঞ্জা খাই জাত-কুল মৰাত ডাঙৰীয়া বেজবৰুৱাই দুখ আৰু লাজত ম্ৰিয়মান হৈ পৰিছিল। আনহাতে, তেওঁ যেতিয়া শুনিলে তেওঁৰ পুত্ৰ গোপালে কলিকতা মেডিকেল কলেজত ভৰ্তি হৈ ডাক্তৰী পঢ়িবলৈ লৈছে তেতিয়া তেওঁৰ মূৰত বিনামেঘে বজ্ৰপাত পৰাৰ দৰে হ'ল। যিহেতু "ডাক্তৰী পঢ়িলে মৰাশ কাটিব লাগিব। মৰাশ কটাছিঙা কৰিলে হিন্দুৰ, বিশেষকৈ বামুণৰ জাত যায়, এই মত আৰু বিশ্বাস আসামত দৃঢ়মূল" আছিল।[১২]

যিবোৰ জাত-পাত, ধৰ্মীয় নীতি-নিয়মক লৈ আৰু সমাজত সেইবোৰ জীয়াই ৰাখি তেওঁৰ দৰে লোকসকলে সমাজৰ বৰমূৰীয়া হৈ আছিল সেইবোৰকেই তেওঁৰ পুতেকসকলে ভংগ কৰাত তেওঁৰ সন্মানত আঘাত লাগিছিল। অকল সেয়ে নহয় তেওঁ সমাজৰ আগত নিশ্চয় হাঁহিয়াতৰ পাত্ৰও নোহোৱাকৈ থকা নাছিল।

## ৮.৭ ব্ৰাহ্মধৰ্ম প্ৰচাৰ আৰু ইয়াৰ পৰিণাম

ঊনবিংশ শতিকাত ৰামমোহন ৰায় আৰু পিছলৈ কেশৱচন্দ্ৰ সেনৰ নেতৃত্বত ব্ৰাহ্ম ধৰ্মই সমগ্ৰ ভাৰততে যি জোকাৰণি তুলিছিল তাৰ হেন্দোলনি আমাৰ অসমতো পৰিছিল।

পণ্ডিত ৰামকুমাৰ বিদ্যাৰত্ন নামৰ এজন বঙালী লোকেও অসমৰ জিলাই জিলাই ব্ৰাহ্ম ধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল। তেওঁৰ বক্তৃতাই বহুতো ডেকা আৰু স্কুলীয়া ছাত্ৰক উত্তেজিত কৰি তুলিছিল। বিদ্যাৰত্নৰ এনে কাৰ্যত আতংকিত হৈ পৰিছিল হিন্দু ধৰ্মৰ প্ৰাচীনপন্থী আৰু স্থিতাবস্থাবাদী অসমীয়া সমাজৰ বৰমূৰীয়াসকল। লক্ষ্মীনাথ বেজবৰুৱাই কোৱামতে তেওঁৰ পিতৃ দীননাথ বেজবৰুৱাৰ নেতৃত্বতেই হিন্দু অভিভাৱকসকলে ৰামকুমাৰৰ বিপক্ষে থিয় দিছিল।[১৩] দীননাথ বেজবৰুৱাৰ এনে ভূমিকা নিঃসন্দেহে তৎকালীন অসমৰ বাবে ক্ষতিকৰ আৰু দুৰ্ভাগ্যজনক আছিল। জাত-পাতেৰে নিমজ্জিত হৈ থকা অসমত সংস্কাৰধৰ্মী, প্ৰগতিশীল ভাবধাৰাক আদৰণি জনোৱাৰ পৰিবৰ্তে তেওঁ আৰু তেওঁৰ লগৰীয়াসকলে তাৰ বিৰুদ্ধেহে থিয় দিয়াত অসমীয়া সমাজত তাৰ নেতিবাচক প্ৰভাৱ নপৰাকৈ থকা নাছিল। বহুতে হিন্দু ধৰ্মৰ এই ধ্বজাধাৰীসকলৰ ভয়ত স্থিতাবস্থাকেই মানি লৈছিল আৰু কিছুৱে তাৰ প্ৰতিবাদকল্পে খ্ৰীষ্ট ধৰ্মত আশ্ৰয় লৈছিল, কিছুৱে হিন্দু ধৰ্মৰ নামত, মহাপুৰুষীয়া ধৰ্মৰ নামত ভণ্ডামি কৰিবলৈ লৈছিল। ডাঙৰীয়া দীননাথ বেজবৰুৱা মহাপুৰুষীয়া পথৰ বৈষ্ণৱী আছিল যদিও প্ৰাচীন সামন্তবাদী নীতি-নিয়মৰ দ্বাৰা শৃংখলিত ব্যক্তি আছিল। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মত যি উদাৰ, গণতান্ত্ৰিক আৰু প্ৰগতিশীল ভাবধাৰা নিহিত হৈ আছে তাৰ পৰা দীননাথ বেজবৰুৱা যেন বহু নিলগত ৰৈ গৈছিল।

## ৮.৮ খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰা অসমীয়াসকল

হিন্দু ধৰ্মৰ ধ্বজাধাৰীসকলৰ মইমতালিত তিষ্ঠিব নোৱাৰি যিসকল অসমীয়াই খৃষ্ট ধৰ্মত আশ্ৰয় লৈছিল সেইসকলৰ মাজত নিধি লিবি ফাৰোৱাল, বাতিৰাম দাস পেক্, কলিবৰ নামে এজন ধোবা, ৰাম সিং, মনটান আদিয়েই আছিল প্ৰধান। অৱশ্যে হিন্দু সমাজে এইসকল নিম্নজাতৰ লোকে খৃষ্ট ধৰ্ম গ্ৰহণ কৰাত বিচলিত হোৱা নাছিল। "কিন্তু বাতিৰাম দাসৰ দৰে কায়স্থ খ্ৰীষ্টিয়ান হোৱাত সমাজত আলোড়ণৰ সৃষ্টি হৈছিল।"[১৪] এওঁলোকৰ ভিতৰত অৰুনোদই কাকতৰ প্ৰধান লিখক নিধি লিবি ফাৰোৱালে হিন্দু ধৰ্মৰ বিৰোধিতা কৰি খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ বাবে অস্ত্ৰধাৰণ কৰিছিল। অৰুনোদই কাকতৰ কেইবাঠাইতো ইয়াৰ স্বাক্ষৰ আছে। পদ্যাকাৰত লিখা 'হয়গ্ৰিব, মাধব আৰু কেদাৰ নাথৰ বিবৰণ'ত ফাৰোৱালে কৈছে ঃ

"মিচা দেব দেবী, আৰু মিচা তিৰ্থ ফল,
আস্ৰই কৰিলে তাত হব অমঙ্গল;
এনে মিচা ভক্তিত নাহিকে পৰিত্ৰাণ,
কিন্তু তাত হব সেসে বৰ অপমান।
এই হেতু ভ্ৰম এৰি হোআ গিয়ানবন্ত

চইতানৰ মায়াত নহবা আৰু ভ্ৰান্ত।
কৰজোৰে বোলোঁ মই মিনতি কৰিয়া,
ভজা য়িচু খ্ৰিষ্ট পদ মনে বিশ্বাসিয়া;"[১৫]

## ৮.৯ খ্ৰীষ্ট ধৰ্ম অসমীয়াৰ ওপৰত স্থায়ী প্ৰভাৱ নপৰাৰ কাৰণ

সি যি কি নহওক, খ্ৰীষ্ট ধৰ্ম প্ৰচাৰে অসমৰ পৰ্বতীয়া জাতিবিলাকক প্ৰভাবান্বিত কৰিলেও অসমীয়া অভিজাত আৰু মধ্যবিত্ত শ্ৰেণীটোক কোনো স্থায়ী প্ৰভাৱ পেলাব নোৱাৰিলে। পূৰ্বৰে পৰা খ্ৰীষ্ট ধৰ্মৰ প্ৰতি হিন্দু সমাজৰ প্ৰবল বিৰোধিতা আৰু লগতে জাতীয়তাবোধৰ বাবেই বোধহয় খ্ৰীষ্ট ধৰ্ম অসমীয়া মধ্যবিত্তৰ মাজত স্থায়ী হৈ নাথাকিল।

## ৮.১০ আনন্দৰাম ঢেকিয়াল ফুকনৰ দৃষ্টিত ধৰ্ম আৰু ঈশ্বৰ

আনহাতে অসমৰ নৱজাগৰণৰ পিতৃস্বৰূপ আনন্দৰাম ঢেকিয়াল ফুকনক পাশ্চাত্য শিক্ষা-সংস্কৃতি আৰু বংগৰ ধৰ্মীয় সংস্কাৰবাদী আন্দোলনৰ প্ৰভাৱেৰে প্ৰভাৱিত কৰাত আন আন ক্ষেত্ৰৰ দৰে ধৰ্মৰ ক্ষেত্ৰতো ফুকনৰ মনটোও হৈ পৰিছিল সংস্কাৰধৰ্মী। গুণাভিৰাম বৰুৱাই লিখি যোৱা মতে ঃ

> "ফুকনে উদাৰভাবে বৈদিক ধৰ্ম বিশ্বাস কৰিছিল, ..... তেওঁ ঈশ্বৰৰ অস্তিত্ব বিশ্বাস কৰে। অনেক সময়ত কোনো কোনো বিশেষ ঘটনাত তেওঁ ঈশ্বৰ আৰু মৃত্যুৰ নৈকট্য আৰু ধৰ্ম্ম চিন্তাৰ প্ৰতি প্ৰতিজ্ঞা দৃঢ়কৈ কৰিছিল। তেওঁ "ঈশ্বৰৰ ইচ্ছাত" এই কথা সদাই কৈছিল; অনেক ঘটনাৰ পাছত তেওঁ ঈশ্বৰৰ প্ৰতি আত্মসমৰ্পন কৰিছিল।"[১৬]

গুণাভিৰামৰ কথাত যে সত্যতা আছে তাৰ প্ৰমাণ ঢেকিয়াল ফুকনৰ বহুকেইখন ৰচনাত সিঁচৰতি হৈ আছে। **অসমীয়া ল'ৰাৰ মিত্ৰ** শীৰ্ষক ৰচনাখনৰ এঠাইত আনন্দৰামে লিখিছে ঃ

"হে গিয়ানৰ পুত্ৰ, ইস্বৰ নো হোৱাকৈ একো নাই, এতেকে সকলো ভাবনাতে তুমি ঈশ্বৰক ভাবিবা।"[১৭]

কলিকতাত পঢ়ি থকা কালত "তেওঁৰ লগত শালগ্ৰাম এখান আছিল, সদায় সেই শালগ্ৰামক তেওঁ পূজা কৰিছিল।"[১৮] সি যি নহওক, যদিও তেওঁ বৈদিক ধৰ্ম মতে উৎসৱ আৰু সংস্কাৰবোৰ পালন কৰিছিল তথাপি তেওঁ আন ধৰ্মক নিঘিণাইছিল আনকি গীৰ্জালৈ যাবলৈও কুণ্ঠিত নহৈছিল। এক কথাত ক'বলৈ গ'লে ধৰ্মৰ ক্ষেত্ৰত ফুকন গোড়া নাছিল।

## ৮.১১ গুণাভিৰাম বৰুৱাৰ ভূমিকা

যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ পথেৰে পথিক আছিল গুণাভিৰাম বৰুৱা। কলিকতাত পঢ়ি থকা কালতেই ব্ৰাহ্ম ধৰ্মৰ প্ৰতি তেওঁৰ মন ঢাল খায় আৰু অৱশেষত ১৮৬৯ চনত প্ৰকাশ্যভাৱে ব্ৰাহ্ম ধৰ্মত দীক্ষিত হয়। অকল সেয়ে নহয় ব্ৰাহ্ম ধৰ্ম আৰু বিদ্যাসাগৰৰ প্ৰভাৱত পৰি বৰুৱাই পৰশুৰাম বৰুৱাৰ বিধৱা পত্নী বিষ্ণুপ্ৰিয়া দেৱীক বিয়াও কৰায়। আসাম বুৰঞ্জীত ব্ৰাহ্ম ধৰ্মক প্ৰশংসা কৰি তেওঁ কৈছে ঃ

> "সুপবিত্ৰ সহজ একেশ্বৰবাদী ব্ৰাহ্ম ধৰ্ম্মও এতিয়া ক্ৰমে অসম দেশত প্ৰবৰ্ত্তিৱ ধৰিছে। এই ধৰ্ম্মৰ নিমিত্তে শঙ্কৰ আৰু মাধৱে পথ মুকলি কৰি থই গইছে , আৰু এনে আশা কৰা যাব পাৰে যে এই নিৰ্ম্মল ধৰ্ম্ম সেই পৰিস্কৃত পথেৰে প্ৰবেশ কৰি সত্বৰে আসাম দেশ উজ্জ্বল কৰিব।"[১৯]

ধৰ্মৰ ক্ষেত্ৰত গুণাভিৰামে লোৱা এই সংস্কাৰধৰ্মী ভূমিকাই তদানীন্তন স্থিতাৱস্থাবাদী গোড়া হিন্দু সমাজক বাৰুকৈয়ে জোকাৰণি খোৱাইছিল।

## ৮.১২ অজ্ঞেয়বাদী হেমচন্দ্ৰ বৰুৱা

পাশ্চাত্য শিক্ষাৰে শিক্ষিত হেমচন্দ্ৰ বৰুৱাৰ গাত বংগদেশৰ সংস্কাৰবাদী আন্দোলনৰ বতাহে কোবাই গ'লেও তেওঁ যজ্ঞৰাম, গুণাভিৰামৰ দৰে ব্ৰাহ্ম ধৰ্মত দীক্ষিত হোৱা নাছিল। বৰুৱাৰ দ্বাৰা ৰচিত এখন পঢ়াশলিয়া পুথি পাঠমালাৰ অন্তৰ্গত 'সম্মান' নামৰ ৰচনাখনত আমি পঢ়িবলৈ পাওঁ ঃ

> "যি আদি কাৰণৰ পৰা এই পৰিদৃশ্যমান জগতৰ উৎপত্তি হৈছে, সেই কাৰণৰ নামেই ঈশ্বৰ। তেওঁ সকলোৰে আদি, কিন্তু তেওঁৰ আদি নাই; সকলোৰে অন্ত আছে, তেওঁৰ অন্ত নাই। তেওঁ দেৱতাৰো দেবতা, বিধাতাৰো বিধাতা, ৰজাৰো ৰজা আৰু সকলোৰে সৃষ্টি আৰু পালন কৰ্ত্তা। এতেকে তেওঁক শ্ৰদ্ধা আৰু ভক্তি কৰা সকলোৰে উচিত। পৃথিৱীত মানুহৰ যত মান্য লোক আছে, তেওঁ সেই সকলোবিলাকতকৈ অধিক মান্য। সকলো দেশৰ, সকলো জাতিৰ, সকলো ধৰ্ম্মৰ জ্ঞানী লোকবিলাকে তেওঁক বিশ্বাস আৰু ভক্তি কৰে আৰু যাৰ তেওঁত শ্ৰদ্ধা-ভক্তি নাই, তাক নাস্তিক বুলি ঘিণায়। এতেকে তোমাৰ সমুদায় মন, বুদ্ধি আৰু শক্তিৰে তেওঁক শ্ৰদ্ধা আৰু ভক্তি কৰিবা।"[২০]

যদিও হেমচন্দ্ৰ বৰুৱাই ছাত্ৰ-ছাত্ৰীক নীতি-শিক্ষা দিয়াৰ উদ্দেশ্যে এই ধৰণৰ আস্তিক ভাবৰ কথাবোৰ লিখিছে তথাপি ব্যক্তিগত জীৱনত তেওঁ আছিল অজ্ঞেয়বাদী (Agnostic)। এই সন্দৰ্ভত কনকলাল বৰুৱাই তেওঁৰ 'হেমচন্দ্ৰ বৰুৱা' নামৰ প্ৰবন্ধটোত লিখিছে ঃ

> "কোনো লোকে তেওঁৰ ধৰ্মমতৰ কথা সুধিলে তেওঁ হাঁহি কৈছিল, "মই Agnostic হিন্দুৰ সংখ্যা দৰ্শনতেই ঈশ্বৰ মনা নাই।" এই কথা অনেকবাৰ কোৱা দেখা গৈছিল।

> তেওঁৰ মানত নীতি আৰু ধৰ্ম একে আছিল। যাৰে নৈতিক চৰিত্ৰ ভাল, সেয়ে প্ৰকৃত ধাৰ্মিক— এনে তেওঁ বুজিছিল। ভণ্ডামি তেওঁ মুঠেই সহিব নোৱাৰিছিল। কোনো সাম্প্ৰদায়িক ধৰ্মমতলৈ তেওঁৰ আস্থা আছিল বুলি একেবাৰেই কব নোৱাৰি। তেওঁৰ খোৱা লোৱাত কোনো বিচাৰ নাছিল। প্ৰকাশ্যে শূদ্ৰিৰ হাতে ভাত খাইছিল, কাকো নিঘিণাইছিল।"[২১]

হেমচন্দ্ৰই নিজকে 'Agnostic' বুলি কোৱাৰ অৰ্থ, বহুতে ভবাৰ দৰে, তেওঁ নাস্তিক বা অনীশ্বৰবাদী বুলি কোৱা নাই। 'Agnostic' ৰ আভিধানিক অৰ্থ হ'ল ঃ "One who believes that God, life hereafter, etc. can neither be proved, nor disproved, and who accepts material phenomana only."[২২]

'Agnostic'ৰ অৰ্থ যদি এইটোৱেই হয় তেনেহ'লে হেমচন্দ্ৰ বৰুৱায়ো ঈশ্বৰৰ অস্তিত্বক লৈ সংশয় প্ৰকাশ কৰিছিল বুলি ক'লে বোধহয় ভুল কোৱা নহ'ব। তেওঁৰ দৃষ্টিত যেন ঈশ্বৰ থাকিবও পাৰে বা নাথাকিবও পাৰে। সহজ ভাষাত ক'বলৈ গ'লে তেওঁ ঈশ্বৰ সন্দেহী আছিল। দুৰ্ভাগ্যৰ কথা অসমৰ বহুকেইজন চিন্তাশীল লেখকে 'Agnostic'ৰ অৰ্থ 'নাস্তিক'লৈ ৰূপান্তৰিত কৰি হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে ভুল ব্যাখ্যা দিয়া দেখা গৈছে। সি যি নহওক, হেমচন্দ্ৰই আচলতে তৎকালীন সমাজত ধৰ্মৰ নামত চলি থকা গোড়ামি-ভণ্ডামি আৰু কপটালিক সহ্য কৰিব পৰা নাছিল আৰু সেইবোৰক তেওঁ চোকা ভাষাৰে সমালোচনা কৰিছিল। এই ক্ষেত্ৰত তেওঁ আছিল যুক্তিবাদী আৰু প্ৰচলিত সমাজ ব্যৱস্থাৰ বিদ্ৰোহী। ব্যঙ্গৰ তীব্ৰ বাণেৰে, যুক্তিৰ শাণিত অস্ত্ৰৰে তেওঁ ৰক্ষণশীল হিন্দু সমাজৰ ফোপোলা স্বৰূপটো যেনেদৰে উদঙাই দেখুৱাই গ'ল তাৰ প্ৰমাণ আমি তেওঁৰ কাণীয়াৰ কীৰ্ত্তন আৰু বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰীত পাওঁ। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ আদৰ্শৰ প্ৰতি অনুপ্ৰাণিত হৈ তেওঁ বিধৱা বিবাহৰ সপক্ষে, স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ সপক্ষেও মাত মাতি গোড়া হিন্দু সমাজক ধিক্কাৰ নিদিয়াকৈ থকা নাছিল। আনকি নিজৰ পত্নীৰ মৃত্যুৰ পিছত পুনৰায় তেওঁ বিয়া নকৰাই তৎকালীন দাম্ভিক পুৰুষ শ্ৰেণীটোৰ বিপৰীত মেৰুত তেওঁ থিয় দিছিল। একাৰ্থত ক'বলৈ গ'লে হেমচন্দ্ৰ বৰুৱা আছিল তৎকালীন সমাজত ধৰ্মৰ নামত চলি থকা নানা ধৰণৰ কু-সংস্কাৰ, অন্ধবিশ্বাস আৰু ভণ্ডামিৰ বিৰুদ্ধে থিয় দিয়া এক বিপ্লৱী সত্তা। স্বাভাবিকতেই হেমচন্দ্ৰৰ এই বিদ্ৰোহী চিন্তা-চৰ্চা আৰু কাম-কাজবোৰে ৰক্ষণশীল হিন্দু সমাজখনত যথেষ্ট প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। ফলত তেওঁ হিন্দু সমাজত প্ৰায় এঘৰীয়াই হৈ পৰিছিল। আনকি তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ মৃতদেহটো সংস্কাৰ কৰিবলৈও মানুহৰ অভাৱ হৈ পৰিছিল। স্মৰ্তব্য যে বৰুৱাৰ মৃতদেহটো অসমীয়াসকলে স্পৰ্শ কৰিবলৈ ইচ্ছা নকৰাৰ বাতৰি পাই কেইজনমান বঙালী ডেকাই আৰু কেইজনমান উদাৰপন্থী ব্ৰাহ্মণে স্বইচ্ছাই তেওঁৰ শবদেহ সংকাৰ কৰিবলৈ আগবাঢ়ি আহিছিল।

হেমচন্দ্ৰৰ এই বিদ্ৰোহী ভূমিকাৰ কথা শ্ৰদ্ধাৰে সোঁৱৰিও এই কথা নকৈ নোৱাৰি যে বৰুৱাদেৱ সততে আৰ্য্যাভিমানী আৰু উচ্চাত্মিকাবোধৰ পৰা মুক্ত হ'ব পৰা নাছিল। তাৰ প্ৰমাণ তেওঁৰ **হেমকোষ** অভিধানত দিয়া কেতবোৰ শব্দৰ ব্যাখ্যাত পাওঁ। 'কিৰাত' শব্দৰ অৰ্থ ব্যাখ্যা কৰি তেওঁ কৈছে ঃ "পৰ্ব্বতীয়া বা হাবিয়াল অসভ্য জাতিৰ মানুহ, নগা-ডফলা-মিৰি আদি, a savage who inhabits woods and mountains."[২৩] এই সন্দৰ্ভত ইতিমধ্যেই সমালোচকসকলে যথাযোগ্যভাৱে আঙুলিয়াই দিছে।[২৪]

## ৮.১৩ ব্ৰাহ্মধৰ্মী ৰাধানাথ চাংকাকতী

ব্ৰাহ্ম ধৰ্মৰ আন্দোলনৰ দ্বাৰা প্ৰভাৱিত হোৱা একাংশ অসমীয়া মধ্যবিত্তৰ ভিতৰত **টাইমছ অব্ আসাম** কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক ৰাধানাথ চাংকাকতীয়ো আছিল। তেখেতে নিজে আৰু পৰিয়ালটোকো ব্ৰাহ্ম সমাজৰ আৰ্হিৰে গঢ়ি তুলিছিল।"[২৫]

## ৮.১৪ গঙ্গাগোবিন্দ ফুকন আৰু গোবিন্দ বেজবৰুৱাৰ দৃষ্টিভঙ্গী

উনবিংশ শতিকাৰ দুজন অসমীয়া প্ৰসিদ্ধ পুৰুষ আছিল গঙ্গাগোবিন্দ ফুকন আৰু গোবিন্দ বেজবৰুৱা। দুয়োজনেই আছিল চাহাবী আদব-কায়দাত চলা লোক। সেয়েহে ধৰ্মৰ ক্ষেত্ৰত দুয়োজনৰে দৃষ্টিভংগী ৰক্ষণশীল হৈ পৰাগৈ নাছিল। কিন্তু সেইবুলি তেওঁলোকে নিজ ধৰ্মৰ পৰা আঁতৰি থকাও নাছিল। পাশ্চাত্য শিক্ষাৰে শিক্ষিত হৈ তেওঁলোকে অৱশ্যে হিন্দু ধৰ্মৰ কেতবোৰ প্ৰাচীন সংস্কাৰ নিৰ্বিবাদে গ্ৰহণ কৰিব পৰা নাছিল। সেয়েহে ইয়াৰ সংস্কাৰ বিচাৰি গঙ্গাগোবিন্দ ফুকনে কেইজনমান লোকৰ লগত লগলাগি শিৱসাগৰত **'ব্ৰাহ্মণ সভা'** গঠন কৰিছিল। এই সন্দৰ্ভত বেণুধৰ শৰ্মাই লিখিছে ঃ

> "হিন্দু সমাজ সংস্কাৰ কৰি তাৰ জৰিয়তে সদৌ অসমীয়া সমাজৰ আৱৰ্জনাবোৰ আঁতৰাবলৈ তেওঁ বহুত কথা পাতিছিল। হিন্দু সমাজৰ একতাৰ অভাৱ আৰু আওকণীয়া ভাবৰ ফলত হিন্দু ধৰ্মৰ মানুহ ফাটি গৈ হিন্দু ধৰ্মৰ পৰিপন্থী অইন ধৰ্মৰ সমাজ কেনেকৈ পৰিপুষ্ট আৰু সংখ্যাৰ গৰিষ্ঠ কৰিছিলগৈ, তাক তেওঁ হাড়ে-হিমজুৱে উপলব্ধি কৰিছিল। 'জাতত তোলা' পুঁজি এটা খুলিবলৈ তেওঁ আঁচনি এখন তৈয়াৰ কৰিছিল।"[২৬]

আন এঠাইত শ্ৰদ্ধেয় শৰ্মাই গোবিন্দ বেজবৰুৱাৰ উদ্ধৃতি দি বেজবৰুৱাৰ উদাৰ মনটোৰ পৰিচয় দাঙি ধৰিছে এনেদৰে ঃ

> "চুৰিয়া পিন্ধিলেও মই চাহাব। দেখাদেখিকৈ মুছলমানে কৰা পাওৰুটি খাওঁ মই, কুকুৰা-কণী খাওঁ মই, ব্ৰাণ্ডী-হুইস্কীও খাওঁ মই। মোৰ লুকঢাক নাই। মই সৰ্ব্বভক্ষ হুতাশন। টুপী-ঠেঙাও পিন্ধো মই। মই চাহাব নহয় কোন চাহাব হে? মোৰ ঘৰলৈ কোনো

অসমীয়া মানুহ নাহে। মইও প্ৰায় কাৰো ঘৰলৈ নেযাওঁ। কাইলৈ মোৰ পিতৃ শ্ৰাদ্ধ (অপকৰ্ষ)। সেইগুণে আজি উপবাসে থাকি জপা গৰকা চুৰিয়া পিন্ধি ধূতি হৈ আছোঁ। বুইছা, চাহাব হ'লেও মই অহিন্দু নহয়।"[২৭]

## ৮.১৫ ঈশ্বৰবিশ্বাসী ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰা

পাশ্চাত্য শিক্ষাৰে শিক্ষিত অসমীয়া মধ্যবিত্তৰ ভিতৰত বিলাত ফেৰৎ ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰাও আছিল অন্যতম। পাশ্চাত্যৰ জ্ঞান-বিজ্ঞানৰ লগত পৰিচিত হ'লেও বৰা ডাঙৰীয়া গভীৰ ঈশ্বৰ বিশ্বাসী আছিল। এই সন্দৰ্ভত ড° সত্যেন্দ্ৰ নাথ শৰ্মাই লিখিছে ঃ

> "আধুনিক পাশ্চাত্য শিক্ষাই তেওঁক যে যুক্তিবাদত বিশ্বাসী কৰি তুলিছিল সেই বিষয়ে সন্দেহ নাই, কিন্তু সেই বুলি তেওঁ হিন্দু ধৰ্মৰ স্থায়ী প্ৰমূল্যবোৰৰ প্ৰতি আস্থাহীন হোৱা নাছিল। তেওঁ গভীৰ ঈশ্বৰ বিশ্বাসী আছিল আৰু বিধাতাৰ মাঙ্গলিক বিধানৰ ওপৰতো আস্থা ৰাখিছিল।"[২৮]

কিছুক্ষেত্ৰত তেওঁ ৰক্ষণশীল আছিল বুলি ক'লেও বোধহয় ভুল কোৱা নহ'ব। যিহেতু যজ্ঞৰাম, গুণাভিৰাম, হেমচন্দ্ৰ আদিৰ দৰে সেই সময়ত সমাজত হিন্দু ধৰ্মৰ নামত চলা বাল্য বিবাহৰ বিপক্ষে তেওঁ থিয় দিয়া নাছিল; আনকি বিধৱা বিবাহৰ সপক্ষেও তেওঁ ক'তো এষাৰি কথাও লিখি থোৱা নাই। বৰং স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ সন্দৰ্ভত বৰাই বহু ঠাইত বিষোদ্‌গাৰহে প্ৰকাশ কৰি গৈছে। হিন্দু ধৰ্মৰ আচাৰ-অনুষ্ঠানসমূহে বলিনাৰায়ণ বৰাৰ মন শৃংখলিত কৰি ৰখাত তেওঁৰ চিন্তাত কেনেকৈ উগ্ৰ জাতিদম্ভই আৰু উচ্চাম্মিকাবোধে ভুমুকি মাৰিছিল তাৰ প্ৰমাণ তেওঁৰ তলৰ উক্তিটোৱেই পৰিষ্কাৰভাৱে আমাক দিয়ে ঃ

> "বাগিছাৰ কুলি কি জন্তু, কেনেকৈ থাকে, পাঠক শুনা। গাৰ বৰণ যাৰ আঁওসি নিশাতকৈও কলা, দাঁতবোৰ যাৰ পিঠাগুৰিতকৈও বগা, ঘৰত যাৰ ময়না, গাহৰি, কুকুৰ, হাটত (?) যাৰ ৰামধেনুৰ সাত বৰণীয়া সাৰি, হাটত যাৰ দেৰ হতীয়া বোল দিয়া বিলাতী ছাতা, আৰু চাহ গছৰ মাজত যাৰ হাতত কোৰ, কাছি, পাছি, এনে হেন মানবাকৃতিকে কুলি বুলিব পাৰি।"[২৯]

## ৮.১৬ নৈষ্ঠিক হিন্দু ৰত্নেশ্বৰ মহন্ত

আসাম বন্ধু, জোনাকী কাকতত চিন্তাশীল লেখকৰূপে পৰিচয় দিয়া আৰু নগাঁও কাছাৰী ঘৰত কেৰাণীৰূপে জীৱন নিৰ্বাহ কৰা ৰত্নেশ্বৰ মহন্ত ডাঙৰীয়া আছিল ৰক্ষণশীল হিন্দু সমাজৰ এজন প্ৰতিভূ। এটি বৈষ্ণৱ পৰিয়ালত জন্ম গ্ৰহণ কৰা বাবে মহন্তৰ চিন্তা-চৰ্চাতো এটি বৈষ্ণৱী সাঁচ পৰিলক্ষিত হোৱা দেখা যায়। মহন্তৰ দ্বাৰা ৰচিত কৱিতা হাৰৰ

আগছোৱাৰ 'স্তুতি' নামৰ প্ৰথম কবিতাটোতেই তেওঁ নিৰাকাৰৰূপী ভগৱানক প্ৰাৰ্থনা কৰিছে আৰু আনকো সেই নিৰাকাৰৰূপী মহাশক্তিক উপাসনা কৰি তাৰ নাম-কীৰ্তন প্ৰচাৰ কৰিবলৈ উপদেশ দিছে—

"মহাশক্তি ৰূপে থাকি প্ৰতি পদাৰ্থত,
সংসাৰৰ ক্ৰিয়া কাণ্ড চলায় সতত,
হেন মহাপুৰুষক নিতে
উপাসনা কৰা শুদ্ধচিতে,
ভজি তাক শুদ্ধ কৰা মন,
কৰা তাৰ মহিমা কীৰ্ত্তন।" ৩০

অকল সেয়ে নহয়, মহন্তই হিন্দু শাস্ত্ৰকাৰসকলৰ বহুতো ৰক্ষণশীল মত গ্ৰহণ কৰিছিল। তাৰ ভিতৰত 'মনু'ৰ উপদেশাৱলীয়ে তেওঁৰ মন বাৰুকৈয়ে আকৃষ্ট কৰিছিল। তেওঁ এঠাইত লিখিছে ঃ

"প্ৰাচীন সংহিতা শাস্ত্ৰাদি বহুত অৱশ্যে আমাৰ কৰতলীয়া নহয়, বহুত পণ্ডিতাদিৰ মুখে শুনিবলৈ পাইছোঁ আৰু যি দুই-চাৰিখন গ্ৰন্থ লগ পোৱা হৈছে, তাতো দেখিছোঁ, মহৰ্ষি মনুৰ মতেই সকলো বিষয়ত সকলোতকৈ প্ৰশংসনীয় আৰু লবলগীয়া। সংসাৰাশ্ৰমৰ বিষয়ে মনু সংহিতাৰ বহুত ঠাইত বহুতবিধ সাৰ গৰ্ভ উপদেশ পোৱা যায়। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ ভিতৰতো ঠায়ে ঠায়ে সংসাৰ সম্পৰ্কীয় কথা-বাৰ্তা বহুত আছে; কিন্তু মহৰ্ষি মনুৰ বচনবিলাক সেইবিলাক সকলোতকৈ বহুত সাৰুৱা, এই বিষয়ত ক্ৰমান্বয়ে তেওঁ বহুত উপদেশ দিছে।" ৩১

মহন্ত ডাঙৰীয়াই নাৰীক আধুনিক ধৰণে শিক্ষা দিয়া আৰু স্বাধীনতা দিয়াত ঘোৰ বিৰোধী আছিল। 'মনু', 'ব্যাস' আদি প্ৰাচীন সংৰক্ষণশীল হিন্দু শাস্ত্ৰকাৰসকলৰ নীতিসমূহ আখৰে আখৰে পালন কৰিবলৈ তেওঁ অসমীয়া জীয়ৰী-বোৱাৰীসকলক উপদেশ দিছিল। আজি আৰু এই কথা কাকো বহলাই কোৱাৰ প্ৰয়োজন নাই যে মনুৰ নীতিসমূহ কেনে অমানৱীয়, বৰ্বৰ আৰু একপক্ষীয় আছিল। মনুৰ যুগৰ ভাৰতীয় সমাজখনৰ মনুৰ মতসমূহে প্ৰগতিৰ ৰথৰ চকাক পিছুফাললৈহে ঘূৰাবলৈ চেষ্টা কৰিছিল। দুৰ্ভাগ্যৰ কথা, এই একেই কামকেই কৰিবলৈ বিচাৰিছিল ঊনবিংশ শতিকাৰ আধুনিক শিক্ষাৰে শিক্ষিত অসমীয়া মধ্যবিত্ত ৰত্নেশ্বৰ মহন্তই! ধিক অসমীয়া মধ্যবিত্ত!! বলিনাৰায়ণ বৰাৰ দৰে মহন্তয়ো বিধবা বিবাহৰ সপক্ষে আৰু বাল্য বিবাহৰ বিপক্ষে ক'তো একো মাত মাতি যোৱা নাই। অথচ, এই বিষয়ত তেওঁলোক অজ্ঞাত আছিল বুলিবও নোৱাৰি। ইচ্ছাকৃতভাৱেই যেন তেওঁলোকে এই বিষয়ে গা এৰা দিছিল বুলি ভবাৰ থল আছে।

## ৮.১৭ আৰ্য্যাভিমানী লম্বোদৰ বৰা

আনহাতে, ব্যঙ্গ সাহিত্যিক লম্বোদৰ বৰাও ৰত্নেশ্বৰ মহন্তৰ পথৰে অভিযাত্ৰী আছিল বুলি ক'লে নিশ্চয় অত্যুক্তি কৰা নহ'ব।

হিন্দু ধৰ্মত হোৱা সংস্কাৰবাদী আন্দোলনে অসমীয়া সমাজলৈ যি পৰিৱৰ্তনৰ সোঁত বোৱাই আনিছিল তাত তেওঁ সুখী হ'ব পৰা নাছিল যেন ধাৰণা হয়। 'সদানন্দৰ নতুন অভিধান' নামৰ তেওঁৰ ব্যঙ্গাত্মক ৰচনাখনত ইয়াৰ কিছু আভাস পাব পাৰি ঃ

> "ধৰ্ম্ম?" ৰাম! ৰাম! ধৰ্ম্ম বড় অপ্ৰবিত্ৰ বস্তু। আজিকালি সভ্যতাৰ কোবত, বিজ্ঞান বা অজ্ঞানৰ বলত সকলোৱে ধৰ্ম্ম এড়িছে; প্ৰায় সকলো ঠাইৰে পৰা ধৰ্ম্ম বহিষ্কৃত হইছে; দেখক, ইস্কুলত ধৰ্ম্ম নাই, কলেজত ধৰ্ম্ম নাই, সভাত ধৰ্ম্ম নাই, বাতৰি কাকতত ধৰ্ম্ম নাই, ধৰ্ম্ম-মন্দিৰতো ধৰ্ম্ম নাই; "ধৰ্ম্মৰ কথা লেখা নাযায়" এই বুলি জাননী নিদিলে তোমাৰ কাকত কোনেও নলয়; যেই তুমি ধৰ্ম্মৰ কথা লিখিলা, তোমাৰ কাকত সকলোৱে পৰিত্যাগ কৰিবলৈ ধৰিলে, তোমাক পগলা বুলি গালি পাৰিবলৈ ধৰিলে। তেন্তে "ঈশ্বৰ"? তেওঁৰো দশা তথৈৱচ। মিলৰ (Mill) 'মি'টো নৌপাওঁতেই যেয়ে মিলৰ নাম শুনিছে, সেয়ে অনন্ত ঈশ্বৰৰ অন্ত পাই নাস্তিক হইছে, আৰু মনে মনে ভাবিছে— "ময়ো এজন মিল।"[৩২]

'আনন্দৰাম বৰুৱা' প্ৰবন্ধটোত বৰাই প্ৰাচীন ভাৰতৰ আৰ্যসকলৰ ধৰ্ম-দৰ্শনক লৈ প্ৰশংসাত পঞ্চমুখ হৈ পৰিছে। সেই অতীত গৌৰৱত তেওঁ আত্মবিস্মৃত হৈ ব্ৰিটিছ সাম্ৰাজ্যবাদীৰ শাসনত সেইবোৰ লোপ পাবলৈ ধৰাত তেওঁ গভীৰ বেদনাত চিঞৰি উঠিছে ঃ

> "কিন্তু ভাৰতৰ আজি সেই দিন নাই। সেই মহাবীৰ ক্ষত্ৰিয়সকল নাই; সেই তপোবন ঋষিসকল নাই; সেই কবি, সেই ধৰ্মবীৰ, সেই ৰাজনৈতিক পুৰুষ আজি নাই। আগৰ উদ্যাম, একতা, জাতীয় গৌৰৱ নাই, হিমালয় আছে, তপস্যা নাই; গঙ্গা-সৰস্বতী আছে, বেদধ্বনি নাই; ব্ৰাহ্মণ আছে নৱগুণ নাই। আগৰ সভ্যতা, আগৰ আচাৰ-ব্যৱহাৰ, আগৰ নীতি-নিয়ম, উৎসাহ প্ৰায় একোৱেই নাই। ভাৰতত আছে আজি বহু পাপ, তাপ, ৰোগ, শোক আৰু দুৰ্ভিক্ষ। ভাৰত আজি প্ৰায় ৰসাতল। চন্দ্ৰ-সূৰ্য্য বংশৰ ঘোৰ অভিমানী বংশধৰসকলে পৰৰ সেৱা কৰি চাউল মুকলি কৰিছে। ভাৰতৰ শিক্ষাগুৰু ব্ৰাহ্মণ জাতিয়ে আজি আনৰ পৰা শাস্ত্ৰ বুজি লৈছে। আৰু বিধৰ্ম্মীৰ পৰা শাস্ত্ৰ জ্ঞানৰ নিদৰ্শন পত্ৰ পাই নিজক কৃতাৰ্থ আৰু গৌৰৱশালী মানিছে। নৈতিক বলৰ লগতে হিন্দু জাতিৰ প্ৰায়ে সকলো ওখ ভাব লোপ পাইছে, ভাৰতৰ গৌৰৱ সূৰ্য্য মাৰ গৈছে, ভাগ্য লক্ষ্মীয়ে সাগৰত বুৰ মাৰিছে।"[৩৩]

কিন্তু হিন্দু ধৰ্ম-সংস্কৃতিত যে বহুখিনি সীমাবদ্ধতা আছিল আৰু সেই সীমাবদ্ধতাৰ বাবেই যে পাশ্চাত্য সভ্যতা-সংস্কৃতিয়ে হিন্দু ধৰ্ম্ম-সংস্কৃতি আৰু সভ্যতাৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ সুবিধা পাইছিল— এই ঐতিহাসিক সত্যটো মানি ল'বলৈয়ো যেন আৰ্য্যাভিমানী লম্বোদৰ বৰা নাৰাজ আছিল।

## ৮.১৮ লক্ষ্মীনাথ বেজবৰুৱাৰ ভূমিকা

সি যি কি নহওক, উনবিংশ শতিকাৰ শেষৰফালে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া ধৰ্মৰ ক্ষেত্ৰখনত এক নতুন মাত্ৰা আৰু চেতনাৰ জন্ম দিয়ে। কলিকতাত পঢ়ি থকা কালৰে পৰাই বংগৰ শিক্ষা-সংস্কৃতি, হিন্দু ধৰ্মৰ সংস্কাৰবাদী আন্দোলন আৰু ৰাজনৈতিক আবেদন-নিবেদন আন্দোলনে তেওঁৰ চিন্তাক বিধৌত কৰি ৰাখিছিল। তেওঁ ব্ৰাহ্ম ধৰ্মৰ দ্বাৰা আকৃষ্ট হৈছিল। আনকি তেওঁৰ বিয়াখনো ব্ৰাহ্ম ধৰ্মৰ মতৰেই হৈছিল ঃ

> "অৱশ্যে আমাৰ বিয়াত 'হোম পোৰা' হোৱা নাছিল, কাৰণ আদি ব্ৰাহ্ম সমাজৰ বিধিমতে আমাৰ বিয়া হৈছিল; তাত হোম পুৰি বিয়া দিয়াৰ নিয়ম নাই; শালগ্ৰাম আৰু হোমৰ বাহিৰে হিন্দু বিয়াৰ সকলো আচৰৰ ব্যৱস্থা তাত আছে।"[৩৪]

প্ৰণিধানযোগ্য যে ব্ৰাহ্ম ধৰ্মই একাংশ শিক্ষিত অসমীয়া মধ্যবিত্তৰ চেতনাক উদ্বেলিত আৰু প্ৰগতিমুখী কৰি তুলিলেও এই সংস্কাৰবাদী ধৰ্মীয় আন্দোলন অসমত বেছি দিন স্থায়ী হৈ নাথাকিল। গোড়া হিন্দু সমাজৰ তীব্ৰ বিৰোধিতা আৰু অসমীয়া মধ্যবিত্তৰ মাজত গঢ় লৈ উঠা জাতীয়তাবোধেই ইয়াৰ বাবে দায়ী হ'ব পাৰে বুলি আমি ভাবোঁ। বেজবৰুৱাও শেহলৈ শংকৰদেৱ প্ৰবৰ্তিত নাম ধৰ্মত আশ্ৰয় লয় আৰু শংকৰদেৱৰ বিশাল প্ৰতিভাক নামঘৰৰ মণিকূটৰ পৰা উলিয়াই আনি জনসমাজত প্ৰতিষ্ঠা কৰে। বেজবৰুৱাই শংকৰদেৱৰ নাম ধৰ্মৰ প্ৰতি আকৃষ্ট হোৱাৰ প্ৰেৰণা ঘাইকৈ দুটা উৎসৰ পৰা পোৱা বুলি আমি ভাবোঁ। প্ৰথমে, পৰিয়াল সূত্ৰে পোৱা প্ৰেৰণা। পিতৃ দীননাথ বেজবৰুৱাই মহাপুৰুষীয়া পথৰ মতাৱলম্বী হৈ নিজ ঘৰত নিতৌ পুৱা-গধূলি যি ভকতীয়া বৈষ্ণৱী পৰিবেশৰ সৃষ্টি কৰিছিল সেই পৰিবেশে লক্ষ্মীনাথৰ মনত বাৰুকৈয়ে সাঁচ বহুৱাইছিল। পিতৃৰ পৰা পোৱা শ্ৰীমদ্ভাগৱতৰ শাস্ত্ৰ জ্ঞানে তেওঁক যথেষ্ট শিক্ষাও দিছিল। বেজবৰুৱাই এই কথা পিতৃৰ জীৱন চৰিতত নিজেও স্বীকাৰ কৰিছে ঃ

> "পিতৃ ডাঙৰীয়াৰ এই সংক্ষিপ্ত জীৱন চৰিত লিখকে যি অলপ-অচৰপ শাস্ত্ৰজ্ঞান লাভিছে, তাৰ ঘাই ভেটি, নৈমিষাৰণ্যৰ বিখ্যাত সৌতি শৌনকৰ ধৰ্ম্মসত্ৰৰ নিচিনা ডাঙৰীয়াৰ সেই ক্ষুদ্ৰ শাস্ত্ৰ-সত্ৰইহে বুলিব লাগে।"[৩৫]

আনহাতে, বেজবৰুৱাই শংকৰী ধৰ্মৰ প্ৰতি আকৃষ্ট হোৱাৰ দ্বিতীয় প্ৰেৰণা পাইছিল তেওঁৰ জাতীয়তাবোধৰ পৰা। ৰামমোহনৰ দ্বাৰা প্ৰচাৰিত আদি ব্ৰাহ্ম সমাজে যি মূৰ্তিপূজা বিৰোধী একেশ্বৰবাদৰ ধাৰণা প্ৰচাৰ কৰিছিল সেই মূৰ্তিপূজা বিৰোধী একেশ্বৰবাদ

বেজবৰুৱাই শংকৰদেৱৰ নৱবৈষ্ণৱ ধৰ্মত দেখা পাইছিল। যিহেতু যেতিয়া তেওঁ এইদৰে গায় ঃ

"মোক গুৰু লাগে ময়ি শিক্ষিত শিষ্য,
জগতক জাননী দিলোঁ।
জগতৰে গুৰু শ্ৰীশংকৰ ঘৰতেই
অন্ধলাই নেদেখিলোঁহে গুৰু শংকৰ"

তেতিয়া বেজবৰুৱাৰ জাতীয়তাবাদী মনটো আমাৰ আগত উদ্ভাসিত হৈ উঠে।

সি যি নহওক, একেশ্বৰবাদৰ দ্বাৰা উদ্বুদ্ধ হৈ বেজবৰুৱাই সমগ্ৰ মানৱ জাতিলৈয়ো এইদৰে আহ্বান জনাইছে ঃ

"এতেকে হে জগতবাসী! হে ভাৰতবাসী! হে অসমবাসী! শঙ্কৰদেৱে দিয়া উপদেশমতে, হে খ্ৰীষ্টান! খ্ৰীষ্টই দিয়া উপদেশমতে, হে মুছলমান! মহম্মদে দিয়া উপদেশমতে, এক ঈশ্বৰত শৰণ লৈ ৰাম কৃষ্ণ হৰি বোলা, 'গড' বোলা, 'ফাদাৰ' অৰ্থাৎ পিতা বোলা আৰু মহম্মদে দিয়া মতে 'আল্লাহো আকবৰ' বোলা, নিশ্চয় মুক্তি পাবা, ভক্তি পাবা, শান্তি পাবা। শঙ্কৰ-মাধৱৰ কৃষ্ণই সাংখ্যৰ প্ৰকৃতি-পুৰুষৰ নিয়ন্তা কাল-মায়াদিৰ অধিকাৰী পৰমপুৰুষ পৰমেশ্বৰ, আৰু খ্ৰীষ্টৰ God the Father আৰু মহম্মদৰ 'আল্লাহো আকবৰ'।"[৩৬]

সেইবুলি তেওঁ ধৰ্মৰ ক্ষেত্ৰত গোড়া নাছিল। পিতৃ দীননাথ বেজবৰুৱাৰ কঠোৰ ধৰ্মীয় নিয়ম-শৃংখলাৰ প্ৰতিও তেওঁ আগ্ৰহ দেখুওৱা নাছিল। সেই সময়ৰ হিন্দু ধৰ্মৰ নামত বৰ্তি থকা নানা কু-সংস্কাৰ, অন্ধবিশ্বাস, জাত-পাত, উচ্চ-নীচ আদি সামন্তীয় ধ্যান-ধাৰণাবোৰৰ বিৰুদ্ধে তেওঁ ক্ষুৰধাৰ কলম চলাইছিল। বাল্য বিবাহৰ বিপক্ষে আৰু বিধৱা বিবাহৰ সপক্ষে তেওঁ দ্বিধাহীনভাৱে মত প্ৰকাশ কৰি গৈছে। ধৰ্মৰ ক্ষেত্ৰত তেওঁৰ এই উদাৰ আৰু প্ৰগতিশীল লেখনীসমূহ তেওঁৰ বিভিন্ন ৰচনাত সিঁচৰতি হৈ আছে। প্ৰবন্ধ দীঘলীয়া হোৱাৰ ভয়ত সেইবোৰ উদ্ধৃতি কৰাৰ পৰা বিৰত থাকিলোঁ। কিন্তু যেতিয়া বেজবৰুৱাই কয় যে ঃ

"ঈশ্বৰৰ বাহিৰে, ধৰ্ম্মৰ বাহিৰে মানুহৰ জীৱনত কি পাঠ্য আছে নাজানো। ঈশ্বৰৰ পৰা আঁতৰি, ধৰ্ম্মৰ পৰা আঁতৰিহে যেন আমাৰ জীৱন অপাঠ্য অধইচ হৈ পৰিছে তাত আমাৰ সন্দেহ নাই।"[৩৭]

তেতিয়া তেওঁৰ সমগ্ৰ প্ৰগতিশীল চিন্তা-চৰ্চাই শেষ বয়সত ওভোতামুখে গতি কৰা যেন আমাৰ সন্দেহ নোহোৱাকৈ নাথাকে। বেজবৰুৱাৰ এই কথাৰ পৰাই প্ৰতিপন্ন হয় যে তেওঁ গভীৰ ঈশ্বৰ বিশ্বাসী আছিল। অৱশ্যে আমি এই কথা পাহৰিলে নহ'ব যে তৎকালীন অসম তথা ভাৰতীয় সমাজ ব্যৱস্থাত বিভিন্ন ঐতিহাসিক কাৰণত ধৰ্মীয় গণ্ডীৰ বাহিৰ হৈ স্বাধীনভাৱে চিন্তা-চৰ্চা কৰাটো বেজবৰুৱাৰ পক্ষে সম্ভৱো নাছিল। তথাপি প্ৰাচীন হিন্দু ধৰ্মৰ খোলাটোৰ

পৰা ওলাই আহি তেওঁ শংকৰদেৱৰ যি মানৱতাবাদী ধৰ্ম-দৰ্শনৰ প্ৰচাৰত ব্ৰতী হৈছিল সিয়ে অসমীয়া সমাজত ইতিবাচক সঁহাৰি লাভ নকৰাকৈ থকা নাছিল। পৰিশেষত ক'বলৈ গ'লে বেজবৰুৱাই মহাপুৰুষীয়া ধৰ্মক এক নতুন ভাবমূৰ্তি দান কৰে।

## ৮.১৯ কমলাকান্ত ভট্টাচাৰ্যৰ ধৰ্মীয় চেতনা

উনবিংশ শতিকাৰ অসমৰ সমাজ আৰু সাহিত্যৰ জগতত তীব্ৰ খলকনি তোলা এগৰাকী সমাজ সংস্কাৰক আছিল কমলাকান্ত ভট্টাচাৰ্য। হিন্দু ধৰ্মৰ নানা ৰীতি-নীতি আৰু কু-সংস্কাৰে তেওঁৰ মন বিদ্ৰোহী কৰি তুলিছিল, যাৰ প্ৰতিধ্বনি আমি তেওঁৰ বিভিন্ন ৰচনাত শুনিবলৈ পাওঁ। তেওঁ হিন্দু ধৰ্মৰ তথাকথিত ৰীতি-নীতিৰ প্ৰতি ইমানেই বীতশ্ৰদ্ধ হৈ পৰিছিল যে ড° প্ৰফুল্ল দত্তগোস্বামীয়ে কোৱা মতে ঃ

> "এই আচাৰৰ বিৰুদ্ধে গৈয়ে তেওঁ গাৰ লগুণ ছিঙি পেলাইছিল; হালৰ মুঠিত ধৰিছিল, শালগ্ৰাম কৰিছিল কাগজ চেপি ৰখা পেইপাৰওৱেইট আৰু ভাৰতীয় প্ৰগতিৰ বাহক আৰু উপনিষদৰ যুগলৈ উভতি চোৱা ব্ৰাহ্ম পন্থৰ প্ৰতি শ্ৰদ্ধা দেখুৱাইছিল। অসমীয়া গোড়া বামুণ-গোসাঁইৰ ধাৰণাত তেওঁ আছিল মেলেচ। এতিয়া আমাৰ হাঁহি উঠিব, কিন্তু এসময়ত আত্মীয় কুটুম্বৰ ঘৰলৈ গ'লে সৰু ল'ৰা-ছোৱালীয়েও যদি তেওঁক চোৱে তেনেহ'লে সিহঁতে গা ধুব লাগিছিল।"[৩৮]

ব্ৰাহ্মণ-কায়স্থই হাল বোৱা, বিধৱা বিবাহৰ সন্দৰ্ভত কমলাকান্তই অসমৰ হিন্দু ধৰ্মৰ ধ্বজাধাৰীসকলক ধিক্কাৰ দি এঠাইত কৈছে ঃ

> "দেখা যায় ভাৰতৰ আন আন প্ৰদেশৰ মানুহে বৰ্তমান যুগধৰ্ম মতে চলিবলৈ সাজু হৈছে আৰু কোনো কোনো প্ৰদেশৰ ব্ৰাহ্মণ নেতাসকলেও নিজ হাতে নাঙ্গল ধৰি হাল বালে যে বামুণ-কায়স্থৰ জাত নাযায়, এনে আদৰ্শ দেখুৱা ত্ৰুটি কৰা নাই; কিন্তু আমাৰ অসমৰ ব্ৰাহ্মণ, কায়স্থ আদি ওখ শ্ৰেণীৰ মানুহে এনে পৰ্যন্ত আগৰ কু-সংস্কাৰৰ খামোচটিকেই ধৰি আছে। হাল বালে বামুণৰ জাতি যায়— কোন শাস্ত্ৰত লিখা আছে? যি স্থলত স্বয়ং ভগৱান হলিৰামে হাল বাই দেখাই গৈছে, আমি মানুহ কোন? সকলো দেশতে ব্ৰাহ্মণ, কায়স্থ আদি ওখ শ্ৰেণীৰ মানুহৰ যৌৱন-বিবাহ, বিধৱা বিবাহ চলোৱা আৰম্ভ হৈছে, আমাৰ অসমৰ ব্ৰাহ্মণ-কায়স্থসকলে এনে সমাজ সংস্কাৰ কৰিবলৈ অলপো মন কৰা নাই। ব্ৰাহ্মণ-কায়স্থ এই দুটি জাতিৰ বাহিৰে অসমত আন আন জাতিৰ ভিতৰত যৌৱন বিবাহ, বিধৱা বিবাহ আদিৰে পৰা প্ৰচলিত থাকিলেও আসামৰ ব্ৰাহ্মণ-কায়স্থৰ বিধৱাই যে সময়ে সময়ে জাতীয় অপমান আনে, ইয়াক তুচ্ছ কৰি এৰি দিব নোৱাৰি।"[৩৯]

জাত-পাতৰ নামত নিজেই জীৱনত বহুবাৰ নিৰ্যাতিত হোৱা কমলাকান্তই তেওঁৰ

ৰচনাত জাত-পাতৰ বহুতো ঘটনা দাঙি দেখুৱাইছে। এঠাইত তেনে এটি ঘটনা বৰ্ণনা কৰি তেওঁ লিখিছে ঃ

> "আজি দুবছৰমান হ'ল এজন গোসাঁয়ে এঠাইত দোকান এখন দিয়া দেখিছিলোঁ, চৰকাৰী আলিৰ কাষতে দোকানখন। আলি খাৱৈটিৰ সিপাৰে দোকান পতা হেতু এখন সৰু দলং দিয়া হৈছিল। খাটটিত একাঠুমান পানী। এটি আৰ্ৱঁৰীয়া ৰোগ থকা বঙালী কুলিয়ে দোকানলৈ মাল কিনিবলৈ আহি দলংখনৰ ওপৰতে বহিলহি। এনেতে হঠাৎ তাৰ আৰ্ৱঁৰীয়া ৰোগ উপস্থিত। সি দলংখনৰ পৰা মূৰটি তল কৰি পানীত পৰিল। সেই দোকনখনত হোনো সেই সময়ত গোসাঁয়ে সৈতে অনেক মানুহ আছিল। কুলিটিক চুলে জাত যায়, পৰাচিত লাগে বুলি তাক কোনেও দাঙি নধৰিলে। তাক মৰিবলৈকে দিলে। পিছে সি মৰাত গোসাঁয়ে ১০টকা ৰূপ খৰছ কৰি বহু দূৰৰ পৰা বঙ্গাল কুলি অনাই তাক পোতাই থোৱালে।"[৪০]

আন এবাৰ তেওঁ দুজন বন্ধুৰ সৈতে এজন গোসাঁই প্ৰভুক সাক্ষাৎ কৰিবলৈ গৈছিল। সেই সময়ত এটা নিয়ম আছিল যে সত্ৰৰ গোসাঁই-মহন্তৰ আগত ভকতসকলে মাটিত লেপেটা কাঢ়ি বহিব লাগে। তেওঁলোকক বহিবলৈ কোনো ধৰণৰ আসন দিয়া নহৈছিল। আনকি কঠ-ঢাৰিও। আনহাতে গোসাঁয়ে নিজে ৰাজ সিংহাসনসদৃশ আসনত উপবিষ্ট হৈ ভকতক সাক্ষাৎ দিছিল। ইয়াৰ ফলত ভকতসকলৰ কাপোৰ-কানি বিস্তৰ নষ্ট হৈছিল। এই কথা বিবেচনা কৰিয়েই কমলাকান্তই 'নিজৰ নিকা সাজটি সলাই হেন্দোলৰ পৰা কঢ়া-আজোৰাকৈ বন্ধুৰ ধোবাৰ ঘৰলৈ দিবলৈ ৰখা মলিয়ন সাজটি পিন্ধি' 'গোসাঁই ঈশ্বৰক' সাক্ষাৎ কৰিলেগৈ। কিন্তু গোসাঁই প্ৰভুৱে কমলাকান্তক লেতেৰা কাপোৰ পিন্ধি যোৱা বাবে অপমানজনকভাৱে যি আদৰ-অভ্যৰ্থনা জনালে তাত তেওঁ টিঙিৰি তুলা যেন হৈ পৰিছিল। শিষ্যক মাটিত বহিবলৈ দিয়া কাৰ্যৰ বিৰুদ্ধে অগ্নি কবিজনাৰ বিদ্ৰোহী মনটোৱে গোসাঁই প্ৰভুৰ ওচৰত কেনেদৰে প্ৰতিবাদ সাব্যস্ত কৰিছে চাওক ঃ

> "মই গোসাঁই ঈশ্বৰৰ আগত বহিবলৈ বগা থণ্ডা খোজা নাই, কিন্তু ক'বলৈ গ'লে গোটেইখিনি সমজুৱাকে যদি গোসাঁই ঈশ্বৰে বগা থণ্ডাত বহুৱাই নিজে মাটিত বহে তেনেহ'লে গোসাঁই ঈশ্বৰৰ কান্তি অতি অধিককৈ চৰিবহে, নুটুটে। গুৰু-শিষ্যৰ সম্বন্ধত সখিত্ব ভাবহে, গুৰুৱে শিষ্যক দাসভাৱে দেখাটো পবিত্ৰ বৈষ্ণৱ ধৰ্মৰ সাৰ মত নহয়।"[৪১]

উঁৱলি যাবলৈ ধৰা সামন্ততন্ত্ৰৰ ধ্বজাধাৰী গোসাঁই-মহন্তৰ উগ্ৰ জাতিদম্ভ, ভেম আৰু মান-মৰ্যাদাৰ ওপৰত অগ্নিকবিজনাৰ এয়া যেন আছিল নিৰ্মম পদাঘাত!

হিন্দু ধৰ্মৰ নামত ব্ৰাহ্মণ-গোসাঁই-মহন্তই অসমীয়া সমাজত যি জাত-পাত, উচ্চ-নীচ পৰিবেশৰ সৃষ্টি কৰিছিল সেইবোৰৰ বিৰুদ্ধে ভট্টাচাৰ্যই অকল প্ৰতিবাদ কৰিয়েই এৰা নাছিল, সেইবোৰৰ প্ৰতিবিধানস্বৰূপে তেওঁ পথ নিৰ্দেশনাও দি গৈছে ঃ

> "অসমীয়া জাতিক যদি নাম নুমাবলৈ নিদি ৰক্ষা কৰাৰ কিবা উপায় আছে সি কেৱল জাতিভেদ বৰ্জিত সৰল প্ৰেমেৰে বন্ধা একতা। আমাক শঙ্কৰদেৱৰ প্ৰবৰ্তিত বৈষ্ণৱ ধৰ্মেহে একতা আনি দিব পাৰিব।"[৪২]

মন কৰিবলগীয়া যে ব্ৰাহ্ম সমাজৰ সংস্কাৰবাদী আন্দোলনৰ দ্বাৰা সিক্ত কমলাকান্ত ভট্টাচাৰ্যই শংকৰদেৱৰ বৈষ্ণৱ ধৰ্মৰ ওপৰত আস্থা প্ৰকাশ কৰাটোৱেই তেওঁৰ ধৰ্মীয় চিন্তাৰ আন এটা দিশ আমাৰ চকুৰ আগত দাঙি ধৰে। সি হ'ল তেওঁৰ জাতীয়তাবাদী দৃষ্টিভংগী। যেতিয়া তেওঁ কয় ঃ

> " শ্ৰীশঙ্কৰৰ নানা তৰহৰ কাৰ্য দেখি বুজা যায় তেৱেঁইহে ভগৱান শ্ৰী কৃষ্ণৰ গীতোক্ত জ্ঞান-যোগ, কৰ্ম-যোগ, প্ৰেম-যোগ আৰু ভক্তি যোগৰ আদৰ্শ গ্ৰহণ কৰিছিল। এনেহেন শ্ৰীশঙ্কৰক আমি অসমীয়াই অনুসৰণ নকৰা দোষতেই ধৰ্মহীন হৈছোঁ।"[৪৩]

তেতিয়া কমলাকান্তৰ জাতীয়তাবাদী দিশটোৱেহে আমাক বিশেষভাৱে সোঁৱৰাই দিয়ে।

সি যি কি নহওক, হিন্দু সমাজত দেখা দিয়া নানা ধৰণৰ কদাচাৰৰ বিৰুদ্ধে কমলা কান্তই বিদ্ৰোহ ঘোষণা কৰিলেও শেষ পৰ্যন্ত তেওঁ নাস্তিক হৈ পৰাগৈ নাছিল অৰ্থাৎ ধৰ্মৰ প্ৰতি, ঈশ্বৰ প্ৰতি তেওঁ আস্থাহীন হৈ পৰা নাছিল। আনকি "ঈশ্বৰ আছে, ঈশ্বৰক সহায় লৈ ৰাইজসকল, স্বৰাজ পাবলৈ খোপনি নেৰিবা।"[৪৪] বুলিহে তেওঁ দেশবাসীলৈ আহ্বান জনাই গৈছে! তেওঁৰ দৃষ্টিত ধৰ্ম আৰু কৰ্ম একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি। ধৰ্মৰ সংজ্ঞা দি তেওঁ কৈছে ঃ "নিয়ন্তাজনৰ নিয়ম-নীতি পালন কৰি কৰ্ম কৰাইহে ধৰ্ম।"[৪৫] প্ৰকৃতপক্ষে কমলাকান্ত ভট্টাচাৰ্য আছিল সমাজ সংস্কাৰকহে। ধৰ্মৰ নামত থকা জাতিভেদৰ দেৱালখন ভাঙি তাৰ ঠাইত এখন সংহতিপূৰ্ণ, সমৃদ্ধিশালী সমাজ গঢ়াটোৱেই আছিল তেওঁৰ জীৱনৰ ব্ৰত। হিন্দু ধৰ্মৰ পৰা নানা কু-সংস্কাৰ, অন্ধবিশ্বাসবোৰ আঁতৰ কৰি সমাজত বিশুদ্ধ বৈদিক ধৰ্ম প্ৰতিষ্ঠাৰ হকেহে তেওঁ বেছি জোৰ দিছিল। কিন্তু ধৰ্মৰ প্ৰতি দেখুওৱা তেওঁৰ সেই বিদ্ৰোহাত্মক দৃষ্টিভংগীয়ে তৎকালীন অসমীয়া সমাজক প্ৰভাৱিত নকৰাকৈ থকা নাছিল। এই কথা আজি আৰু অস্বীকাৰ কৰাৰ কোনো থল নাই যে কমলাকান্ত ভট্টাচাৰ্যৰ দৰে জাত-পাতহীন, প্ৰগতিশীল চিন্তাবিদসকলৰ বাবেই আজিৰ অসমত জাত-পাত, উচ্চ-নীচৰ প্ৰভাৱ বহুখিনি লোপ পালে।

### ৮.২০ পদ্মনাথ গোহাঞিবৰুবাৰ দৃষ্টিভঙ্গী

ব্যক্তিগত জীৱনত পদ্মনাথ গোহাঞিবৰুৱা আছিল আউনীআটি সত্ৰৰ শিষ্য।[৪৬] ধৰ্মৰ অলৌকিক জগতখনত গোহাঞিবৰুৱা শুচিবায়ুগ্ৰস্ত নাছিল যদিও তেওঁৰ অচলা ৰাজভক্তিয়ে তেওঁৰ ধৰ্মীয় চিন্তাক কলুষিত কৰি তুলিছিল। গোহাঞিবৰুৱাই সাহিত্য সভাৰ সভাপতিৰ অভিভাষণখনৰ এঠাইত লিখিছে ঃ

" আৰবীত কোৰাণ আৰু সংস্কৃতত বেদ- শাস্ত্ৰাদি লিপিবদ্ধ থকাৰ কাৰণে মুছলমান আৰু হিন্দুৰ জনসাধাৰণৰ ধৰ্মৰ প্ৰকৃত মৰ্ম্মৰ পৰা বহু নিলগত পৰিছেগৈ, আৰু তাৰফলত সিবিলাকৰ জাতীয় জীৱন ক্ৰমাৎ জুৰুলা হ'বলৈ ধৰিছে। ..... পূজা, সেৱা, যাগ-যজ্ঞ আৰু বিয়া-শ্ৰাদ্ধ ইত্যাদিত অপৈণত পূজাৰী, ধৰ্ম্মযাজক আৰু পুৰোহিতৰ অশুদ্ধ আৰু অস্পষ্ট উচ্চাৰণৰ প্ৰতিধ্বনি শুনি কণাই লাখুটি ধৰি বাট বুলাৰ দৰে অসমীয়া জনসাধাৰণ ধৰ্ম্মপথত আগবাঢ়িছে; কিন্তু কঠিন সংস্কৃত শ্লোকত লীন হৈ থকা ধৰ্ম্মৰ পৱিত্ৰ আৰু গভীৰ আধ্যাত্মিক ভাবৰ ওচৰ সীমাকে সিবিলাকে নাপায়গৈ। সেই কাৰণেই বৰ্তমান আমাৰ সমাজ ধৰ্ম্মৰ প্ৰকৃত মোল নুবুজা হৈ ক্ৰমাৎ তললৈ গৈছে, আৰু তাৰ লগে লগে আমাৰ জাতীয় জীৱন ক্ষীণাই মৰামুৰা হ'বলৈ ধৰিছে। এতেকে আমাৰ জাতীয় জীৱন পুনঃ টনকিয়াল কৰিবলৈ হ'লে, যিমান সোনকালে সম্ভৱ আমাৰ ধৰ্ম্ম-গ্ৰন্থাদি সংস্কৃতৰ পৰা অসমীয়ালৈ ভাঙি তাক জনসাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ আমাৰ জাতীয় চেষ্টা হ'ব লাগে। সেই একে কাৰণ আৰু উদ্দেশ্যেই আৰবী ভাষাৰ পৰাও কোৰাণৰ অসমীয়া ভাঙনি ওলাব লাগে।"[৪৭]

গোহাঞিবৰুৱাৰ এই ব্যাখ্যা ওপৰে ওপৰে চাবলৈ গ'লে যদিও সুচিন্তিত যেন লাগে তথাপি গভীৰভাৱে বিবেচনা কৰিলে ই বিভ্ৰান্তিকৰ আৰু সত্যৰ অপলাপৰ বাহিৰে আন একো নহয়। যিহেতু মূল সংস্কৃত বা আৰবী ভাষাৰ পৰা ধৰ্ম্ম শাস্ত্ৰবোৰ অসমীয়া ভাষালৈ অনুবাদ নকৰাৰ বাবেই তৎকালীন অসমত 'জাতীয় জীৱন ক্ৰমাৎ জুৰুলা' হোৱা বা 'জাতীয় জীৱন ক্ষীণাই মৰামুৰা' হোৱা নাছিল। 'জাতীয় জীৱন ক্ৰমাৎ জুৰুলা' হোৱাৰ ঘাই কাৰণ আছিল ইংৰাজ সাম্ৰাজ্যবাদী শাসক-শোষক শ্ৰেণীৰ অবাধ শোষণ-লুণ্ঠনহে। অৱশ্যে এই কথা স্বীকাৰ্য্য যে সেই অনুবাদবোৰে আমাৰ সাহিত্যক নিশ্চয় চহকী ক্ৰি তুলিলেহেঁতেন; কিন্তু সেইবুলি সেইবোৰে বিদেশীৰ শাসনৰ তলত শোষণ-নিষ্পেষণেৰে জৰ্জৰিত হোৱা অসমীয়া প্ৰজাৰ জীৱনৰ মান যে উন্নত কৰি তুলিব পাৰিলেহেঁতেন সেই কথা ভবাজনক বাস্তৱ জ্ঞানশূন্য ব্যক্তি বুলি অভিহিত নকৰাকৈ থাকিব নোৱাৰি। কোৱা বাহুল্য যে নিৰ্ভেজাল ৰাজভক্তি আৰু সমাজৰ গভীৰতম অন্তঃস্থললৈ যাবলৈ সমৰ্থ হোৱা নাছিল বাবেই গোহাঞিবৰুৱাৰ চিন্তাত এই ধৰণৰ বিভ্ৰান্তি ঘটিবলৈ সুবিধা পাইছিল।

গোহাঞিবৰুৱাৰ আন কিছুমান উক্তিতো আমি সেই একেই বিভ্ৰান্তি দেখিবলৈ পাওঁ। তেওঁ চৰিত্ৰবল সু-সংগঠিত কৰিবলৈ হ'লে ঈশ্বৰক একান্ত ভক্তি আৰু শ্ৰদ্ধা কৰিব লাগে বুলি অসমৰ ছাত্ৰ শক্তিক উপদেশ দি গৈছে। তেওঁ কৈছে ঃ

"ভক্তি, শ্ৰদ্ধা, প্ৰীতি যাৰ আচৰণ, তাৰ লগতে চৰিত্ৰৰ সৰ্বসঙ্গতি পিছে সেই চৰিত্ৰবল লাভ কৰাৰ উজু উপায় কি? সেই বলৰ আধাৰ ঈশ্বৰত একান্ত ভক্তি। সেই বল সংৰক্ষণৰ সুব্যৱস্থা কি? সেই বলদাতা ভগৱন্তত অটল বিশ্বাস। পৰমেশ্বৰত বিশ্বাস থাকিলেই

চৰিত্ৰ সংৰক্ষিত হয়। কাৰণ সত্য, সুন্দৰ, পবিত্ৰ ঈশ্বৰক ভক্তি কৰোঁতে তেওঁৰ ঐশ্বৰিক বল মানবাত্মাত প্ৰতিভাত হয় আৰু তেওঁত বিশ্বাস থাকিলেই সেই ঐশ্বৰিক বলৰ অপব্যৱহাৰ নোহোৱাকৈ সি ৰক্ষিত হয়। ঈশ্বৰৰ অপ্ৰিয়ভাজন হোৱাৰ ভয়তে পাপ কাৰ্য্যৰ পৰা বিৰত হোৱা যায় আৰু ঈশ্বৰৰ প্ৰিয়পাত্ৰ হোৱাৰ আকাঙ্ক্ষাতে পূণ্য কৰ্ম্ম সাধনলৈ ধাউতি বাঢ়ে।"[৪৮]

গোহাঞিবৰুৱাৰ এই উক্তিৰ মাজত আমি যেনেকৈ এফালে তেওঁৰ ঈশ্বৰ বিশ্বাসী মনটোৰ পৰিচয় পাওঁ ঠিক আনফালে বিচাৰি পাওঁ তেওঁৰ ভাববাদী ব্যাখ্যাক; যিহেতু, ঈশ্বৰৰ ওপৰত অটল বিশ্বাস ৰাখিলেই মানুহৰ চৰিত্ৰবল সুসংগঠিত নহ'বও পাৰে। আজি আৰু এই কথা কাকো বহলাই কোৱাৰ প্ৰয়োজন নাই যে ঈশ্বৰত বিশ্বাস ৰখা সমাজৰ অধিকাংশ লোকেই চৰিত্ৰৰ ক্ষেত্ৰত হীন, অধঃপতিত। দুৰ্নীতিপৰায়ণ, নানা ধৰণৰ অবৈধ আৰু অনীতি কাৰ্য কৰা লোকেই আজি ঈশ্বৰৰ ওচৰত নিতৌ পুৰা-গধূলি ধূপ-ধূনা জ্বলায়! এই ক্ষেত্ৰত ঈশ্বৰ বিশ্বাস বা ধৰ্ম বিশ্বাস তেওঁলোকৰ এখন মুখাহে। অৱশ্যে এই কথা অস্বীকাৰ কৰিবও নোৱাৰি যে ঈশ্বৰ বিশ্বাস বা ধৰ্ম বিশ্বাসে মানুহক বহু সময়ত মানসিক শান্তি দিয়ে। বিশেষকৈ মানুহ যেতিয়া নিঃসহায় অৱস্থাত পৰে। প্ৰকৃততে বাস্তৱ সমাজৰ পৰিৱেশেহে মানুহৰ চৰিত্ৰ গঠনত গুৰুত্বপূৰ্ণ ভূমিকা লয়। জন্মতে মানুহে কেতবোৰ ভাল-বেয়া প্ৰবৃত্তি লৈ আহিলেও সামাজিক পৰিৱেশে তাৰ ওপৰত পূৰ্ণ প্ৰভাৱ খটুৱায় আৰু সেই প্ৰভাৱৰ ফলতেই মানুহৰ চৰিত্ৰই এক বিশেষ ( ভাল বা বেয়া) দিশৰ ফালে গতি কৰে। সামাজিক পৰিৱেশ সংহতিপূৰ্ণ, সংগঠিত আৰু সুন্দৰ হ'লে মানুহৰ চৰিত্ৰ সুসংগঠিত হয় আৰু সামাজিক পৰিৱেশ কদৰ্যপূৰ্ণ হ'লে মানুহৰ চৰিত্ৰ অধঃপতিত বা অধোগামী হয়— এই চৰম সত্যটো উপলব্ধি কৰিব নোৱাৰাৰ বাবেই গোহাঞিবৰুৱাই মানুহৰ চৰিত্ৰ গঠনত ঈশ্বৰৰ ওপৰত ভৰসা ৰাখিব লগা হৈছে!

আনহাতে ব্ৰিটিছ শাসক শ্ৰেণীৰ প্ৰতি ভক্তিত গদ্‌গদ্ হৈ ভাববাদী দৃষ্টিৰে তেওঁ ঘোষণা কৰিছে— ঈশ্বৰ আৰু ৰজা অভিন্ন! গতিকে দুই পক্ষকেই সমানে শ্ৰদ্ধা-ভক্তি কৰিব লাগে। এই সন্দৰ্ভত তেওঁ অসমৰ ছাত্ৰসকলক উপদেশ দিছে ঃ

> "ব্ৰহ্মাণ্ডৰ পতি যেনে ঈশ্বৰ, তেওঁৰ আৰ্হিৰেই তেওঁৰে সৃষ্ট ভূমণ্ডলৰ পতি ভূপতি। ঈশ্বৰ ভক্তি আৰু ঈশ্বৰত বিশ্বাসত যিদৰে চৰিত্ৰ সংগঠিত আৰু সংৰক্ষিত হয়, ৰাজভক্তি আৰু ৰাজ বিশ্বাসতো সেইদৰে চৰিত্ৰ গঠিত আৰু ৰক্ষিত হয়। ..... এতেকে ছাত্ৰ শক্তিয়ে বিশেষকৈ অসমীয়া ছাত্ৰৰ সন্মিলিত শক্তিয়ে নেদেখা ভাগত ঈশ্বৰ আৰু দেখা ভাগত ৰজা এই দুই মহা শাসন শক্তিৰ অধীনে গন্তব্য বাটত সংযতভাৱে বাট পালে সংসাৰৰ অপায়-অমঙ্গললৈ যে ভয় নাথাকে তাত সন্দেহ নাই।"[৪৯]

এয়া যেন মধ্যযুগৰ সুবিধাভোগী যাজক-পুৰোহিত শ্ৰেণীয়ে কৰা উক্তিকেই উনবিংশ শতিকাৰ পাশ্চাত্য শিক্ষাৰে শিক্ষিত গোহাঞিবৰুৱাই কৰা পুনৰুক্তি! পদ্মনাথৰ এই উক্তিৰ পৰা স্পষ্টভাৱেই প্ৰতিভাত হৈছে যে 'দেখা ভাগত ৰজাই' নানা ধৰণৰ স্বৈৰাচাৰী কাৰ্য, দুৰ্নীতি আৰু প্ৰজাক শোষণ-নিপীড়ন কৰিলেও ছাত্ৰ শক্তিয়ে তাৰ প্ৰতি মনোযোগ দিব নেলাগে। যিহেতু ৰজা হ'ল প্ৰজাৰ পতি অৰ্থাৎ পালন কৰ্তা। গতিকে তেওঁৰ কাৰ্যত দোষ ধৰিলে তেওঁক অসন্মান আৰু অশ্ৰদ্ধা কৰা হয়। হায়! উনবিংশ শতিকাৰ শিক্ষিত অসমীয়া বুদ্ধিজীৱী!!

## ৮.২১ নৈষ্ঠিক হেমচন্দ্ৰ গোস্বামী

জোনাকীযুগীয়া ধনুৰ্ধৰসকলৰ অন্যতম পণ্ডিত হেমচন্দ্ৰ গোস্বামী আছিল ধৰ্মৰ ক্ষেত্ৰত নৈষ্ঠিক আৰু শুচিবায়ুগ্ৰস্থ। আধুনিক যুগৰ নৱবাৰ্তা তেওঁ লাভ কৰিলেও কেতবোৰ সামন্তযুগীয় ধ্যান-ধাৰণাৰ পৰা তেওঁ সম্পূৰ্ণৰূপে মুক্ত হ'ব পৰা নাছিল। তেওঁ জন্মান্তৰবাদ বা প্ৰেতাত্মাত বিশ্বাসী আছিল।[৫০]

এটি সত্ৰীয়া পৰিয়ালত (পিতৃ ডম্বৰুধৰ গৌৰাঙ্গ সত্ৰৰ অধিকাৰী আছিল) জন্মগ্ৰহণ কৰা বাবে গোস্বামী ডাঙৰীয়া শুচিবায়ুগ্ৰস্থও হৈ পৰিছিল। এই সন্দৰ্ভত তেখেতৰ জীৱনীকাৰ বেণুধৰ শৰ্মাই লিখিছে: "শ্ৰাদ্ধত লগাবলৈ উপায়ন-বস্তু সকলো পবিত্ৰ হ'ব লাগে। পবিত্ৰতা ৰক্ষা কৰাত তেখেত ইমান চিকাচন্দা আছিল যে বজাৰৰ চাউলকো অশুচি বুলিহে ভাবিছিল।"[৫১]

উনবিংশ শতিকাৰ এজন শিক্ষিত অসমীয়া মধ্যবিত্ত হিচাপে গোস্বামী ডাঙৰীয়াৰ এনে ধৰণৰ সামন্তযুগীয় ধ্যান-ধাৰণা নিঃসন্দেহে অসমৰ উত্তৰ পুৰুষৰ বাবে এক অস্বস্তিকৰ বিষয়।

## ৮.২২ যুক্তিবাদী সত্যনাথ বৰা

হেমচন্দ্ৰৰ বিপৰীতে সত্যনাথ বৰাক এই ধৰণৰ কু-সংস্কাৰ আৰু অন্ধবিশ্বাসৰ প্ৰতি কোনো ধৰণৰ আগ্ৰহ প্ৰকাশ কৰা আমি দেখিবলৈ নাপাওঁ। এই ক্ষেত্ৰত তেওঁ বিজ্ঞান-চৰ্চাৰ প্ৰতিহে আগ্ৰহ প্ৰকাশ কৰিছে। 'বস্তু বিজ্ঞান অধ্যয়ন' নামৰ ৰচনাখনত তেওঁ কৈছে:

> "কুসংস্কাৰ উদ্‌গতি পথৰ এটা বাধা। জাতীয় কু-সংস্কাৰে জাতীয় উদ্‌গতিৰ পথ, আৰু ব্যক্তিৰ কু-সংস্কাৰে ব্যক্তিৰ উদ্‌গতিৰ পথ ভেটে। বিজ্ঞানৰ জ্ঞানে এই ভেটা ভাঙি উদ্‌গতিৰ পথ মোকলাই দিয়ে। বহুত চহা মানুহে ধনগুলৈক প্ৰেতৰ মায়া বুলি বিশ্বাস কৰে, কিছুমানে পৃথিৱীখন হাতীৰ পিঠিত আছে বুলি বিশ্বাস কৰি, সেই হাতীয়ে গা

লৰালে ভূমিকম্প হয় বুলি ভাবে। এইবিলাক সামান্য কু-সংস্কাৰৰ দৃষ্টান্ত, ইয়াতকৈ গুৰুতৰ বিষয়ত মানুহৰ কু-সংস্কাৰ আছে। বিজ্ঞান শিক্ষা কৰিলে তেনে কু-সংস্কাৰ থাকিব নোৱাৰে। বিজ্ঞান শিক্ষাৰ পৰা বস্তুৰ মূল তত্ত্ব জনা যায়, গতিকে সেই বস্তু সম্বন্ধে মানুহৰ মনত কোনো মিছা সংস্কাৰ জন্মিব নোৱাৰে। পানী কাষৰীয়া ঠাইত গধূলি মলিয়ন বস্তুৰ ভাপ ওলায়, সেই ভাপ বাজৰ পৰিষ্কাৰ বায়ুত পৰিলে জ্বলি উঠে, এই কথা যি জানে সি ধনগুলৈক প্ৰেতৰ মায়া বুলি কেতিয়াও নাভাবে। কিন্তু এনে কথা বিজ্ঞান শিক্ষাৰ পৰাহে জানিব পাৰি। এতেকে বিজ্ঞানত ভালকৈ জ্ঞান জন্মিলে মানুহৰ মনৰ পৰা বহুত কু-সংস্কাৰ পলাবলৈ বাধ্য হয়।"[৫২]

পশ্চিমীয়া যুক্তিবাদ আৰু বিজ্ঞানে কিছুসংখ্যক অসমীয়া মধ্যবিত্তৰ মনক কেনেদৰে প্ৰগতিশীল আৰু যুক্তিবাদী কৰি তুলিছিল তাৰ প্ৰমাণ সত্যনাথ বৰাৰ এই উক্তিটোতেই লুকাই আছে।

## ৮.২৩ মফিজুদ্দিন আহমদ হাজৰিকাৰ দৃষ্টিভংগী

জ্ঞানমালিনীৰ কবি মফিজুদ্দিন আহমদ হাজৰিকায়ো যে ধৰ্মৰ ক্ষেত্ৰত উদাৰ আছিল সেই কথা তেওঁৰ তলৰ কথাকেইষাৰিয়েই প্ৰমাণ দিয়েঃ

"ধৰ্মৰ 'ধ'টোকে নেজানো অথচ তাক লৈয়ে বিবাদ। দিনে-ৰাতিয়ে মাথোন ধনৰ পূজা কৰিয়েই তত্ নাই। থৰ-কাছুটি এৰি মাথোন পেট পূজাৰ ব্যৱস্থা কৰি ফুৰোঁতেই বিচেষ্টা আৰু বিতত এনে স্থলত ধৰ্ম লৈ কিহৰ মনোবাদ? মহা ধৰ্ম একেটাই। দেশ-কাল পাত্ৰভেদে তাক বেলেগ গঢ়েৰে দেখা যায়। যেনেকৈ বস্তি এগছি— ৰঙা, বগা, সেউজীয়া, হালধীয়া বিতচকু লগাই চালে বেলেগ বেলেগ ধৰণৰ দেখি, সাইলাখ সেইদৰে বেলেগ বেলেগ ভাবত, বেলেগ বেলেগ সম্প্ৰদায়ৰ মানুহবিলাকেও যি যেনে সমাজত ডাঙৰ হৈছে, যি যেনে কথাবিলাক উপৰিপুৰুষৰ পৰা শুনি আহিছে, ঠিক তেনে সংস্কাৰ, তেনে, জ্ঞানৰ ভেটিৰ ওপৰতে নিজৰো মনৰ ভাব মিলাই নিজ নিজ অন্তৰত ধৰ্মৰ ৰূপ একোটি গঢ়ি গঢ়ি থিয় কৰি থৈছে। ধৰ্মৰ সেই ৰূপটিৰ লগত অলপ অমিল হ'লেই কিবা কিবা, কেনেবা কেনেবা বিজাতীয় ভাব স্বভাৱতে সকলোৰে মনত উদয় হয়। ইয়াৰ পৰাই মানুহৰ মনত আচহুৱা আৰু অমিল ভাবৰ সৃষ্টি। কিন্তু সি একো কথা নহয়। মুকুতা সদায় মুকুতা, সি শোকোতা হ'ব নোৱাৰে। গোবৰৰ পৰা উলিয়াওক বা জাবৰৰ পৰাই উলিয়াওক, মুকুতা সদায় মুকুতা। সেই মুকুতা হিন্দুৰ মানত যেনে বহুমূলীয়া মুছলমানৰ মানতো তেনে আপুৰুগীয়া। এইখিনিতে আমি ভাই ভাই বুলি হাত মিলাব পাৰোঁহক— ভাই ভাই বুলি আঁকোৱালি ধৰিব পাৰোঁহক। জ্ঞান অনন্ত। জ্ঞানৰ দৰে পবিত্ৰ বস্তু একো নাই। জ্ঞান বিবৰ্জিত ধৰ্ম ধৰ্মই নহয়।"[৫৩]

তথাপি এই কথা নকৈ নোৱাৰি যে ধৰ্মই এই বাস্তৱ সমাজখনক মায়া, দুখ-যাতনাৰে ভৰপূৰ বুলি ক'বলৈ শিকোৱা কথাটোত কবি হাজৰিকাই অন্তঃকৰণেৰে বিশ্বাস কৰিছিল। সেয়েহে তেওঁৰ কবিতাত গভীৰ দুঃখবোধ, সংস্কাৰৰ প্ৰতি বিৰাগ আৰু নৈৰাশ্য ভাব প্ৰবল ৰূপত প্ৰতিভাত হৈছেঃ

"আহা! কেনে নিজমীয়া,— কেনে নিজঞ্জাল!
যেনি চাওঁ, দেখা পাওঁ,— নিমাত নিতাল!
কাঁহী পৰি যায় জীণ,— গভীৰ গহীন!
কিযে এটি বাজি আছে নিৰাশাৰ বীণ।
কিযে এটি কেনে জানো বিণ্ডা-ভাব ধৰা
ৰই ৰই বায়ু বয় মৈদামৰ পৰা
কিযে এটি ছাটি-ফুটি বেজাৰৰ ঠাই
শুনো যেন কিবা হেন কান্দে— হায়! হায়!"[৫৪]

## ৮.২৪ ভোলানাথ দাসৰ ঈশ্বৰ চিন্তা

সেই যুগৰ কবি-সাহিত্যিকৰূপে প্ৰখ্যাত হোৱা ভোলানাথ দাসো ঈশ্বৰ চিন্তাৰ পৰা মুক্ত নাছিল। **কৰিতামালাৰ** অন্তৰ্গত 'ঈশ্বৰলৈ সেৱা' নামৰ কবিতাটোত দাসে ভাববাদী দৃষ্টিভংগীৰে ছাত্ৰ-ছাত্ৰীক এইদৰে উপদেশ দিছেঃ

"যি জনে কৰিলে এই সৃষ্টি নিৰমাণ।
যাৰ আদেশত বায়ু শীতলয় প্ৰাণ।।
যাৰ আজ্ঞা শিৰে ধৰি চন্দ্ৰ-সূৰ্য্য-গ্ৰহ।
অবিশ্ৰামে নিজ পথে ঘূৰে অহৰহ।।
ফুলয় বনত ফুল অতি মনোৰম।
ধৰে বৃক্ষ পক্ক ফল অমৃতৰ সম।।
যাৰ কৃপাবলে জন্মি যত জীৱগণ।
আনন্দে সংসাৰ মাজে কৰন্ত ভ্ৰমণ।
হেৰ ল'ৰা! সি জন, যোড়হাতে কৰি।
সেবিবা আনন্দ দিবস শৰ্ব্বৰী।"[৫৫]

## ৮.২৫ উদাৰপন্থী নবীনচন্দ্ৰ বৰদলৈ

হিন্দু ধৰ্মৰ ওপৰত ভক্তি আৰু আস্থা ৰাখিলেও কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে কিন্তু আন ধৰ্মৰ প্ৰতি অনাদৰ আৰু অসহনশীল হৈ পৰাগৈ নাছিল। এই সন্দৰ্ভত তেখেতৰ

সুযোগ্যা জীয়ৰী প্ৰয়াত নলিনীবালা দেৱীয়ে এঠাইত লিখিছে ঃ

> "ধৰ্মৰ প্ৰতি তেখেতৰ দৃষ্টি সদায় মুকলি আৰু উদাৰ আছিল। নৈষ্ঠিক হিন্দু হিচাপে স্ব-ধৰ্মৰ প্ৰতি তেখেতৰ অনুৰাগ আছিল। নিতৌ নিয়মমতে তেখেতে নিজৰ সন্ধ্যা আহ্নিক কৰিছিল। কিন্তু তেখেতৰ স্ব-ধৰ্মৰ এই অনুৰাগে অন্য ধৰ্মৰ প্ৰতি তেখেতক বিৰাগী কৰি তোলা নাছিল, তেখেতৰ ওচৰত কোৰাণ এখনি পবিত্ৰ গ্ৰন্থ আছিল। জেলত থাকোঁতে তেখেতে সদায় কোৰাণ পাঠ কৰা কথা আমি জানো। হাতে মতাই গ্ৰন্থও তেখেতে অনুবাদ কৰিছিল। বাইবেলৰ বহুতো নীতি-বচন শুনোৱা আজিও মনত পৰে। ধৰ্মৰ বিচাৰত তেখেত উদাৰ মতাৱলম্বী হ'লেও নাস্তিক নাছিল।"[৫৬]

মন কৰিবলগীয়া কথাটো হ'ল যে ভাৰতৰ স্বাধীনতা আন্দোলনে বিশেষকৈ অস্পৃশ্যতা বৰ্জন আদি ইয়াৰ আনুষংগিক আন্দোলনবোৰে ধৰ্মৰ প্ৰতি লোৱা অসমীয়া মধ্যবিত্তৰ পূৰ্বৰ দৃষ্টিভংগীক বহুখিনি শিথিল কৰি তোলে। ফলত এই ক্ষেত্ৰত তেওঁলোকে লাভ কৰে এক মানৱতাবাদী বিশ্ববীক্ষা। নক'লেও হ'ব স্বাধীনতা আন্দোলনৰ এজন অগ্ৰণী কৰ্মী নবীনচন্দ্ৰ বৰদলৈও এই ক্ষেত্ৰত প্ৰেৰণা লাভ কৰিছিল স্বাধীনতা আন্দোলনৰ পৰাই।

## ৮.২৬ একেশ্বৰবাদী কনকলাল বৰুৱা

প্ৰত্নতত্ত্ববিদ, গৱেষক কনকলাল বৰুৱাৰ ধৰ্মীয় দৃষ্টিভংগী আছিল একেশ্বৰবাদী। এঠাইত তেখেতে লিখিছে ঃ

> "শঙ্কৰৰ প্ৰদৰ্শিত ধৰ্মই সনাতন ধৰ্ম। আজিকালি ভাৰতবৰ্ষময় সনাতন ধৰ্মৰ ৰোল উঠিছে। এই ধৰ্ম শিক্ষাৰ্থে হিন্দু বিশ্ববিদ্যালয় স্থাপন কৰাৰ কাৰণে দেশৰ চিন্তাশীল লোকবিলাকে যত্ন কৰিব লাগিছে আৰু সেই যত্ন যে সোনকালে ফলদায়ক হ'ব তাত সন্দেহ নাই। সেয়ে হ'লে এই ধৰ্ম ভাৰতীয় হিন্দুবিলাকৰ একমাত্ৰ ধৰ্ম হ'ব। তেতিয়া নানা পন্থ, নানা আচাৰ গুচি ভাৰতবৰ্ষত আকৌ বিশুদ্ধ বৈদিক ধৰ্ম বিস্তাৰ হ'ব। জগদীশ্বৰৰ কৃপাত যেন সেই শুভদিন শীঘ্ৰে হয় এই প্ৰাৰ্থনা।"[৫৭]

বহলাই নক'লেও হ'ব স্বৰ্গীয় বৰুৱাই কোৱা এই 'সনাতন ধৰ্ম' বা 'বিশুদ্ধ বৈদিক ধৰ্ম'ই হ'ল একেশ্বৰবাদী ধৰ্ম।

## ৮.২৭ উপসংহাৰ

ঊনবিংশ শতিকাৰ পৰা বিংশ শতিকাৰ আদিভাগলৈকে এই সমস্ত কালছোৱাৰ অসমীয়া মধ্যবিত্তৰ ধৰ্ম-চিন্তাৰ বিষয়ে পৰ্যবেক্ষণ কৰি আমি দেখিছোঁ যে কোনো এজনেই ধৰ্মৰ গণ্ডীৰ পৰা, ঈশ্বৰ চিন্তাৰ পৰা আঁতৰি অহা নাছিল। এওঁলোকৰ বেছিভাগেই আছিল

ধৰ্ম-সংস্কাৰপন্থী। হিন্দু ধৰ্মত দেখা দিয়া নানা অনীতি, কু-সংস্কাৰবোৰ আঁতৰ কৰি তাৰ ঠাইত বিশুদ্ধ বৈদিক ধৰ্ম প্ৰতিষ্ঠা কৰাই এওঁলোকৰ বহুতৰে লক্ষ্য আছিল। তাকে কৰিবলৈ যাওঁতে এওঁলোকৰ একাংশই ব্ৰাহ্ম ধৰ্মত দীক্ষিত হৈছিল আৰু আন একাংশই শংকৰদেৱৰ নাম ধৰ্মত আশ্ৰয় লৈছিল। আনহাতে, হিন্দু ধৰ্মৰ সংস্কাৰ নিবিচৰাসকলে এওঁলোকৰ পৰা কিছু আঁতৰত ৰৈ গৈছিল। মন কৰিবলগীয়া কথাটো হ'ল যে একেশ্বৰবাদত বিশ্বাসী শংকৰী ধৰ্মৰ মাজত সোমোৱা কেৰোণসমূহ আঁতৰ কৰিবলৈ নিবিচৰা গোড়া শংকৰী, বৈষ্ণৱীসকলেও এই স্থিতাৱস্থাবাদীসকলৰ লগত যোগ দিছিল। এওঁলোকে যেন সমাজৰ ৰথৰ চকৰীক ওলোটামুখে ঘূৰাবলৈ বৃথা চেষ্টা চলাইছিল! কিন্তু ধৰ্মৰ যে নিজা কোনো অস্তিত্ব নাই, ই যে বাস্তৱ সমাজৰে প্ৰতিফলন— এনেবোৰ কথা এওঁলোকৰ কোনোৱেই ধৰ্মৰ গণ্ডীৰ পৰা বাহিৰ হৈ স্বাধীনভাৱে চিন্তা কৰিব পৰা নাছিল। এইখিনিতে আমি এঙ্গেল্‌ছৰ এষাৰি কথা উল্লেখ কৰিব খুজিছোঁ। এণ্টি ডুৰিং গ্ৰন্থৰ এঠাইত তেওঁ লিখিছে ঃ

> "All religion, however, is nothing but the fantastic reflection in men's minds of those external forces which control their daily life, a reflection in which the terrestrial forces assume the form of supernatural forces."[২৮]

উনবিংশ শতিকাতে ঘোষণা কৰি যোৱা এঙ্গেল্‌ছৰ এনে ধৰণৰ বস্তুনিষ্ঠ কথাবোৰ সেই শতিকাৰ অসমীয়া মধ্যবিত্তই বুজিব পৰা নাছিল। আনকি একেশ্বৰবাদী ধৰ্মৰ সন্দৰ্ভত এঙ্গেল্‌ছে এনে ধৰণৰ সত্যও উদ্‌ঘাটন কৰি গৈছে ঃ

> "At a still further stage of evolution, all the natural and social attributes of the numerous gods are transferred to one almighty god, who is but a reflection of the abstract man, Such was the origin of monotheism, ......"[২৯]

শংকৰী ধৰ্মত আশ্ৰয় গ্ৰহণ কৰি একেশ্বৰবাদৰ হকে ওকালতি কৰা লক্ষ্মীনাথ বেজবৰুৱাকে আদি কৰি আধুনিক মনৰ অসমীয়া মধ্যবিত্তই যেন এনে ধৰণৰ মৌলিক কথা চিন্তাই কৰিব পৰা নাছিল।

ধৰ্ম হ'ল, কোৱা বাহুল্য, শাসক আৰু সমাজৰ সুবিধাভোগী শ্ৰেণীটোৰ নিজৰ স্বাৰ্থ সিদ্ধি কৰাৰ এক মুখ্য উপায়। দেশখনৰ সাধাৰণ জনতাক 'ধৰ্মৰ আফিং' খুৱাই তেওঁলোকে মুনাফা আদায় কৰে। দেখাত তেওঁলোকেও পুৱা-গধূলি ধূপ-ধূনা জ্বলাই দেৱ-দেৱীৰ ওচৰত সেৱা কৰে। কিন্তু সেইয়া তেওঁলোকৰ এখন মুখাহে। সাম্ৰাজ্যবাদী ইংৰাজ শাসকসকলেও তেওঁলোকৰ শোষণৰ জাল অসমৰ সৰ্বত্ৰত বিস্তাৰ কৰিবলৈ ধৰ্মৰ ওচৰত আশ্ৰয় লৈছিল। শাসন-শোষণৰ সুবিধাৰ্থে তেওঁলোকে সুদূৰ আমেৰিকাৰ পৰা খ্ৰীষ্টিয়ান মিছন্যাৰীসকলক মাতি আনি অসমত বহুৱাইছিল। যদিও অসমৰ গোসাঁই-মহন্ত-পুৰোহিত শ্ৰেণীৰ পদমৰ্যাদাত ব্ৰিটিছ চৰকাৰে কিছু আঘাত হানিছিল তথাপি অসমৰ প্ৰাতিষ্ঠানিক ধৰ্মবোৰৰ ওপৰত

চৰকাৰে কেতিয়াও হাত দিয়া নাছিল একমাত্ৰ শাসন-শোষণৰ স্বাৰ্থতেই। অসমৰ সত্ৰানুষ্ঠানসমূহৰ ওপৰত ইংৰাজ প্ৰশাসকসকলৰ কেনে ধৰণৰ সহানুভূতি আছিল আৰু সেই অনুষ্ঠানসমূহৰ অধিকাৰী প্ৰভুসকলে ( একমাত্ৰ গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামী আৰু দুখনমান সত্ৰৰ বাহিৰে) ইংৰাজ শাসক শ্ৰেণীৰ লগত প্ৰকাশ্যে কেনেদৰে সম্পৰ্ক ৰাখি চলিছিল সেই বিষয়ে আমি আন এক প্ৰবন্ধত বিস্তাৰিতভাৱে আলোচনা কৰি দেখুৱাইছোঁ।"[৬০]

ধৰ্মই মানুহক সৎ জীৱন-যাপন কৰিবলৈ শিকালেও সি যে নিজে শোষক শ্ৰেণীৰ শোষণৰ হাতিয়াৰ হৈ পৰে সেই কথা নতুন অসমীয়া মধ্যবিত্তই যেন বুজিব পৰা নাছিল। এফালে বিদেশী শাসক শ্ৰেণীয়ে প্ৰজাক কৰা ৰাজনৈতিক-অৰ্থনৈতিক শোষণ-নিষ্পেষণ আৰু আনফালে ধৰ্মৰ ধ্বজাধাৰীসকলৰ দ্বাৰা কৰা ধৰ্মীয় শোষণ-নিষ্পেষণত অসমীয়া সাধাৰণ জনতাৰ দুখ-দুৰ্গতিৰ সীমা নোহোৱা হৈছিল। ধৰ্মৰ এই বৰমূৰীয়াসকলে আনকি আইন নিজৰ হাতত তুলি লৈ প্ৰজাক সাধাৰণ দোষতে লঘু-গুৰু শাস্তি বিহিবলৈও কুণ্ঠিত নহৈছিল। ধৰ্মগুৰুসকলে আইন নিজৰ হাতত তুলি লোৱাৰ অৰ্থ আছিল নিজৰ শ্ৰেণীস্বাৰ্থ সুৰক্ষিত কৰা। এই সন্দৰ্ভত গুণাভিৰাম বৰুৱাৰ এটি মন্তব্য প্ৰণিধানযোগ্য ঃ

> "কোনো কোনো মহন্তসকলে তেওঁলোকৰ এই ক্ষমতা বড়কৈ কুব্যবহাৰ কৰিবলৈ ধৰিছে। পূৰ্ব্বে এই দণ্ডৰ দ্বাৰা সমাজৰ উপকাৰ হোৱাটো উদ্দেশ্য আছিল। এতিয়া মহন্তৰ কোনো কোনোজনে নিজৰ উপকাৰহে বাঞ্ছে। এতিয়া ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যৰ প্ৰতি তেনে সৰল আশা নেদেখি। ধৰ্ম্মৰ নিমিত্তে  ধৰ্ম্ম প্ৰচাৰ গুছি কেৱল তেওঁবিলাকৰ উপাৰ্জ্জনৰ অৰ্থেহে ধৰ্ম্ম প্ৰবৰ্ত্তোৱা হেন অনুমান হব লাগিছে। সেই কাৰণে লোকসকলৰ অনেক অশ্ৰদ্ধা দেখি।"[৬১]

ধৰ্মগুৰুসকলৰ এই ধৰ্মীয়-শোষণৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ অসমীয়া মধ্যবিত্তৰ সাহস আৰু মনোবল দুয়োটাই নাছিল। কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীনাথ বেজবৰুৱা আদি দুই-একে ইয়াৰ বিৰুদ্ধে মাত মাতিলেও বেছিভাগ অসমীয়া মধ্যবিত্তই এই ক্ষেত্ৰত আছিল নিৰ্বিকাৰ, উদাসীন। এওঁলোকৰ বেছিভাগেই ভাবিছিল ধৰ্মৰ বিৰুদ্ধে মাত মাতিলেই সমাজত সুস্থিৰতা আৰু শৃংখলতা হেৰুৱাব। ইয়াৰ বিপৰীতে অসমীয়া মধ্যবিত্তই বিদ্ৰোহ ঘোষণা কৰিছিল ইংৰাজ সাম্ৰাজ্যবাদীৰ লগৰীয়া হৈ অহা বঙালী আমোলাসকলৰ বিৰুদ্ধেহে। তেওঁলোকে অসমীয়া জাতিৰ মূল শত্ৰুৰূপে চিনাক্ত কৰিছিল বঙালী আমোলাসকলকহে। বিদেশী শাসকশ্ৰেণী আৰু স্থিতাৱস্থাবাদী ধৰ্মগুৰুসকলৰ ছত্ৰছায়াত থাকি তেওঁলোকে বিমল আনন্দ অনুভৱ কৰিছিল আৰু অসমৰ উন্নতি এই দুই মহাশক্তিয়েহে কৰিব পাৰিব বুলি এওঁলোকৰ বহুতেই অন্তঃকৰণেৰে বিশ্বাস কৰিছিল। তৎকালীন অসমত অসমীয়া মধ্যবিত্তৰ এনে ভূমিকা নিঃসন্দেহে দুৰ্ভাগ্যজনক আছিল।

ধৰ্ম-দৰ্শনৰ জগতখন হ'ল ভাববাদী জগত। জীৱন-জগতৰ বিষয়ে ব্যাখ্যা দিওঁতেও ই ভাববাদী দৃষ্টিৰেহে দিয়ে। আনহাতে ভাববাদী চিন্তাত চেতনাই মুখ্য স্থান অধিকাৰ কৰিছে। সকলো ভাববাদী দৰ্শনে কয় যে চেতনাৰ পৰাহে বস্তু জগতৰ উদ্ভৱ হৈছে। কিন্তু এই চেতনা নিৰালম্ব নহয় নাইবা ই ওপৰৰ পৰা সৰি পৰা বস্তুও নহয়। ই হ'ল এবিধ সামাজিক উৎপাদন। প্ৰকৃততে ব্যক্তিক সচেতন কৰি তোলাৰ বস্তুগত ভিত্তি হ'ল আমি বসবাস কৰা সমাজখনহে । **The Germon Ideology** গ্ৰন্থত মাৰ্ক্স-এঙ্গেল্‌ছে এই সন্দৰ্ভত ঘোষণা কৰিছে ঃ

> "Consciousness is, therefore, from the very begining a social product, and remains so as long as men exit at all. Consciousness is at first, of course, merely consciousness concerning the *immediate* sensuous environment and consciousness of the limited connection with other persons and things outside the individual who is growing self conscious."[৬২]

উনবিংশ শতিকাতে কৈ যোৱা মাৰ্ক্স-এঙ্গেল্‌ছৰ এনেবিধ সত্যও অসমীয়া মধ্যবিত্তৰ চকুত ধৰা পৰা নাছিল। আনকি তেওঁলোকে এনেবোৰ কথা হৃদয়ঙ্গম কৰিব পৰা নাছিল বাবেই সংসাৰখন কেৱল মায়া, দুখ-যতনাৰে ভৰপূৰ বুলি এক নিৰাশাবাদী মত পোষণ কৰিবলৈ লৈছিল যাৰ প্ৰতিফলন তেওঁলোকৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাহিত্য চিন্তাত ঘটিছিল। চিন্তাশীল সমালোচক, বুদ্ধিজীৱী ড° হীৰেন গোহাঁইদেৱে এইবোৰ কথা গভীৰভাৱে পৰ্যবেক্ষণ কৰি সঠিকভাৱেই কৈছে ঃ

> "জোনাকী যুগৰ লেখকসকলৰ মাজত মধ্যযুগীয়া সামন্ততান্ত্ৰিক সমাজৰ সংসাৰ বৈৰাগ্য আৰু দুখবোধ প্ৰৱল। বেজবৰুৱাৰ "জয়মতী কুঁৱৰী" নাটৰ ডালিমীৰ সপোন যেনে মোহলগা তেনে গভীৰভাৱে মৰ্মস্পৰ্শী আধ্যাত্মিক সহিষ্ণুতাৰ দুখ বৰণ কৰিব পৰা জয়মতীৰ চৰিত্ৰ। ৰজনীকান্ত বৰদলৈৰ উপন্যাসসমূহত নতুন মানৱীয় প্ৰমূল্য ৰোমাণ্টিক প্ৰেমক যেনেকৈ অসমীয়া মাত-কথা, আচাৰ-ব্যৱহাৰ, নিভাঁজ সাজপাৰ পিন্ধাই শুৱনি আৰু সুৱলা কৰা হৈছে, তেনেকৈ উপন্যাসবোৰৰ সামৰণিত সংসাৰ বৈৰাগ্যৰ হুমুনিয়াহে ধৰ্মীয় সান্ত্বনাৰ মাজেদি ভুমুকি মাৰিছে। উল্লেখ কৰিব পৰা যায় উনবিংশ শতিকাৰ শেহভাগত প্ৰকাশিত মফিজুদ্দিন আহমেদ হাজৰিকাৰ "জ্ঞান মালিনী" কবিতাৰ পুথিতো সংসাৰৰ প্ৰতি কবিৰ মোহতকৈ বহুগুণে প্ৰবল হৈ বাজিছে মোহমুক্তি আৰু বৈৰাগ্যৰ করুণ গহীন সুৰ।"[৬৩]

এইখিনিতে আন এজন সমালোচকৰ মন্তব্যও প্ৰণিধানযোগ্য ঃ

> "সাংস্কৃতিক ক্ষেত্ৰত সাম্ৰাজ্যবাদে আমদানি কৰা পশ্চিমীয়া শিক্ষা-সংস্কৃতিৰ লগত প্ৰাচীন ভাৰতীয় সংস্কৃতিৰো বিৰোধ উপস্থিত হৈছিল। প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ

ৰক্ষণশীল চৰিত্ৰৰ কাৰণেই আধুনিক শিক্ষাৰে শিক্ষিত মানুহক আকৰ্ষণ কৰিব পৰা নাছিল। কিন্তু বেজবৰুৱাৰ যুগৰ শিল্পী-সাহিত্যিকসকলে প্ৰাচীন ভাৰতীয় ধৰ্মীয় দৰ্শন অথবা ইংৰাজ কবি-সাহিত্যিকৰ জীৱন দৰ্শনৰ কোনো এটাকে সম্পূৰ্ণৰূপে গ্ৰহণ কৰিব নোৱাৰিলে। নতুন ভাবধাৰা আমদানি হ'ল; কিন্তু সিবিলাকৰ কোনো দাৰ্শনিক শিপা আমাৰ পৰম্পৰাৰ ভেটিত সোমাই নগ'ল। কবি-সাহিত্যিকসকলৰ অনেকেই আধুনিক চিন্তাধাৰা জনপ্ৰিয় কৰিও প্ৰাচীন ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ প্ৰভাৱতে থাকি যোৱাত বেজবৰুৱা যুগৰ সাহিত্যত দাৰ্শনিক চিন্তাৰ অভাৱ পৰিলক্ষিত হ'ল।"[৬৪]

সি যি নহওক, ঊনবিংশ শতিকাৰ অসমীয়া মধ্যবিত্তৰ দাৰ্শনিক আৰু ধৰ্ম চিন্তাৰ সন্দৰ্ভত থকা সীমাবদ্ধতাৰ কথা সমালোচনা কৰি উঠিও আমি এই কথা ক'বলৈ বাধ্য যে তৎকালীন অসমৰ আৰ্থ-ৰাজনৈতিক আৰু ঐতিহাসিক কাৰণতে তেওঁলোকৰ এই ভূমিকা আছিল স্বাভাৱিক। এটা পৰাধীন জাতিৰ প্ৰতিনিধি হিচাপে অসমীয়া মধ্যবিত্তৰ চিন্তা-চৰ্চাতো এই পৰাধীনতাৰ সুৰ শুনিবলৈ পোৱাটো একো আচৰিত নহয়। আৰু আচৰিত নহয় তেওঁলোকে তাহানি ঋষি-মুনিসকলে কৈ যোৱাৰ দৰে বাস্তৱ সংসাৰখন মায়া-মৰীচিকা বুলি গ্ৰহণ কৰাটোত। এই সন্দৰ্ভত ড° গোহাঁয়েও স্বীকাৰ কৰি কৈছে ঃ

> "ধৰ্মৰ প্ৰতি আনুগত্যৰ লগত জড়িত হৈ আছে পৰিদৃশ্যমান জগতক মায়া বুলি অবিশ্বাস কৰাৰ মনোভাব। যিমানেই উৎসাহী নহওক নতুন মধ্যবিত্তই যেন মনে মনে বুজিছিল সমাজ ব্যৱস্থা তেওঁৰ মনোমত কৰি গঢ়ি তোলাৰ ক্ষমতা তেওঁৰ নাই। সদা সৰ্বদায় তেওঁ অনুভৱ কৰিছিল ব্ৰিটিছ ৰাজৰ সোণৰ শিকলিৰ ঝন্‌ঝননি— যিডাল শিকলিকেই সমাজৰ শান্তি আৰু শৃংখলাৰ একমাত্ৰ নিৰ্ভৰযোগ্য বান্ধোন বুলি তেওঁ ভাবিছিল। তাৰ উপৰিও ব্ৰিটিছৰ সন্নিধ্য, আধুনিক শিক্ষা, কলিকতা আদি বেহা-বেপাৰৰ কেন্দ্ৰত গঢ়ি উঠা নতুন আচাৰ-নীতি আৰু মূল্যবোধৰ প্ৰভাৱ সত্ত্বেও দেশৰ মাটিত কামোৰ মাৰি ধৰি থকা সামন্তবাদৰ অৱশেষখিনিৰ হেঁচাই তেওঁৰ চিন্তা শৃংখলিত কৰিছিল। জাতিভেদৰ দুৰ্দান্ত প্ৰতাপ আৰু প্ৰভাৱৰ আগত ফৰাচী বিপ্লৱে শিকোৱা মানৱৰ মৌলিক সমতা আৰু মৈত্ৰীৰ আদৰ্শ সংকুচিত হৈ পৰিছিল। সেয়ে ধৰ্ম আৰু বিশ্বাসৰ সন্মুখত বিজ্ঞান আৰু যুক্তি দুৰ্বল বুলি মানিবলৈ শিক্ষিত অসমীয়া মধ্যবিত্তই বিশেষ আহুকাল পোৱা নাছিল। বেজবৰুৱা, বৰদলৈ, গোহাঁইবৰুৱা প্ৰভৃতিয়ে ধৰ্মৰ হৈ ওকালতি কৰোঁতে কোনো শক্তিমান প্ৰতিপক্ষৰ সন্মুখীন হ'ব লগা নহৈছিল।"[৬৫]

পৰিশেষত ইয়াকে ক'ব পাৰি যে যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ পৰা আৰম্ভ কৰি আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীনাথ বেজবৰুৱা আদি একাংশ প্ৰগতিশীল উদাৰনৈতিক অসমীয়া মধ্যবিত্তই যদিও ধৰ্ম আৰু ঈশ্বৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিব পৰা নাছিল তথাপি তেওঁলোকে ধৰ্মৰ গোড়ামি পথ ত্যাগ কৰি ধৰ্ম সংস্কাৰৰ বাবে যি এক কুহমীয়া উদ্যোগ লৈছিল সিয়ে অসমীয়া সমাজখনক বহুদূৰ আগুৱাই আনিছিল। ☐

## সূত্ৰ নিৰ্দেশ ঃ


১। গুণাভিৰাম বৰুৱা ঃ **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ**,অসম প্ৰকাশন পৰিষদ, গুৱাহাটী; পৃষ্ঠা- ১১, ১৯৯২, ছেপ্তেম্বৰ

২। গুণাভিৰাম বৰুৱা ঃ **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ**,অসম প্ৰকাশন পৰিষদ, গুৱাহাটী; পৃষ্ঠা- ২১, ১৯৯২, ছেপ্তেম্বৰ

৩। গুণাভিৰাম বৰুৱা ঃ **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ**,অসম প্ৰকাশন পৰিষদ, গুৱাহাটী; পৃষ্ঠা- ১৯, ১৯৯২, ছেপ্তেম্বৰ

৪। গুণাভিৰাম বৰুৱা ঃ **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ**,অসম প্ৰকাশন পৰিষদ, পৃষ্ঠা- ১৬, ছেপ্তেম্বৰ, ১৯৯২ চন, গুৱাহাটী

৫। Dr. Amalendu Guha ঃ **Medieval and Early Colonial Assam** p.209, K.P. Bagchi and Company, Calcutta/Delhi, 1991

৬। **বেণুধৰ শৰ্মা ৰচনাৱলী** ; তৃতীয় খণ্ড, পৃষ্ঠা- ২৯১, ১৯৮৭ জুন

৭। **বেণুধৰ শৰ্মা ৰচনাৱলী** ; তৃতীয় খণ্ড, পৃষ্ঠা- ২৯১, ১৯৮৭ জুন

৮। A.J. Moffat Mills ঃ **Report on the Province of Assam,** p.606, Publication Board, Assam, 1984, April

৯। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ১৩৬, সাহিত্য প্ৰকাশ, ১৯৮৮, ফেব্ৰুৱাৰী

১০। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ৪১, সাহিত্য প্ৰকাশ, ১৯৮৮, ফেব্ৰুৱাৰী

১১। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ৫৭, সাহিত্য প্ৰকাশ, ১৯৮৮, ফেব্ৰুৱাৰী

১২। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ৫৫, সাহিত্য প্ৰকাশ, ১৯৮৮, ফেব্ৰুৱাৰী

১৩। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ৩৭, সাহিত্য প্ৰকাশ, ১৯৮৮, ফেব্ৰুৱাৰী

১৪। মহেশ্বৰ নেওগ (সংকলিত আৰু পুনঃ সম্পাদিত) ঃ **অৰুনোদই,** পৃষ্ঠা- ৮২, অঃ প্ৰঃ পঃ, ১৯৮৩ চন

১৫। মহেশ্বৰ নেওগ (সংকলিত আৰু পুনঃ সম্পাদিত) ঃ **অৰুনোদই,** পৃষ্ঠা- ৮২৫, অঃ প্ৰঃ পঃ, ১৯৮৩ চন

১৬। **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ** ; পৃষ্ঠা- ১৫০/১৫১

১৭। নন্দ তালুকদাৰ (সংকলিত) : **আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ**, পৃষ্ঠা- ৯৭, লয়াৰ্চ বুক ষ্টল, গুৱাহাটী, ১৯৯২, অক্টোবৰ

১৮। **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ** : পৃষ্ঠা- ৩৭

১৯। গুণাভিৰাম বৰুৱা : **আসাম বুৰঞ্জী**, পৃষ্ঠা- ১৯৮, অঃ প্ৰঃ পঃ, ১৯৭২, ছেপ্তেম্বৰ

২০। **মাধ্যমিক অসমীয়া কথা চয়ন** ; পৃষ্ঠা- ৬/৭, দত্তবৰুৱা এণ্ড কোম্পানী, ১৯৭৪ চন

২১। নন্দ তালুকদাৰ (সম্পাদিত) : **কনকলাল বৰুৱা ৰচনাৱলী**, পৃষ্ঠা- ৫৯ অসম সাহিত্য সভা, ১৯৭৩ চন

২২। **The New National Dictionary** : p. 18, William Collins Sons and Co. Ltd, London and Glasgow, 1965

২৩। হেমচন্দ্ৰ বৰুৱা : **হেমকোষ**, পৃষ্ঠা- ২১১, ১৯৮৫ চন

২৪। শিৱনাথ বৰ্মন (সম্পাদিত) : **আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা**, বজিত কুমাৰ দেৱগোস্বামীৰ 'ঔপনিবেশিক আমোলত অসমীয়া বুদ্ধিজীৱীঃ হেমচন্দ্ৰ বৰুৱা' আৰু ইন্দিবৰ দেউৰীৰ 'হেমচন্দ্ৰ বৰুৱা আৰু গোষ্ঠীচেতনা' শীৰ্ষক প্ৰবন্ধদ্বয় দ্ৰষ্টব্য, ষ্টুডেন্ট ষ্টʼৰছ, গুৱাহাটী-১, ১৯৯৬

২৫। চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পাদিত) : **ৰাধানাথ চাংকাকতী**, পৃষ্ঠা- ৭৯, অসম প্ৰকাশন পৰিষদ, ১৯৭১ চন

২৬। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : **ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি**, পৃষ্ঠা- ৬০, অঃ প্ৰঃ পঃ, ১৯৮৫ ছেপ্তেম্বৰ

২৭। **বেণুধৰ শৰ্মা ৰচনাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ১৯৬, ১৯৮৫

২৮। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলিত) : **মৌ**, ভূমিকা দ্ৰষ্টব্য, পৃষ্ঠা- ৬/৭, অঃ প্ৰঃ পঃ, ১৯৮০, জুলাই

২৯। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলিত) : **মৌ**, পৃষ্ঠা- ৯, অঃ প্ৰঃ পঃ, ১৯৮০, জুলাই

৩০। যোগেন্দ্ৰ নাৰায়ণ ভূঞা (সম্পাদিত) : **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী**, পৃষ্ঠা- ১, অঃ প্ৰঃ পঃ, ১৯৭৭, আগষ্ট

৩১। যোগেন্দ্ৰ নাৰায়ণ ভূঞা (সম্পাদিত) : **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী**, 'ঘৈণীৰ কৰ্তব্য আৰু স্ত্ৰী শিক্ষা', প্ৰবন্ধ দ্ৰষ্টব্য, পৃষ্ঠা- ২১৯

৩২। ড° নগেন শইকীয়া (সংকলিত) : **আসাম বন্ধু**, পৃষ্ঠা- ২৮/২৯, অঃ প্ৰঃ পঃ, ১৯৮৪, জুন

৩৩। **মাধ্যমিক অসমীয়া কথা চয়ন** ; পৃষ্ঠা- ২৭/২৮, ১৯৭৪

৩৪। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ৬৪/৬৫

৩৫। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ১৩৪

৩৬। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ৪৪০

৩৭। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, পৃষ্ঠা- ৩৬৩। **তত্ত্ব-কথা গ্ৰন্থ** দ্ৰষ্টব্য

৩৮। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী** ভূমিকা দ্ৰষ্টব্য, পৃষ্ঠা- ৮, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৩৯। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ বচনাৱলী**, পৃষ্ঠা- ১১৪/১১৫, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৪০। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ বচনাৱলী**, পৃষ্ঠা- ১৩৪, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৪১। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ বচনাৱলী**, পৃষ্ঠা- ৪৭, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৪২। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ বচনাৱলী**, পৃষ্ঠা- ১৩৫, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৪৩। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ বচনাৱলী**, পৃষ্ঠা- ১৭৮/১৭৯, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৪৪। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ বচনাৱলী**, পৃষ্ঠা- ১৮৫, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৪৫। ড° প্ৰফুল্ল দত্তগোস্বামী (সম্পাদিত) : **কমলাকান্ত ভট্টাচাৰ্যৰ বচনাৱলী** ভূমিকা দ্ৰষ্টব্য, পৃষ্ঠা- ১৩৪, অঃ প্ৰঃ পঃ, ১৯৮২, ছেপ্তেম্বৰ

৪৬। পদ্মনাথ গোহাঞিবৰুৱা : মোৰ সোঁৱৰণী, পৃষ্ঠা- ৮১, অঃ প্ৰঃ পঃ, ১৯৮৭, আগষ্ট

৪৭। **গোহাঞিবৰুৱা বচনাৱলী** ; পৃষ্ঠা- ২৭৬/২৭৭, অঃ প্ৰঃ পঃ ১৯৮৭, এপ্ৰিল

৪৮। **গোহাঞিবৰুৱা বচনাৱলী** ; পৃষ্ঠা- ৯০১/৯০২, অঃ প্ৰঃ পঃ ১৯৮৭, এপ্ৰিল

৪৯। **গোহাঞিবৰুৱা বচনাৱলী** ; পৃষ্ঠা- ৯০২, অঃ প্ৰঃ পঃ ১৯৮৭, এপ্ৰিল

৫০। বেণুধৰ শৰ্মা : **অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী**, পৃষ্ঠা- ১২১, অসম সাহিত্য সভা, ১৯৭২, জানুৱাৰী, ৮

৫১। বেণুধৰ শৰ্মা : **অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী**, পৃষ্ঠা- ১১৬, অসম সাহিত্য সভা, ১৯৭২, জানুৱাৰী, ৮

৫২। সত্যনাথ বৰা : **সাৰথি**, পৃষ্ঠা- ১৯, বৰুৱা এজেঞ্চি, গুৱাহাটী-১, ১৯৭৭

৫৩। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : **ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি**, গ্ৰন্থৰ পৰা উদ্ধৃত, পৃষ্ঠা- ৫৮, অঃ প্ৰঃ পঃ, ১৯৮৫, ছেপ্তেম্বৰ

৫৪। ড° হীৰেন গোহাঁই : **সমাজ আৰু সমালোচনা** গ্ৰন্থৰ পৰা উদ্ধৃত, পৃষ্ঠা- ৫৫, গুৱাহাটী বুক ষ্টল, ১৯৭১, এপ্ৰিল

৫৫। অতুলচন্দ্ৰ বৰুৱা (সম্পাদিত) : **ভোলানাথ দাস বচনাৱলী**, পৃষ্ঠা- ৪, অঃ প্ৰঃ পঃ, ১৯৭৭, আগষ্ট

৫৬। নলিনীবালা দেৱী : **স্মৃতি তীৰ্থ**, পৃষ্ঠা- ৩৪, দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী, ১৯৭৬ চন

৫৭। কনকলাল বৰুৱা : **মহাপুৰুষীয়া ধৰ্ম**, সম্পাদনা শ্ৰী ভৱপ্ৰসাদ চলিহা, পৃষ্ঠা- ১৭/১৮, পূৰ্বজ্যোতি প্ৰকাশন, গুৱাহাটী-১৪, ১৯৮০, ফেব্ৰুৱাৰী

৫৮। K. Marx and F. Engels : **On Religion,** p.128, Progress Publishers, Moscow, 1985

৫৯। K. Marx and F. Engels : **On Religion,** p.129, Progress Publishers, Moscow, 1985

৬০। শৈলেন বৰকটকী : 'প্ৰাক-স্বাধীনতা কালত ইংৰাজ শাসক শ্ৰেণীৰ লগত অসমৰ সত্ৰানুষ্ঠানৰ সম্পৰ্ক' প্ৰবন্ধ দ্ৰষ্টব্য। শ্ৰীময়ী, শাৰদীয় সংখ্যা, ৮ম বছৰ ৭ম সংখ্যা, ১৯৯৪,অক্টোবৰ

৬১। গুণাভিৰাম বৰুৱা : আসাম বুৰঞ্জী, পৃষ্ঠা- ১৯৭, পাদটীকা চাওক, ১৯৭২

৬২। K. Marx and F. Engels : **The German Ideology**, p.49/50, Progress Publishers, Moscow, 1976, পুনৰ চাওক **On Religion,** p.67

৬৩। ড° হীৰেন গোহাঁই : সাহিত্য আৰু চেতনা, পৃষ্ঠা- ৮৬/৮৭, লয়াৰ্ছ বুক ষ্টল, ১৯৯১, দ্বিতীয় প্ৰকাশ, গুৱাহাটী-১

৬৪। ড° আনন্দ বৰমুদৈ : 'অসমীয়া সাহিত্যত দাৰ্শনিক চিন্তাৰ অভাবঃ বেজবৰুৱা যুগ' প্ৰবন্ধ দ্ৰষ্টব্য, 'গৰীয়সী, তৃতীয় বছৰ সপ্তম সংখ্যা, এপ্ৰিল, ১৯৯৬, পৃষ্ঠা- ৩১

৬৫। ড° হীৰেন গোহাঁই : সাহিত্য আৰু চেতনা, পৃষ্ঠা- ৮৭

## নৱম অধ্যায়

# ঔপনিবেশিক কালৰ অসমৰ অৰ্থনীতি আৰু ব্যৱসায়-বাণিজ্যত অসমীয়া মধ্যশ্ৰেণীৰ ভূমিকা

### ৯.১ আহোম ৰাজতন্ত্ৰৰ অৰ্থনীতি

আহোম ৰাজতন্ত্ৰ ঘাইকৈ বৰ্তী আছিল পাইক ব্যৱস্থাৰ ওপৰত। এই পাইক ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিয়েই তৎকালীন অসমৰ অৰ্থনীতিও পৰিচালিত হৈছিল। দুপুৰা মাটিৰ বিনিময়ত প্ৰজাই ৰজা বা ডা-ডাঙৰীয়াৰ ঘৰত নগদ ধনৰ সলনি গাৰে খাটি দিয়াটোৱেই আছিল পাইক প্ৰথা। দেশৰ সাধাৰণ শ্ৰেণীৰ লোকক পাইক আৰু সম্ভ্ৰান্ত শ্ৰেণীৰ লোকক চমুৱা বোলা হৈছিল। চমুৱা শ্ৰেণীৰ লোকে পাইকানি খাটিব নেলাগিছিল। তাৰ পৰিৱৰ্তে তেওঁলোকে নিৰ্দিষ্ট হাৰত খাজনা দিব লাগিছিল। ৰাজ কৰ্মচাৰীসকলে দৰ্মহাৰ সলনি নিৰ্দিষ্ট সংখ্যক পাইক পাইছিল। এই সন্দৰ্ভত শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাদেৱে তেখেতৰ **ভূমি আৰু জীৱন** নামৰ গ্ৰন্থখনৰ এঠাইত লিখিছে ঃ

> "মুঠ কথা ৰজাৰ খাজনা আৰু কৰ্ম্মচাৰীৰ দৰমহাৰ মূল বস্তু আছিল পাইকৰ খাটনি। টকা-পইচাৰ প্ৰচলন খুব কম আছিল। খাটনিয়াৰ পাইকবোৰক সাধাৰণতে কাঁড়ী পাইক বুলি জনা গৈছিল; কাৰণ যুদ্ধৰ কাৰণে কাঁড় সজাই সিহঁতৰ কাম আছিল। কমাৰ, কুমাৰ, তাঁতী, কঁহাৰ, তেলী, সোণোৱাল, সোণাৰী, কাৰিকৰ আদি ব্যৱসায়ৰ লোকসকলেও ৰজাৰ ঘৰত খটাৰ সলনি তেওঁলোকৰ তৈয়াৰী বস্তুৰ একোটা নিৰ্দিষ্ট অংশ ৰাজভঁৰালত বা ৰাজহুৱা অনুষ্ঠানত বিনামূল্যে নিয়মীয়াভাৱে যোগান ধৰিব লাগিছিল। পদোন্নতি লাভ কৰি কাঁড়ী পাইকৰ পৰা চমুৱা হৈছিল আৰু চমুৱা হ'লে খাটনিৰ পৰা ৰেহাই পাইছিল। উচ্চ জাতিৰ সম্ভ্ৰান্ত লোক আৰু চমুৱা শ্ৰেণীয়ে এইদৰে খাটনিৰ সলনি নিৰ্দিষ্ট কৰ শোধাইছিল। আগতে কোৱা হৈছে যে ৰজাদিনীয়া বিৰাট আলি, গড়, দৌল, পুখুৰীবোৰ এনেকৈয়ে নিৰ্ম্মাণ হৈছিল। ৰাজকৰ্ম্মচাৰীয়ে দৰমহাৰ পৰিৱৰ্তে ঘৰত খটাবলৈ পোৱা পাইকক লিকচৌ বোলা হৈছিল।"[১]

যদিও প্ৰজাই দুপুৰা মাটিৰ বিনিময়ত কোনো ধৰণৰ খাজনা দিব নালাগিছিল তথাপি

তেওঁলোকে বস্তি মাটিৰ বাবে বছৰি এটকাকৈ খাজনা দিব লাগিছিল। কামৰূপত এনে ঘৰমূৰি কৰক 'খৰিকটনা', দৰঙত 'জুহাল কৰ' (Hearth tax), উজনি অসমত 'পাইকাৰী কৰ' বা 'গা ধন' অথবা 'জনকৰ' বোলা হৈছিল। আনহাতে স্বৰ্গীয় সৰ্বানন্দ ৰাজকুমাৰৰ মতে ঃ

> "চাপৰি মাটিত পাম-খেতি কৰা আৰু কপাহ খেতি কৰা পৰ্বতীয়া জাতিবিলাকৰ নাঙল আৰু কোৰৰ ওপৰত এটা কৰ ধাৰ্য কৰা হৈছিল। শিল্পকৰ্ম আৰু বেপাৰ কৰা অ-খেতিয়কবিলাকৰ ওপৰত মানুহমূৰি কৰ ধাৰ্য কৰা হৈছিল; যেনে— সোণাৰী আৰু কঁহাৰৰ ওপৰত ৫ টকা, তেলী আৰু মাছৰ ব্যৱসায়ীৰ ওপৰত ৩ টকা আৰু কাটনীৰ ওপৰত ২ টকা।"[২]

আহোম স্বৰ্গদেউসকলে মঠ-মন্দিৰ, সত্ৰ আৰু ব্ৰাহ্মণ-পণ্ডিতসকলক প্ৰভূত মাটি-সম্পত্তি দান কৰিছিল। এইবোৰ মাটিক দেৱোত্তৰ, ব্ৰহ্মোত্তৰ, ধৰ্মোত্তৰ, ভোগধনী আদি বিভিন্ন ভাগত ভাগ কৰা হৈছিল আৰু এই বিত্তৰ ভূমি-সম্পত্তিৰ বিনিময়ত কোনো ধৰণৰ খাজনা দিব নেলাগিছিল। এনেবোৰ মাটিকেই কোৱা হৈছিল লাখেৰাজ বা নিষ্কৰ মাটি। এনে লাখেৰাজ মাটিত বসবাস কৰা প্ৰজাসকলে ধৰ্মানুষ্ঠানসমূহত পাইকানি খাটিব লাগিছিল। মন কৰিবলগীয়া যে স্বৰ্গদেউসকলে অকল হিন্দু অনুষ্ঠানসমূহকেই এনে নিষ্কৰ ভূমিদান কৰা নাছিল; আনকি ঐছলামিক ধৰ্মীয় অনুষ্ঠানৰ বাবেও ভূমিদান কৰিছিল। এনে ভূমিক 'পীৰপাল' ভূমি বোলা হৈছিল।

স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাই মানুহ আৰু মাটি পিয়ল কৰাইছিল। তেওঁ কমাৰ, কুমাৰ, তাঁতী আদি বিভিন্ন বৃত্তিয়াল শ্ৰেণীক লৈ গাঁওসমূহ সংগঠিত কৰিছিল। এই বৃত্তিয়াল শ্ৰেণীসমূহক একো একোটা খেলত ভগোৱা হৈছিল আৰু এনেকৈয়ে সৃষ্টি হৈছিল বিভিন্ন গাঁৱৰ নাম। যেনে— কমাৰ গাঁও, কুমাৰ গাঁও, সোণাৰী গাঁও ইত্যাদি। ইয়াৰ ফলত অসমৰ কুটীৰ শিল্পই যথেষ্ট উন্নতি লাভ কৰিছিল।

## ৯.২ পুঁজিবাদী অৰ্থনীতিৰ আগমন

কিন্তু আহোম ৰাজতন্ত্ৰৰ পতন আৰু ইংৰাজ সাম্ৰাজ্যবাদী শাসনৰ প্ৰৱৰ্তনে অসমৰ পাইক ব্যৱস্থাৰ অবসান ঘটায়। লগে লগে অসমৰ অৰ্থনীতিৰ ক্ষেত্ৰখনলৈ এক বিৰাট পৰিবৰ্তন আহে। সমগ্ৰ ভাৰতৰ লগতে অসমতো ডাঙৰ ডাঙৰ কল-কাৰখানা প্ৰতিষ্ঠা কৰাত আৰু তাৰপৰা হোৱা উৎপন্ন দ্ৰব্যই অসমৰ স্থানীয় অৰ্থনীতি অৰ্থাৎ কুটীৰ শিল্পৰ ওপৰত মাধমাৰ শোধালে। বিৰাটাকাৰ কল-কাৰখানাৰ লগত কুটীৰ শিল্পই ফেৰ মাৰিব নোৱাৰা হ'ল আৰু সেইবোৰ ধ্বংসৰ গৰাহত পৰিল। স্থানীয় অৰ্থনীতিৰ এই বিপৰ্যয় অকল অসমতেই নহয় সমগ্ৰ ভাৰততেই ঘটিছিল। এই কথা প্ৰত্যক্ষ কৰি কাৰ্ল মাৰ্ক্সে ১৮৫৩

চনতেই ঘোষণা কৰিছিল ঃ "It was the British intruder who broke up the Indian hand-loom and distroyed the spining wheel.'

## ৯.৩ অভিজাত শ্ৰেণীৰ দুৰ্গতি

ব্ৰিটিছ চৰকাৰে পাইক প্ৰথা আৰু দাস শ্ৰম প্ৰথাক উঠাই দিয়াত তাৰ ঠাই ল'লে নগদ ধনে। ইয়াৰ লগে লগে আহোম ডা-ডাঙৰীয়া, বিষয়াসকলৰ ক্ষমতা সম্পূৰ্ণৰূপে লোপ পালে। যি পাইক ব্যৱস্থা আৰু লগুৱা-লিক্‌চৌৰ ওপৰত নিৰ্ভৰ কৰিয়েই এই আঢ্যবন্ত শ্ৰেণীটোৱে নিজকে ইমানদিনে সুখত ৰাখিছিল সেই পাইক ব্যৱস্থা চৰকাৰে উঠাই দিয়াত তেওঁলোকৰ দুৰ্গতিৰ সীমা নোহোৱা হ'ল। এই কথা ব্ৰিটিছ সাম্ৰাজ্যবাদী বুৰঞ্জীকাৰ গেইট চাহাবেও স্বীকাৰ কৰি কৈছে ঃ

> " That of the aristocracy, on the other hand had seriously deteriorated. Their slaves had been emmancipated, and they had lost the services of their *liksus*, or the *paiks* formerly assigned to them; and, being no longer able to cultivated their estates, they had either thrown them up, or allowed them to be sold for arreas of revenue, or for debt. Some members of the late ruling family were in receipt of pensions eg., members of the Darrang Raja's family, held land, granted to them by former rulers, either rent-free or at half rates. But with these exceptions, the quondam nobles found themselves deprived to their old sources of livelihood, and had either to content themselves with small appointments under the British Government or to sink to the level of ordinary cultivators."[8]

## ৯.৪ মণিৰাম দেৱানৰ ভূমিকা

এনে ক্ষেত্ৰত অসমীয়া অভিজাত শ্ৰেণীটো ব্ৰিটিছ প্ৰশাসনত যথেষ্ট ক্ষুণ্ণ আৰু ক্ষোভিত হৈ পৰিছিল যাৰ প্ৰতিফলন আমি মিল্‌ছ চাহাবক দিয়া মণিৰাম দেৱানৰ প্ৰতিবেদনত পাওঁ। যিহেতু মণিৰাম নিজেই আছিল আহোম সামন্ততন্ত্ৰৰ আৰু অভিজাত শ্ৰেণীটোৰ শেষ প্ৰতিনিধি। আন ডা-ডাঙৰীয়াসকলৰ দৰে তেৰোঁ লগুৱা-লিক্‌চৌ আৰু অন্যান্য সুবিধাৰ পৰা বঞ্চিত হোৱাত তাৰ বাহ্যিক প্ৰতিক্ৰিয়া প্ৰকাশ হৈছিল মিল্‌ছক দিয়া সেই প্ৰতিবেদনত। যুবৰাজ ঘনকান্ত সিংহৰ হৈ মিল্‌ছক দিয়া প্ৰতিবেদনত তেওঁ সেয়ে অভিযোগ কৰিছে ঃ

"Whether, the present Mouzadars and other officers are not in a state

of proverty, coupled with dissatisfaction, compared the Borwahs, Phookans and other officers of former times, will be ascertained on due inquiry; besides this, the property of several individuals has been sold in satisfaction of Government revenue due on their houses and lands, not even excepting the Rajah, who has had occasionally some of his property attached, on account of small sums of revenue; and with all this, the Government has derived no advantage. Furthermore, the *Besoyas* will all be found, on due inquiry, to be lobouring under great depection and deep sorrow, caused by the loss of all their substance. In addition to this, only one anna, out of sixteen annas of them, will be found to be free from debt, and even this it will perhaps be difficult to establish."[৫]

নক'লেও হ'ব ব্ৰিটিছ সাম্ৰাজ্যবাদীয়ে সামন্তবাদী অৰ্থনীতিৰ ঠাইত পুঁজিবাদী অৰ্থনীতি প্ৰৱৰ্তন কৰাৰ ফলত অসমৰ সমাজখনলৈ এই ধৰণৰ পৰিৱৰ্তন অহাটো স্বাভাৱিক আছিল। মন কৰিবলগীয়া কথাটো হ'ল যে যিটো সময়ত আহোম ৰাজতন্ত্ৰৰ ভেটি চুৰমাৰ হৈ যোৱাত তাৰ পুনৰুদ্ধাৰৰ বাবে আহোম ৰাজকোঁৱৰ আৰু ডা-ডাঙৰীয়াসকলে ব্ৰিটিছ ৰজাৰ বিৰুদ্ধে চুৰ্চুৰীয়া যুদ্ধত লিপ্ত হৈ আছিল সেই সময়তেই মণিৰাম দেৱান আছিল ব্ৰিটিছ চৰকাৰৰ তলত চাকৰি কৰা এজন বিশ্বস্ত কৰ্মচাৰী আৰু ব্ৰিটিছৰ বিৰুদ্ধাচৰণ কৰা বিদ্ৰোহীসকলৰ এজন প্ৰধান বিচাৰক! দেৱানে যদিও সামন্তবাদী সংস্কৃতিৰ মোহ বৰ্জন কৰিব পৰা নাছিল আৰু সামন্তবাদী তথা সম্ভ্ৰান্ত শ্ৰেণীয়ে ভোগ কৰা লগুৱা-লিক্‌চৌৰ পৰা আৰম্ভ কৰি অন্যান্য বিষয়সমূহ ব্ৰিটিছ চৰকাৰে বিলোপ কৰাত তেওঁ যদিও ক্ষুণ্ণ হৈ অভিযোগ কৰিছিল তথাপি ব্ৰিটিছ চৰকাৰৰ তলত কাম কৰি তেওঁ এই কথা বঢ়িয়াকৈ বুজি পাইছিল যে সামন্ততন্ত্ৰলৈ পুনৰ উভতি যোৱাটো আৰু কেতিয়াও সম্ভৱ নহয়। সেয়েহে তেওঁ পুঁজিবাদী অৰ্থনীতিক শুভাগমন জনাবলৈ বাধ্য হৈছিল। অসমত ব্ৰিটিছ পুঁজিৰ প্ৰচলন, চাহ শিল্পৰ প্ৰতিষ্ঠা, উৎপাদনক্ষম উন্নত যন্ত্ৰ-পাতিৰ প্ৰচলন আৰু সেইবোৰৰ অভিনৱ কাণ্ড-কাৰখানাই মণিৰাম দেৱানক যথেষ্ট চমৎকৃত কৰি তুলিছিল আৰু তাৰ প্ৰভাৱতেই শেহলৈ তেওঁ নিজেও চিংলৌ আৰু চেনিমৰাত দুখন চাহ বাগিচা খুলি প্ৰথম অসমীয়া চাহ খেতিয়ক আৰু থলুৱা পুঁজিপতিৰূপে পৰিচয় দিছিল। অকল সেয়ে নহয় দেৱানে ব্যৱসায়-বাণিজ্যৰ সুবিধাৰ্থে বিভিন্ন ঠাইত হাট বহুৱাৰ উপৰিও অসমত লোৰ পুং, সোণ কমোৱা আদি ব্যৱসায়ো কৰিবলৈ লৈছিল। মণিৰামে হাট পতোৱাৰ সন্দৰ্ভত ১৮৪৮ চনৰ জানুৱাৰী সংখ্যাৰ অৰুনোদই কাকতত এইদৰে খবৰ ওলাইছিল ঃ

"জিলা সিৱসাগৰৰ অৰ্জ্জুনৰ গুৰিত শ্ৰীযুত মণিৰাম দেওানে সনিবৰিয়া হাট পতাইচে

তাত সকলো বস্তু ওলাই গাঁৱলিয়া আৰু নগৰিয়া নগাকে আদি কৰি সকলো মানুহে সনিবাৰৰ দিনা কিনা-বেচা কৰি হাট বেহাই গৈ।"[৬]

কিন্তু মণিৰামৰ এই স্বাধীনচিতীয়া ব্যৱসায় বেছিদিন তিষ্ঠি নাথাকিল। অতি সোনকালে ইংৰাজ চৰকাৰ আৰু প্ৰতিদ্বন্দ্বী ইংৰাজ চাহখেতিয়কসকলৰ লগত দেৱানৰ সংঘৰ্ষ ঘটিল। এই কথা ঐতিহাসিকভাৱে সত্য যে সাম্ৰাজ্যবাদী শ্ৰেণীয়ে সিহঁতৰ স্বাৰ্থৰ খাতিৰতেই দেশীয় লোকক এক নিৰ্দিষ্ট সীমালৈকেহে উন্নতিৰ শিখৰলৈ তোলে। তেনে দেশীয় লোকক সাম্ৰাজ্যবাদী শ্ৰেণীৰ শাৰীত একেলগে থিয় হ'বলৈ বা প্ৰতিদ্বন্দ্বী হ'বলৈ নিদিয়ে। ই হ'ল সাম্ৰাজ্যবাদৰ এক বৈশিষ্ট্য। সেয়েহে মণিৰামৰ ক্ষেত্ৰতো এই নিয়মৰ ব্যতিক্ৰম নহ'ল। যেতিয়া মণিৰামৰ কাতৰ অনুৰোধকো উপেক্ষা কৰি ইংৰাজ চৰকাৰে তেওঁৰ বিষয় সা-সম্পত্তি সমূহ নানা ছল-চাতুৰি কৰি কাঢ়ি নিবলৈ ধৰিলে, খাজনাৰ প্ৰকোপত তেওঁ জুৰুলা হ'ব লগা হ'ল তেতিয়া তেওঁ স্বাভাৱিকতেই ব্ৰিটিছৰ প্ৰতি মন বিদ্ৰোহী হৈ পৰিল। শেষত তেওঁৰ জীৱনৰ কৰুণ সমাপ্তি ঘটিল চৰকাৰবিৰোধী কাৰ্য-কলাপত লিপ্ত থকাৰ অভিযোগত। এনেকৈয়ে ইংৰাজ সাম্ৰাজ্যবাদীয়ে মণিৰামক ফাঁচী দি এজন উজ্জ্বল সম্ভাৱনাময় অসমীয়া ব্যৱসায়ী তথা পুঁজিপতিক কলিতেই বিনাশ কৰিলে।

## ৯.৫ আনন্দৰাম ঢেকিয়াল ফুকনৰ ভূমিকা

মণিৰাম দেৱানৰ পিছতেই পুঁজিবাদী অৰ্থনীতিৰ মোল বুজোঁতা আছিল অসমৰ নৱজাগৰণৰ পিতৃ পুৰুষ আনন্দৰাম ঢেকিয়াল ফুকন। যদিও তেওঁ ব্যৱসায়ী নাছিল, ইংৰাজ চৰকাৰৰ আমোলাহে আছিল, তথাপি ব্যৱসায়-বণিজ্যই যে দেশক শ্ৰীবৃদ্ধি কৰে সেই কথা তেওঁ নুবুজাকৈ থকা নাছিল। সেয়েহে তেওঁ দেশবাসীলৈ আহ্বান জনাইছে ঃ

> "অসমিযা সকল ইংৰাজতকৈ অসভ্য হোঁআৰ ত্ৰিতিয় হেতু কও সুনা। তোমালোকৰ ভিতৰত বাণিজ্যৰ অনুসিলন নিচইকৈ নাই; সকলে ধন মাটিত পুতি থই ভাল পাই, কিন্তু জিহৰ পৰা সেই ধনেৰেই ধন হই, তাক নিচিন্তে। ইংৰাজৰ সভ্যতাৰ ঘাই এক হেতু বাণিজ্য, এতেকে জদি ধনবন্ত হব খোজা, তেন্তে সম্প্ৰতি বাণিজ্যত প্ৰবৰ্ত হোআ। ক্ৰিসি কৰম নে বাৰ্হিলে বাণিজ্য ও নে বাৰ্হে, সেই নিমিতে দুইকো অনুসিলন কৰিবলৈ জতন কৰা।"[৭]

নিঃসন্দেহে ঢেকিয়াল ফুকনৰ এই আহ্বান আছিল পুঁজিবাদৰ শুভাগমনৰ প্ৰতিয়েই কৰা আহ্বান। আধুনিক শিক্ষাৰে শিক্ষিত আনন্দৰামৰ মন ব্ৰিটিছ জাতিৰ শিক্ষা-সংস্কৃতিয়ে বেছ মোহিত কৰি ৰাখিছিল। ব্ৰিটিছ সাম্ৰাজ্যবাদী শ্ৰেণীয়ে অসমত প্ৰোথিত কৰা পুঁজিবাদী অৰ্থনীতিয়ে এফালে যেনেকৈ অসমীয়া সমাজখনলৈ বিৰাট পৰিৱৰ্তনৰ ঢৌ আনিছিল ঠিক আনফালে তেনেকৈ ইয়াৰ কবলত পৰি সাধাৰণ প্ৰজাই ত্ৰাহি মধুসূদন বুলিবলৈ লৈছিল।

শাসকশ্ৰেণীয়ে সাধাৰণ কৃষক জনতাৰ ওপৰত বহুৱা নিৰ্মম কৰ-কাটল, চাহ বাগিচাৰ মহাপ্ৰতাপী চাহাবসকলে দৈহিক-মানসিকভাৱে কৰা বৰ্ণনাতীত শোষণ-নিষ্পেষণত জৰ্জৰিত সাধাৰণ প্ৰজাৰ অৱস্থা পানীত হাঁহ নচৰা হৈছিল। বিশেষকৈ চাহ বাগিচাৰ চাহাবসকলৰ অতপালি আৰু দৌৰাত্ম্যই অকল চাহ বনুৱা আৰু কৃষকসকলকেই নহয় আনকি ইংৰাজী আদব-কায়দাত থাকি ভাল পোৱা অসমীয়া ভদ্ৰ সম্প্ৰদায়ো অতিষ্ঠ হৈ পৰিছিল। প্ৰণিধানযোগ্য যে ঢেকিয়াল ফুকনে পুঁজিবাদী অৰ্থনীতিৰ প্ৰতি আদৰণি জনাওঁতে পুঁজিবাদৰ এই শোষণধৰ্মী দিশটোৰ প্ৰতি লক্ষ্য নকৰাকৈ থকা নাছিল। দেশত খাজনা বৃদ্ধিকে আৰম্ভ কৰি আইন-কানুনৰ অৱনতি, ভাষিক সমস্যা আদি ব্ৰিটিছ্ প্ৰশাসনৰ বিভিন্ন ভুল-ত্ৰুটিসমূহ তেওঁৰ নজৰলৈ আহিছিল আৰু তাৰেই প্ৰতিফলন ঘটিছিল তেওঁ মিল্‌ছ্ চাহাবক দিয়া প্ৰতিবেদনত। খাজানা বৃদ্ধি সম্পৰ্কত তেওঁ এঠাইত যুক্তিপূৰ্ণভাৱে লিখিছে ঃ

> "The present rate of taxation, however, has far exceeded that limit, and the assessment on some of the poorest classes of roopit lands is nearly equal in value to one-half of their produce. In illustration of this fact, we would beg to point out, that a *poorah* of high roopit land yeiding twenty or fifteen maunds of rice valued at from 2 to 3 Rs. is loaded with a tax of one rupee and four annas! Unless, therefore, the Government provides the people with better and improved means of cultivating their lands, and increase of assessment will inevitably lead to an increase of the unhappiness of the people."[৮]

মন কৰিবলগীয়া যে ঢেকিয়াল ফুকনে ব্ৰিটিছ্ প্ৰশাসনৰ এনেবোৰ কেৰোণক সমালোচনা কৰিলেও সেইবোৰ যে ব্ৰিটিছ্ ঔপনিবেশিক শ্ৰেণীৰ সাধাৰণ ভুল-ভ্ৰান্তি নহৈ শোষণহে আছিল সেই কথা তেওঁ তেতিয়াও পতিয়ন যোৱাগৈ নাছিল। বৰং তেওঁ সেইবোৰক ব্ৰিটিছ্ প্ৰশাসনৰ ভুল-ভ্ৰান্তি বুলিহে ভাবিছিল আৰু তেনে ভুল-ভ্ৰান্তি সংশোধন কৰি ব্ৰিটিছ্ চৰকাৰে অসমত সু-শাসন প্ৰৱৰ্তন কৰিব বুলি তেওঁ অন্তৰেৰে বিশ্বাস কৰিছিল। তেনে বিশ্বাস আগত লৈয়ে তেওঁ উক্ত আবেদনখন মিল্‌ছ্ চাহাবৰ ওচৰত পেচ্ কৰিছিল। যিহেতু তেওঁ আছিল ইংৰাজ শাসক শ্ৰেণীৰ একান্ত ভক্ত আৰু অনুগত কৰ্মচাৰী, ইংৰাজৰ তলত থাকি অসমে উন্নতি লাভ কৰিব বুলি তেওঁ গভীৰ বিশ্বাস আছিল। কিন্তু সাম্ৰাজ্যবাদী শ্ৰেণীয়ে যে শাসন-শোষণ কৰিবলৈহে ভাৰত তথা অসমলৈ আহিছিল, উন্নতি কৰিবলৈ নহয় এই কথাটো তেওঁ বুজি পোৱা নাছিল। সেয়েহে আনন্দৰামে ব্ৰিটিছ্‌বিৰোধী সংগ্ৰামবোৰত যোগ দিয়াতো বাদেই আনকি সমৰ্থনো কৰা নাছিল। প্ৰকৃততে আনন্দৰামৰ অসমৰ উন্নতিৰ ধাৰণাটো তেওঁৰ ভাববাদী চিন্তাৰ বাহিৰে আন একো নাছিল।

## ৯.৬ গুণাভিৰাম বৰুৱাৰ দৃষ্টিভংগী

তদানীন্তন অসমত বহু অসমীয়া মধ্যবিত্তই চাহ শিল্পৰ বিকাশেই অসমৰ উন্নতি বুলি গণ্য কৰিছিল। কিন্তু ব্ৰিটিছ আমোলত অসমৰ চাহশিল্প যে আশীৰ্বাদ নাছিল অভিশাপহে আছিল সেই কথা হৃদয়ংগম কৰাত তেওঁলোক ব্যৰ্থ হৈছিল আৰু আজিও দুই-এজন তথাকথিত চিন্তাবিদ-বুদ্ধিজীৱীয়ে সূক্ষ্মভাৱে বিচাৰ-বিবেচনা নকৰাকৈয়ে ব্ৰিটিছ আমোলৰ চাহ শিল্পক গদ্ গদ্ভাৱে প্ৰশংসা কৰা দেখা যায়। ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা আছিল ইংৰাজ চৰকাৰৰ এজন বিশ্বস্ত আমোলা। ঔপনিবেশিক চৰকাৰৰ তলত চাকৰি কৰি তেওঁৰ দৃষ্টিভংগীও হৈ পৰিছিল ঔপনিবেশিক। তেনে দৃষ্টিভংগীৰেই তেওঁ ব্ৰিটিছ শাসিত অসমত হোৱা চাহশিল্পৰ বিকাশৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰিছিল। এঠাইত তেওঁ লিখিছে ঃ

> "আজি প্ৰায় পঞ্চাশ বৎসৰ হইছে আসামত চা বৃক্ষ থকা প্ৰকাশ হইছে। ক্ৰমে তাৰ কৃষি আৰু উন্নতি অধিক হ'ব লাগিছে। ইয়াৰ দ্বাৰা অনেক অৰণ্যময় পতিত ভূমি ফলবতী আৰু শস্যশালিনী হইছে। ইয়াৰ কৃষি আৰু নিৰ্ম্মাণৰ উপলক্ষে এই দেশত অনেক অৰ্থ বিক্ষিপ্ত হইছে। তাৰদ্বাৰা প্ৰজাসমূহৰ বিশেষ উপকাৰ হইছে। অনেক ইউৰোপীয় এবং অল্প পৰিমাণে এই দেশীয় লোকে এই চাহৰ কৃষি কৰিবলৈ ধৰি নিজেও সৌভাগ্যশালী হইছে। আৰু দেশৰো প্ৰকাৰান্তৰে উপকাৰ সাধিছে। এই চাহ এতিয়া আসামৰ এটি প্ৰধান উৎপন্ন দ্ৰব্য হইছে।"[৯]

মন কৰিবলগীয়া যে চাহ শিল্পই তৎকালীন অসম আৰু ইয়াৰ প্ৰজাসকলক উপকাৰ কৰিছে বুলি গুণাভিৰাম বৰুৱাই ৰায় দিওঁতে বগা চামৰাৰ চাহাবসকলে চাহ বনুৱাসকলক কৰা অবৰ্ণনীয় শোষণ-নিষ্পেষণ আৰু অত্যাচাৰৰ কথা ঘূণাক্ষৰেও উল্লেখ কৰা নাই। অথচ অসমৰ চাহ বনুৱাসকলক চাহাবসকলে কৰা বৰ্ণনাতীত শোষণ-নিষ্পেষণৰ কথা অকল অসমতেই নহয় আনকি সমগ্ৰ ভাৰতৰ বুদ্ধিজীৱী, ৰাজনৈতিক নেতা তথা সমাজ সংস্কাৰকৰ মাজতো জনাজাত হৈ পৰিছিল। বংগদেশৰ ব্ৰাহ্ম নেতা ৰামকুমাৰ বিদ্যাৰত্নই অসমৰ চাহ বনুৱাসকলৰ মৰ্মবেদনা অনুভৱ কৰি **কুলি কাহিনী** নামৰ এখন গ্ৰন্থ লিখি ব্ৰিটিছ ঔপনিবেশিক শ্ৰেণীৰ কু-কীৰ্তি আৰু অমানৱীয় দিশসমূহ বাহিৰত উদঙাই দেখুৱাইছিল। ইংৰাজ চাহাবসকলে চাহ বনুৱাসকলক কৰা অৰ্থনৈতিক-দৈহিক শোষণ-নিষ্পেষণৰ বিৰুদ্ধে তৎকালীন অসমৰ এজন সমাজসচেতক বুদ্ধিজীৱী হিচাপে গুণাভিৰামে এই ক্ষেত্ৰত প্ৰতিবাদ কৰাতো নাছিলেই আনকি ইংৰাজ শাসকে অসমৰ প্ৰজাসকলৰ ওপৰত আৰোপ কৰা বৰ্দ্ধিত খাজনাৰ সপক্ষে তেওঁ ওকালতিহে কৰিছিল ঃ

> "প্ৰজাবিলাকে সামান্য পৰিশ্ৰম কৰে, তাৰ দ্বাৰা বিস্তৰ লাভ কৰে। অথচ গৱৰ্ণমেণ্টক যি কৰ দিয়ে তাৰ নিৰিখ অতি কম। সি কাৰণে মাটিৰ খাজনা বৃদ্ধি কৰিলে।"[১০]

খাজানা বৃদ্ধিৰ সপক্ষে গুণাভিৰামে ইয়াত যি যুক্তি দাঙি ধৰিছে তাৰ লগত আনন্দৰাম

ঢেকিয়াল ফুকনে মিল্‌ছ চাহাবক দিয়া প্ৰতিবেদনত খাজানা বৃদ্ধিৰ বিৰুদ্ধে আগবঢ়োৱা যুক্তিক ৰিজাই চালে গুণাভিৰামক আনন্দৰামতকৈ বেছি ৰাজভক্ত বুলি পাঠকৰ প্ৰতীতি জন্মিব। যি গুণাভিৰাম বৰুৱাই ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰি ধৰ্মৰ ক্ষেত্ৰত উদাৰ মনোভাব দেখুৱাইছিল, যি গুণাভিৰামে স্ত্ৰী শিক্ষা আৰু স্বাধীনতাৰ সপক্ষে মত প্ৰকাশ কৰি মানৱতাবাদী, উদাৰনৈতিক বুলি নিজকে পৰিচয় দিব পাৰিছিল সেই গুণাভিৰামে অসমৰ চাহ বনুৱা আৰু সাধাৰণ কৃষক ৰাইজক বিদেশী শাসক-শোষক শ্ৰেণীয়ে বৰ্বৰভাৱে কৰা অৰ্থনৈতিক-দৈহিক শোষণ-নিষ্পেষণৰ বিৰুদ্ধে কোনো প্ৰতিবাদ নকৰাটো অকল আশ্চৰ্যজনকেই নহয় আনকি তদানীন্তন অসমৰ এজন সচেতন বুদ্ধিজীৱী হিচাবে তেওঁ প্ৰকৃত বৌদ্ধিক দায়িত্ব পালন কৰাত ব্যৰ্থ হৈছিল। ইয়াতেই ধৰা পৰে তেওঁৰ চিন্তা জগতত থকা দ্বন্দ্ব, বিৰোধ; আৰু মানৱতাবাদো হৈ পৰে তেওঁৰ বাবে একপক্ষীয় আৰু স্বাৰ্থযুক্ত!

## ৯.৭ বলিনাৰায়ণ বৰাৰ ভূমিকা

গুণাভিৰামৰ দৰে বলিনাৰায়ণ বৰাও আছিল সাম্ৰাজ্যবাদী শাসক শ্ৰেণীৰ এজন বিশ্বাসী সহচৰ আৰু ব্ৰিটিছ পুঁজিবাদী অৰ্থনীতিৰ ঘোৰ সমৰ্থক। চাহশিল্পই যে তদানীন্তন অসমৰ অনেক উপকাৰ সাধন কৰিবলৈ লৈছিল সেই কথা তেওঁ মৌ কাকতৰ যোগেদি গৌৰৱেৰে ঘোষণা কৰিছিল ঃ

> "চাহ বাগিছার দ্বারায় আসামর অনেক রূপে অনেক উপকার হব ধরিছে। কাল্পনিক কথাবোর উলিয়াই মিছা আন্দোলন করি যি মানুহে এই বাগিছাবোর ভাঙিবলৈ চেষ্টা করে তাক আসামর ঘোর সত্রু নুবুলি নোয়ারি। বঙালি বিলাকে মিছাই আমার নিমিত্তে এই বিষয়ে কিয় ইমানকৈ মূর ধাকুরিছে? "হাঁ বিধি! আমার বন্ধুর হাতর পরা আমাক পরিত্রাণ করা।"[১১]

বৰাই আনকি চাহ বনুৱাসকলৰ দুখ-দুৰ্দশাৰ কথা লুকুৱাই ৰাখি তেওঁলোকৰ সুখ-সমৃদ্ধি তথা উন্নতিৰ কথাহে উল্লেখ কৰিছিল আৰু তাৰ দ্বাৰা ইংৰাজ প্ৰশাসক আৰু চাহ বাগিচাৰ শোষক-মালিক গোষ্ঠীৰ মাজত তেওঁ প্ৰিয়ভাজন আৰু বিশ্বাসী হৈ পৰিছিল। চাহ শিল্পই তৎকালীন অসমৰ বনুৱা শ্ৰেণীৰ জীৱন-যাত্ৰা কেনেদৰে উন্নতি কৰিছিল সেই কথা বৰ্ণনা কৰি তেওঁ এঠাইত উৎসাহেৰে কৈছে ঃ

> "যদি আসামত কোনো শ্রেণী মানুহ আছে যার ধন দিনে দিনে বাঢ়িব লাগিছে সেইয়ে কুলির শ্রেণী। যদি আসামত (মূলত 'আমাত' বুলি আছে— এই লেখক) কোনো শ্রেণী মানুহ আছে যি খাব খুজিলেই খাবলৈ পায়, নরিয়া পরিলেই দরব পায়, নুরুখা ঘরত থাকিবলৈ পায়, ফটফটীয়া পানী খাবলৈ পায় সেইয়ে কুলির শ্রেণী। যদি আসামত

এনে কোনো শ্ৰেণীর মানুহ আছে যাক গবর্ণমেণ্টে নিজর চকুরে চাই নিজর পোর নিচিনাকে পালন করে সেইয়েই কুলির শ্ৰেণী।"[১২]

আনহাতে, বাগিচাৰ চাহাববিলাকে বনুৱাসকলৰ ওপৰত কৰা বৰ্বৰ অত্যাচাৰৰ সন্দৰ্ভত বৰাই চাহাবসকলৰ সপক্ষে ওকালতি কৰি এইদৰে যুক্তি প্ৰদৰ্শন কৰিবলৈও পিছ হোঁহকা নাই ঃ

"কুলির ওপরত বাগিছার সাহাব বিলাকর বর অত্যাচার হয় বুলি বাতরি কাকত লেখোতা বিলাকে ঢোল কোবাই ফুরে। ইয়ার নো প্রমাণ কি? এটা পাষণ্ড ওয়েব বা দুটা দুষ্ট গিবনর নিমিত্তে এটাই বাগিছার সাহাব বেয়া হ'ল নে? দুটা এটা অত্যাচারর কথা যে ইমান দেশ ব্যাপী হই ওলায়, তার দ্বারা বরং এনেহে প্রমাণ হোয়া যেন বুলিব পারি যে সাধারণত বাগিছাত অত্যাচার নহয়; কিয়নো হোয়া হলে অকল দুটা এটা কথাহে আরু সিও কেতিয়াবা কেতিয়াবাহে শুনিবলৈ পোয়া যায় কিয়? আরু স্বরূপতে কথাও সেয়ে, বঙালির মতে সুসভ্য বঙ্গদেশত ও যদি বর বর দেশীয় মানুহক জনপূর্ণ রেইলগারিত কেতিয়াবা কোনো ইংরাজ, মহাত্মাই লাথি চর, গতি মারি অপমান করিব পারে, তেন্তে দূরৈ আসামত, হাবির মাজত থকা বাগিছাত বনুৱা কুলিক বন করোয়া ইংরাজে কেতিয়াবা চরটো, লাথিটো মরাত আচরিত কথা কি?"[১৩]

প্ৰকৃততে ৰাজভক্ত বলিনাৰায়ণ বৰাই চাহ বনুৱা শ্ৰেণীক মানুহৰ মৰ্যাদা দিব বিচৰা নাছিল; তেওঁলোকক তেওঁ 'জন্তু' বুলিয়েই গণ্য কৰিছিল। ইয়াৰ প্ৰমাণ তেওঁৰ লেখনীয়েই দিয়ে ঃ

"বাগিচার কুলি কি জন্তু, কেনেকৈ থাকে, পাঠক শুনা। গার বরণ যার আঁওসি নিশাতকৈও কলা, দাঁতবোর যার পিঠাগুরিতকৈও বগা, ঘরত যার ময়না, গাহরি, কুকুর, হাটত (?) যার রামধেণুর সাত বরণীয়া সারি, হাটত যার দেরহতীয়া বোল দিয়া বিলাতী ছাতা, আরু চাহ গছর মাজত যার হাতত কোর, কাছি, পাছি, এনে হেন মানবাকৃতিকে কুলি বুলিলে বুলিব পারি।"[১৪]

উল্লেখযোগ্য যে বলিনাৰায়ণ বৰাৰ এনেবোৰ অমানৱীয় পক্ষপাতদুষ্ট লেখনীৰ বিৰুদ্ধে লক্ষ্মীনাথ বেজবৰুৱাকে আৰম্ভ কৰি তাহানি কলিকতাত পঢ়ি থকা বহুকেইজন ছাত্ৰই প্ৰতিবাদ কৰি উঠিছিল যাৰ পৰিণামত মৌ কাকতখনেই চিৰদিনলৈ লোপ পালে।

ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধত অসমৰ কৃষক ৰাইজৰ ওপৰত চলোৱা ব্ৰিটিছ ৰাজৰ নিৰ্মম শোষণ-নিষ্পেষণৰ বিৰুদ্ধে অসমৰ কোনো কোনো অঞ্চলত ৰায়ত সভা বহিছিল আৰু কৃষক আন্দোলনে মূৰ দাঙি উঠিছিল। ইংৰাজভক্ত বৰাই এই ৰায়ত সভা আৰু কৃষক আন্দোলনবোৰকো ঘৃণাৰ দৃষ্টিৰে চাইছিল আৰু মৌ কাকতত তাৰ কটু সমালোচনা কৰিছিল। এঠাইত তেওঁ লিখিছে ঃ

"এটা শীয়ালে হোয়া দিলে এটাইবোরে হোয়া দিয়ে। বঙ্গদেশত রায়ত সভা কেটামান হোয়ার পিচত, আসামতও ঠাইয়ে ঠাইয়ে রায়তে গোট খাই সভা পাতিবলৈ ধরিলে। রায়তৰ সভা পতা দেশত এটা বায়ু চরিল। আজলা, গাঁওলীয়া মানুহবোরর মাজত সঁছামিছাকৈ নানারকম রটনা উঠিল। গবর্ণমেণ্টর কোনো নিয়মত অত্যাচার হইছে, আরু সেই বিষয় আন্দোলন করি দরখাস্ত দিব লাগে এয়েই রায়ত সভাবিলাকর বন হল ..... এই রায়ত সভাবিলাকর গুরিত আন কোনো নাই, কেবল মাথোন কেজনমান নিষ্কর্ম্মা বহি থকা, টৌ তুলি ফুরা, অর্দ্ধজীৱী, টেঙর, নাউ উলিয়াব খোজা ডেকা।"[১৫]

অৱশ্যে এই কথা উল্লেখ নকৰিলে তেওঁৰ প্ৰতি অবিচাৰ কৰা হ'ব যে ব্ৰিটিছ প্ৰশাসনে বিভিন্ন সময়ত লোৱা ভুল পদক্ষেপবোৰৰ বিৰুদ্ধে তেওঁ আঙুলিয়াই নিদিয়াকৈ থকা নাছিল। কিন্তু সেইবুলি তেওঁ ব্ৰিটিছবিৰোধী হৈ পৰাগৈয়ো নাছিল। তেওঁ আবেদন-নিবেদনৰ জৰিয়তে ব্ৰিটিছ প্ৰশাসনৰ ভুল-ত্ৰুটিসমূহ সংশোধন কৰাতহে পক্ষপাতী আছিল। এই ক্ষেত্ৰত তেওঁ আছিল নৰমপন্থী। "ইংরাজক দেশর পরা আমি একে বেলিয়ে খেদিব নোখোজো। ভারতর মংগলর নিমিত্তে ভালেদিনলৈকে ইয়াত ইংরাজ শাসন লাগতীয়াল।"[১৬] বুলি মুকলিকৈ ঘোষণা কৰি যোৱা বলিনাৰায়ণ বৰাৰ কণ্ঠৰ পৰা ব্ৰিটিছবিৰোধী সংগ্ৰামৰ ধ্বনি আমি নুশুনাটোৱেই স্বাভাৱিক। বৰাই আন কেতবোৰ বিষয়ত দিয়া আমানবীয় মন্তব্য, অনৈতিহাসিক তথা ভাববাদী ব্যাখ্যাৰ সন্দৰ্ভত আমি স্থানান্তৰত উল্লেখ কৰিছোঁ। সি যি নহওক, ইঞ্জিনীয়াৰ বৰাই ব্ৰিটিছ ৰজাক নিঃচৰ্তভাৱে সমৰ্থন দিবলৈ গৈ যি ধৰণৰ ভূমিকা পালন কৰিলে তাৰ দ্বাৰা তেওঁ তৎকালীন অসমৰ এজন সচেতন চিন্তাবিদ হিচাপে অকল চৰম দায়িত্বহীনতাৰেই পৰিচয় দিয়া নাছিল আনকি চূড়ান্ত সুবিধাভোগী ব্ৰিটিছ আমোলাৰূপেও নিজকে পৰিচয় দিছিল।

## ৯.৮ পদ্মনাথ গোহাঞি বৰুৱাৰ দৃষ্টিত চাহশিল্প

ৰাজভক্ত পদ্মনাথ গোহাঞিবৰুৱাও তেওঁৰ আসাম বুৰঞ্জীত যেনেদৰে চাহশিল্পৰ উন্নতিত ভূয়সী প্ৰশংসা কৰিছে তেনেদৰে কিন্তু বনুৱাৰ দুখ-দুৰ্গতিৰ কথা উল্লেখ কৰিবলৈ তেওঁ কোনো প্ৰয়োজনবোধ কৰা নাছিল। এঠাইত তেওঁ লিখিছে ঃ

"বৃটিছ গৱৰ্ণমেণ্টৰ শাসনে অসম দেশৰ মানুহৰ অৱস্থাৰ যি ৰূপে ভালৰ ফালে পৰিৱৰ্তন ঘটালে, চাহৰ খেতিয়েও ৰত্ন প্ৰসূতি অসম ভূমিৰ উৎকৰ্ষতা সেইদৰে বঢ়ালে। ইয়াৰ বাদেও চাহ খেতিয়ে অসমীয়া মানুহলৈ জীৱিকা অৰ্জনৰ এটা সুগম বাট মুকলি কৰিলে। ..... মুঠতে কবলৈ গলে, এই চাহ খেতিৰ পৰা অসম দেশৰ মাটি আৰু মানুহৰ বিস্তৰ উন্নতি হব লাগিছে।"[১৭]

ব্ৰিটিছ্ শাসকশ্ৰেণীৰ একান্ত অনুৰক্ত আৰু সুবিধাভোগী অসমীয়া বুদ্ধিজীৱী এজনৰ পৰা ইয়াতকৈনো আমি কি বেছি আশা কৰিব পাৰোঁ।

## ৯.৯ ব্যৱসায়-বাণিজ্যৰ প্ৰতি অসমীয়া মধ্যশ্ৰেণীৰ অনীহা

ইতিপূৰ্বেই উল্লেখ কৰা হৈছে যে ব্ৰিটিছ্ প্ৰশাসনে অসমৰ সামন্তবাদী অৰ্থনীতি ভাঙি পেলোৱাত অভিজাত শ্ৰেণীটোৰ মাজত আৰ্থিক সংকটে দেখা দিছিল। সেই সময়ত ব্যৱসায়-বাণিজ্যৰ প্ৰতি অভিজাত শ্ৰেণীটোৰ উপৰিও ইতিমধ্যে ঠন ধৰি উঠা মধ্যশ্ৰেণীটোৱে আগ্ৰহ প্ৰকাশ কৰা বৰকৈ দেখা নগৈছিল। যিহেতু পুঁজিবাদী অৰ্থনীতিৰ বতাহে তেওঁলোকক চুই গ'লেও তেওঁলোকে সম্পূৰ্ণৰূপে সামন্তবাদী সংস্কৃতিৰ মোহৰ পৰা মুক্ত হ'ব পৰা নাছিল; সেয়েহে তেওঁলোকে ব্যৱসায়-বাণিজ্যক বিশেষ মৰ্যাদাজনক আৰু সন্মানজনক কাম বুলি গণ্য নকৰিছিল। সেই সময়ৰ অসমত য়ুৰোপীয়, মাৰোৱাৰী মহাজন আৰু বঙালী শ্ৰেণীকহে আমি ব্যৱসায় বৃত্তিত বিশেষ প্ৰভাৱ থকা দেখিবলৈ পাওঁ। প্ৰকাশিত তথ্য-পাতিয়ে কয় ঃ

> "The trading community chiefly consists of Europeans, Bengali Shopkeepers chiefly from Dacca and Marwari Merchants. The last mentioned is the most numerous and influential class, with the exceptian, of course, of the tea planters ......
>
> "The Marwari traders ..... are to be found in almost every important village. They keep supplies of salt, cotton twist and piece-goods, brass vessels, undrained sugar etc. and exchange these commodities for money, but more generally for paddy, rice, mustard, silk coccons, silk thread and silk cloth. When required they make advances to the cultivators, and the rate of interest changed is usually one anna per rupee per month or 75 percent. But these advances are by no means common as the Assamese prefer apparently to borrow from each other."[১৮]

## ৯.১০ চাহশিল্পত অসমীয়া মধ্যশ্ৰেণীৰ উদ্যোগ

কিন্তু দেখাক দেখি কুকুৰে কৰে একাদশীৰ দৰে ইংৰাজ চাহাবসকলক দেখি অসমীয়া মধ্যশ্ৰেণীৰ কিছুসংখ্যকেও চাহ বাগিচা খোলাত মনোনিবেশ কৰিবলৈ ধৰিলে আৰু সেইটোকেই বিশেষ সন্মানজনক আৰু আভিজাত্যধৰ্মী ব্যৱসায় বুলি লাহে লাহে পৰিগণিত হ'বলৈ ধৰে। অসমীয়া চাহ খেতিয়কসকলৰ ভিতৰত মণিৰাম দেৱানৰ পিছতেই

বোযেশ্বৰ বৰুৱা, দীননাথ বেজবৰুৱা, গঙ্গাগোবিন্দ ফুকন, জগন্নাথ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, ৰাধাকান্ত সন্দিকৈ, পদ্মনাথ শৰ্মা, হৰিবিলাস আগৰৱালা আদিৰ নাম উল্লেখযোগ্য। কিন্তু এইখিনিতে এটা কথা মন কৰিব লাগিব যে ব্ৰিটিছ পুঁজিপতি-বণিকসকলৰ আগত অসমৰ দুৰ্বল ব্যৱসায়ীসকল তিষ্ঠি থাকিব নোৱাৰিছিল। ব্ৰিটিছ শাসক আৰু পুঁজিপতি শ্ৰেণীৰ উভয়েই ক্ৰমাৎ উন্নতি হ'বলৈ ধৰা অসমৰ ব্যৱসায়ীসকলক জোৰজবৰদস্তি কৰি হয় তেওঁলোকৰ তলতীয়া কৰি ৰাখিব বিচাৰিছিল নহয় নানা ছল-চাতুৰী কৰি অসমীয়া ব্যৱসায়ীসকলৰ ব্যৱসায়ক নিজৰ হাতৰ মুঠিলৈ লৈ গৈছিল। ইয়াৰ প্ৰমাণ বিচাৰিলে তৎকালীন অসমত দেখাৰ পোৱা যাব। আচৰিত কথা এইটোহে যে সাম্ৰাজ্যবাদীৰ এনে বৰ্বৰ ঔপনিবেশিক শোষণ-লুণ্ঠন আৰু ছল-চাতুৰীৰ প্ৰতি অসমীয়া মধ্যশ্ৰেণী বৰ বেছি মনোযোগী নাছিল; বৰং বহুতেইতো ঔপনিবেশিক শাসনৰ সুফলক প্ৰশংসাহে কৰিছিল।

## ৯.১১ চাহ ব্যৱসায়ী ৰূপত বোযেশ্বৰ বৰুৱা, দীননাথ বেজবৰুৱা আৰু গঙ্গাগোবিন্দ ফুকন

যেই নহওক, উনৈশ শতিকাৰ ষাঠিৰ দশকত বোযেশ্বৰ বৰুৱাই ৬/৭খন বাগিচা খুলিছিল। কিন্তু অৰ্থনৈতিক সংকটত পৰি ১৮৬৬ চনত তেওঁ কেইবাখনো বাগিচা ব্ৰিটিছ কোম্পানীক বেচি দিবলগীয়া হয়।[১৯] ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱায়ো 'সিংহদুৱাৰ' আৰু 'ৰজাবাৰী' নামৰ দুখন চাহ বাগিচা খুলিছিল।[২০] সেই সময়ৰ শিৱসাগৰৰ এজন নেতৃস্থানীয় ব্যক্তি আছিল গঙ্গাগোবিন্দ ফুকন। ফুকনে স্বাধীন ব্যৱসায় কৰাৰ ইচ্ছাৰে প্ৰথমে চৰকাৰী চাকৰি নকৰি লাহোৱালত এখন চাহ বাগিচা খুলিছিল। কিন্তু ব্ৰিটিছ চাহাবসকলৰ কু-প্ৰৰোচনাত পৰি তেওঁ সেই বাগিচা ডাঃ বেৰী হোৱাইটক 'নামমাত্ৰ মূল্য'ত বেচি দি চৰকাৰী চাকৰি কৰিবলৈ বাধ্য হৈছিল। গঙ্গাগোবিন্দই পিছৰ কালতো ভিনিহিয়েকৰ নামত এডোখৰ চৰকাৰী পতিত মাটি লৈ তাত বালিজান চাহ বাগিচা খোলোঁতেও চৰকাৰৰ পৰা বাধা পাইছিল। চাহ বাগিচা খোলাৰ কথা যেতিয়াই চীফ কমিচনাৰৰ কাণত পৰিল তেতিয়াই গঙ্গাগোবিন্দক সুৰমা উপত্যকালৈ বদলি কৰিলে। গঙ্গাগোবিন্দই অৱশ্যে ব্ৰিটিছ চৰকাৰৰ এই আদেশ নামানি কাম ইস্তফা দি বাগিচাৰ কামত লাগিল।

## ৯.১২ চাহ ব্যৱসায়ত অসমীয়া ব্যৱসায়ীৰ প্ৰতিবন্ধকতা

সেইদৰে কৃষ্ণ শৰ্মাৰ ডায়েৰীৰ পৰা আমি জানিব পাৰোঁ যে শৰ্মাৰ দেউতাকে লেটেকুজানত খোলা বাগিচাখন এজোপা সীমাৰ গছৰ বাবেই 'নামমাত্ৰ দহ হেজাৰ টকাত' চাহাবৰ ওচৰত বিক্ৰী কৰিবলগীয়া হয়। কৃষ্ণ শৰ্মাৰ ভাষাত ঃ

> "প্ৰথমতে আমাৰ মেলেঙৰ লেটেকুজান নামৰ 'ফি চিম্প্‌ল গ্ৰাণ্টটো'ৰ এজোপা সীমাৰ গছৰ বাবে চাহাবৰ লগত ককাইদেউহঁতৰ ভয়ানক কাজিয়া হ'ল। চাহাবে বাগানৰ অহা-যোৱা বাট বন্ধ কৰি দিলে। আমাৰ বাগানৰ মাজেদি বাট উলিয়াবলৈ দক্ষিণপাট সত্ৰৰ দেৱোত্তৰ মাটিৰ বাহিৰে আন উপায় নাই। দক্ষিণপাট সত্ৰৰ গৰাকীয়ে বাটৰ কাৰণে মাটি দিবলৈ সন্মত নোহোৱাত আৰু দিনকদিনে বাগানৰ ইউৰোপীয়ান চাহাবৰ লগত কাজিয়া বাঢ়ি যোৱাত আৰু সেই সময়ৰ যোৰহাট মহকুমাধিপতি মূৰ চাহাবৰ লগত দেউতাৰ বন্ধুত্বৰ সুবিধা লৈ বাগিছাৰ চাহাবে আমাৰ লেটেকুজান গ্ৰাণ্টটো চাহাবত বিক্ৰী কৰিবলৈ দেউতাক বাধ্য কৰালে।"[২২]

ইয়াৰ পিছতো কৃষ্ণ শৰ্মাৰ দেউতাকে 'নৰাজান' চাহ বাগিচা কিনিছিল। কিন্তু এইখনো ঘৰুৱা কন্দল আৰু নানা আহুকালৰ ছেলু লৈ জাঁজী কোম্পানীয়ে গ্ৰাস কৰিলে। "মৌজাদাৰক চৰকাৰী খাজনা দিয়েই বাগান দখল কৰিলে।"[২৩] তেনেদৰেই কৃষ্ণ শৰ্মাৰ ডায়েৰীৰ মাজত আমি আন এজন অসমীয়া চাহখেতিয়ক নাৰায়ণ বেজবৰুৱাও বিপদত পৰাৰ কথা পাওঁ। শৰ্মাই এঠাইত লিখিছে ঃ

> "নাৰায়ণ বেজবৰুৱাদেৱে সেই সময়ত বাগিছা খুলি বিপদত পৰিছিল। দেউতাৰ পৰা পাঁচ হেজাৰ টকা ধাৰলৈ নিয়ে। চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়াই মোৰ আগত কৈছিল যে সেই টকা নোপোৱা হ'লে তেওঁলোকে বাগিছা ৰাখিব নোৱাৰিলেহেঁতেন।"[২৪]

## ৯.১৩ ব্যৱসায়ী জগন্নাথ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱাৰ ভূমিকা

ঊনৈশ শতিকাৰ অসমীয়া মধ্যশ্ৰেণীৰ ভিতৰত দুজন প্ৰসিদ্ধ ব্যৱসায়ী আছিল জগন্নাথ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱা। জগন্নাথ বৰুৱাই পিতৃ হেমধৰ বৰুৱাই স্থাপন কৰি যোৱা 'লেটেকুজান' চাহ বাগিচাখনকেই প্ৰথমে চোৱা-চিতা কৰিবলৈ লয় আৰু পিছলৈ 'টিপমীয়া' আৰু 'বচাবাৰী' বাগিচা খুলি ব্যৱসায়ত ভালকৈ লাগি পৰে। মাণিক বৰুৱাই আনন্দৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ অন্নদাৰাম ঢেকিয়াল ফুকনৰ সৈতে লগ লাগি 'বৰুৱা-ফুকন ব্ৰাদাৰ্ছ' নামৰ এটি বহল ব্যৱসায় ভিত্তিক কোম্পানী খোলে। এই সন্দৰ্ভত লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ জীৱন সোঁৱৰণত লিখিছে ঃ

> "অসমৰ সুযোগ্য সন্তান শ্ৰীযুত মাণিকচন্দ্ৰ বৰুৱা আৰু সুবিখ্যাত আনন্দৰাম ঢেকিয়াল ফুকনৰ পুতেক অন্নদাৰাম ঢেকিয়াল ফুকনে "বৰুৱা-ফুকন ব্ৰাদাৰ্ছ" নাম দি গুৱাহাটীত সাউদৰ ব্যৱসায় খুলিছিল। শ্ৰীযুত ভোলানাথ বৰুৱা (পিছত বিখ্যাত সদাগৰ বি. বৰুৱা) সেই ব্যৱসায়ৰ কাঠৰ "বিজ্‌নেছ" বিভাগৰ মেনেজাৰ আছিল। "বৰুৱা-ফুকন ব্ৰাদাৰ্ছ"ৰ বেহা- বেপাৰ খুব ডাঙৰভাবে ভাল ৰমকেই চলিছিল। তেওঁলোকৰ সৰু জাহাজ এখনো আছিল। বাস্তৱিকতে য়ুৰোপীয় ধৰণেৰে অসমত বেহা-বেপাৰৰ প্ৰথম পথ প্ৰদৰ্শক

(Pioneer) বৰুৱা-ফুকন ব্ৰাদাৰ্ছেই বুলিব লাগে। দুখৰ বিষয় অন্নদাৰাম ঢেকিয়াল ফুকন অকালতে কালৰ গৰাহত পৰিল। মাণিকচন্দ্ৰ বৰুৱাৰ জ্যেষ্ঠ ভ্ৰাতা সুবুদ্ধিমান ফটিকচন্দ্ৰ বৰুৱা গৱৰ্ণমেণ্টৰ উচ্চপদস্থ কৰ্ম্মচাৰী আছিল। তেওঁৰ বিচক্ষণ বুদ্ধি আৰু উপদেশ মাণিকচন্দ্ৰৰ ব্যৱসায়ৰ এটা ঘাই ধৰণীস্বৰূপ আছিল। ..... বাস্তৱিক পক্ষত ফটিক বৰুৱাৰ মৃত্যুৰ পিছৰ পৰাই মাণিক বৰুৱাৰ ব্যৱসায়ৰ অৱনতি ঘটিল।"[২৫]

যেই নহওক, কোম্পানীটোৰ অধীনত কেইবাখনো চাহ বাগিচা আছিল। তাৰ বাহিৰেও ৰেল লাইনৰ বাবে কাঠৰ শ্লিপাৰ যোগানৰ কামো কোম্পানীটোৱে কৰিছিল। ১৮৮৫ চনত মাণিকচন্দ্ৰ বৰুৱাই 'ফ্লোটিলা' নামে এটা জাহাজ কোম্পানীৰ এজেন্সি লয় আৰু ১৮৮৭ চনত "গৌহাটী আইচ কোম্পানী" নামৰ এটা বৰফৰ কাৰখানাও গুৱাহাটীত প্ৰতিষ্ঠা কৰে।[২৬] মন কৰিবলগীয়া যে 'বৰুৱা ফুকন ব্ৰাদাৰ্ছ'ৰ তৰফৰ পৰা আসাম নিউচ নামৰ এখন ইংৰাজী-অসমীয়া সাদিনীয়া কাকত উলিওৱা হৈছিল আৰু তাৰ সম্পাদক আছিল অসমীয়া সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱা। নিজে চাহ খেতিয়ক হোৱা বাবে মাণিকচন্দ্ৰ বৰুৱাই অসমৰ চাহ বাগিচাৰ বিকাশত উৎফুল্লিত হৈ পৰিছিল। চাহ শিল্পৰ উন্নতিত তেওঁ ইমানেই আত্মহাৰা হৈ পৰিছিল যে এটা সময়ত তেওঁ কৈয়ে পেলাইছিল ঃ

"It is superflous for me to state here that, were it not for the Tea Industry, Assam would not have been what she is today. The planting community have been the pioneers of progress and enlighten in Assam."[২৭]

কিন্তু বৰুৱাই চাহশিল্পৰ সম্পৰ্কে এনেদৰে প্ৰশংসা কৰোঁতে চাহ বনুৱাৰ দুখ-দুৰ্গতিৰ কথা ঘূণাক্ষৰেও উল্লেখ কৰা নাই। সেয়েহে ক'ব পাৰি, তৎকালীন অসমীয়া মধ্যশ্ৰেণীৰ মাজত যি সুবিধাভোগী, শোষণমুখী আৰু ঔপনিবেশিক দৃষ্টিভংগী লক্ষ্য কৰা যায় তাৰ পৰা মাণিকচন্দ্ৰ বৰুৱাও মুক্ত নাছিল।

## ৯.১৪ ব্যৱসায়ী পুৰিবিলাস আগৰৱালা

সেই সময়ৰ অসমৰ এজন প্ৰখ্যাত ব্যৱসায়ী আছিল হৰিবিলাস আগৰৱালা। চাহ ব্যৱসায়ৰ পৰা আৰম্ভ কৰি কাঠ, চাউল, ৰবৰ, বেংকিং আদি বহু লাখ টকাৰ কাৰবাৰ তেখেতে কৰিছিল। গোটেই অসমত তেতিয়া তেখেতৰ প্ৰায় ষাঠিখন দোকান আছিল। তেখেতে তামোল বাৰীত চাহ বাগিচা এখনো খুলিছিল। এনেহেন ধনী ব্যৱসায়ী এজনো ব্ৰিটিছৰ কু-চক্ৰান্তত পৰি এটা সময়ত মুজুৰা পৰি যাবলৈ বাধ্য হৈছিল। জ্যোতিপ্ৰসাদৰ মতে ঘটনাটো আছিল এনে ধৰণৰ ঃ

..... হৰিবিলাসে তেজপুৰত এটা ডাঙৰ কাঠ ফলা কল খুলিছিল আৰু ইয়াত ইঞ্জিনিয়াৰ হিচাপে ৰাখিছিল ইয়ং নামেৰে এজন য়ুৰোপীয়ানক। ইয়াৰ মেনেজাৰ আছিল তেজপুৰৰ লক্ষ্মীকান্ত বৰকাকতী। তেজপুৰৰ সকলো চাহ বাগিচাই তেতিয়া এই হৰিবিলাসৰ কলৰ পৰাই চাহ বাকচ লৈছিল। এই কাঠ কলৰ বহুত টকা চাহ বাগিচাত বাকী সোমায়।

মেনেজাৰ লক্ষ্মীকান্তই সেই বাকী আদায় কৰিবৰ কাৰণে চাহ খেতিয়ক কিছুমানলৈ বৰ চোকাকৈ তাগিদা দি চিঠি লিখে আৰু এই চিঠিয়েই হৰিবিলাসৰ ভাগ্য আকাশত বিৰাট পৰিবৰ্তন আনি সেই সময়ৰ অসমৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ ধনী আগৰৱালা পৰিয়ালক প্ৰায় কপৰ্দ্দকশূণ্য অৱস্থালৈ নমাই আনে। .....

"এই চিঠি পায়েই সকলো চাহ-খেতিয়ক জ্বলি-পকি উঠিল। ..... সকলো চাহ-খেতিয়ক একমুঠ হৈ হৰিবিলাসৰ কাঠকল বৰ্জ্জন কৰিলে। হৰিবিলাসৰ হাজাৰ হাজাৰ চাহ-বাকচ এনেয়ে জহি পচি গ'ল। লগে লগে চাহ-খেতিয়কসকলে মিঃ বাইৰণ নামেৰে এজন ইংৰাজৰ দ্বাৰাই তেজপুৰত এটা কাঠ ফলা কল বহুৱাই হৰিবিলাসৰ কলৰ সৰ্ব্বনাশ কৰিবলৈ দৃঢ়সঙ্কল্প হ'ল। ..... এই বিৰাট লোকচান হ'লত কাঠ-ফলা কল বন্ধ কৰিবলগীয়া হ'ল .....।"[২৮]

অৱশ্যে হৰিবিলাসৰ কাঠৰ মিলটো বন্ধ হোৱাৰ অন্তৰালত ব্ৰিটিছ চাহ খেতিয়কসকলৰ আন এটি প্ৰতিহিংসাৰ কাৰণো জড়িত হৈ আছে বুলি গৱেষক প্ৰসেনজিৎ চৌধুৰীয়ে তথ্যসহ উল্লেখ কৰিছে। সেইটো হ'ল গিৰ্মিটৰ মিয়াদ শেষ হোৱা বনুৱাসকলে চাহাবসকলৰ অমানুষিক অত্যাচাৰৰ বাবে পুনৰ তেওঁলোকৰ বাগিচাত কাম নকৰি সাধাৰণতে ভাৰতীয় ব্যৱসায়ীসকলৰ কাৰখানাত বা বাগিচাত কাম কৰিবলৈ ভাল পাইছিল। তেনে বনুৱা আহি হৰিবিলাসৰ কাঠৰ মিলতো নিশ্চয় সোমাইছিলহি। আৰু এই বনুৱাক লৈয়ে কাঠৰ মিলৰ মেনেজাৰ লক্ষ্মীকান্তৰ লগত চাহাবসকলৰ প্ৰায়েই সংঘৰ্ষ হৈছিল। অধ্যাপক চৌধুৰীৰ মতে ঃ

"..... জ্যোতিপ্ৰসাদে উল্লেখ কৰা মেনেজাৰৰ চিঠিখনৰ গইনা লৈ চাহাব চাহ খেতিয়কসকলে আচলতে হৰিবিলাসৰ কাঠৰ কলটো অচল কৰি দিবলৈ এক ধৰণৰ চক্ৰান্ত চলাইছিল। তেওঁলোকে যে কেৱল জাতি-দম্ভৰ বাবেই এনে কৰিছিল সি নহয়, অৰ্থনৈতিক উদ্দেশ্যও নিশ্চয় আছিল। কাৰণ গিৰমিটৰ মিয়াদ শেষ হোৱা বনুৱাসকলে তেওঁলোকৰ বাগিচাত কাম নকৰি দেশীয় লোকৰ বাগিচা বা কলত কাম কৰিবলৈ যোৱাৰ অৰ্থই আছিল তেওঁলোকে আকৌ নতুনকৈ বনুৱা অনাৰ ব্যয়বহুল ব্যৱস্থা কৰা। গতিকে চাহাব খেতিয়কসকল দেশীয় ব্যৱসায়ী হৰিবিলাসৰ কাঠৰ কলটো বন্ধ কৰিবলৈ একগোট হোৱাটো খুবেই স্বাভাৱিক।"[২৯]

## ৯.১৫ চন্দ্ৰকুমাৰ আগৰৱালাৰ ভূমিকা

আধুনিক শিক্ষাৰে শিক্ষিত অসমীয়া ভাষা-সাহিত্যৰ অন্যতম পথিকৃত চন্দ্ৰকুমাৰ আগৰৱালায়ো চৰকাৰী চাকৰিলৈ মন নেমেলি দেউতাক হৰিবিলাস আগৰৱালাৰ দৰে আজীৱন ব্যৱসায়তেই নিগাজীকৈ লাগি আছিল। কলিকতাত পঢ়ি থকা কালতেই তেওঁ জোনাকী কাকত উলিয়াই অসমীয়া সাহিত্য জগতত এটি যুগ সৃষ্টি কৰি গ'ল। কলিকতাত

থাকিয়েই তেওঁ 'আসাম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিচাৰ্চ লিমিটেড' নামৰ এটি কোম্পানী খুলি কিতাপৰ ব্যৱসায়ো কৰিছিল। সেইদৰে জোনাকীৰ পিছত তেওঁ অসমীয়া নামৰ আন এখন কাকতো উলিয়াইছিল। চন্দ্ৰকুমাৰে অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰলৈ যি বৰঙণি আগবঢ়াইছিল তাৰ প্ৰেৰণা তেওঁ অকল কলিকতাৰ কলা-সংস্কৃতিৰ ক্ষেত্ৰখনৰ পৰাই পোৱা নাছিল আনকি পৰিয়াল সূত্ৰৰ পৰাও লাভ কৰিছিল। পিতৃ হৰিবিলাসেও কীৰ্ত্তন-ঘোষাকে আৰম্ভ কৰি বহু ন-পুৰণি অসমীয়া গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছিল। পিতা-পুত্ৰই অসমীয়া ভাষা-সাহিত্যৰ জগতখনক যেনেকৈ উন্নতি কৰি গ'ল তেনেদৰে তেওঁলোকে গ্ৰন্থ প্ৰকাশনৰ নিচিনা এটি ব্যৱসায়ো অসমত প্ৰতিষ্ঠা কৰি গ'ল।

পিতৃৰ সম্পত্তি হিচাপে চন্দ্ৰকুমাৰে তামোলবাৰী চাহ বাগিচাখনো এটা সময়ত কান্ধ পাতি ল'ব লগা হয় আৰু বাগিচাখনৰ উন্নতিৰ নিমিত্তে তেওঁ যথেষ্ট কষ্টও কৰিবলগা হয়। চাহ-বনুৱাসকলৰ উন্নতিৰ হকে তেওঁ তামোলবাৰী চাহ বাগিচাত সমবায় সংঘ স্থাপন কৰাই এখন দোকান খোলাই দিয়ে। এই সন্দৰ্ভত জ্যোতিপ্ৰসাদে কৈছে ঃ

> "এই তামোলবাৰী সমবায় সংঘৰ দোকানৰ প্ৰতিপত্তি বঢ়াই তাক গঢ়ি তুলিবলৈ বাগিচাৰ ভিতৰত মাৰোৱাৰী দোকান তুলি দিয়ে। বাগিচাৰ বনুৱাবোৰক গোটাই এই সমবায় সংঘ মতে পতা দোকানৰ উপকাৰিতা বুজাই দিয়া হয়। বাগিচাৰ বনুৱাবিলাকে এই বিষয়ে অতি উৎসাহিত হৈ উঠে আৰু সকলোৱে যথাসাধ্যে অংশ লৈ এই বনুৱাৰ অনুষ্ঠান তামোলবাৰী কো-অপাৰেটিভ ষ্টৰ্ছ স্থাপন কৰে আৰু চন্দ্ৰকুমাৰকে সেই সমিতিৰ সভাপতি পাতে। সমবায় সংঘ যথানিয়মে ছিলঙত ৰেজিষ্টাৰী কৰোৱা হয় আৰু সংঘৰ দোকান খোলা হয়।"[৩০]

মালিক স্বত্বাধিকাৰী হিচাপে চন্দ্ৰকুমাৰৰ এনে মানৱতাবাদী দৃষ্টিভংগী আৰু কাৰ্য যদিও প্ৰশংসনীয় আছিল তথাপি আন কেতবোৰ বিষয়ত তেওঁক আমি এজন অমানুষিক, উৎপীড়ক হিচাপেহে পাওঁ। উদাহৰণস্বৰূপে তেওঁৰ ভোগ-বিলাস আৰু যৌন-লিপ্সাৰ কথাকেই প্ৰথমে উনুকিয়াব পাৰি। এই সন্দৰ্ভত জ্যোতিপ্ৰসাদৰ লেখাৰ পৰাই উদ্ধৃতি দিলে পাঠক সমাজৰ মনত বোধহয় কোনো খোকোজা নাথাকিব। জ্যোতিপ্ৰসাদে কোনো লুক-ঢাক নোহোৱাকৈ লিখিছে ঃ

> "চাহ বাগিচাত থাকি তেওঁ পূৰামাত্ৰাই য়ুৰোপীয় আদব-কায়দা লৈ খোৱা-বোৱা সকলো চাহাবী ধৰণেৰে কৰিছিল। য়ুৰোপীয় ধৰণ-কৰণৰ লগতেই সেই সময়ত চাহ বাগিচাৰ য়ুৰোপীয়সকলৰ পাপখিনিও তেওঁৰ পৰা ভালকৈয়ে আঁসে পাইছিল। ভোগ-বিলাস আৰু ইন্দ্ৰিয় তৃপ্তিৰ আহিলা যিকেইটা আৱশ্যক তেওঁ আটাইকেই প্ৰথমতে অতিৰিক্তভাৱে প্ৰশ্ৰয় দিছিল।"[৩১]

আনহাতে মালিক চন্দ্ৰকুমাৰে কৰ্মচাৰীক কোনো আগতীয়া জাননী নিদিয়াকৈ নিজৰ

খেয়াল-খুচীমতে কামৰ পৰা বৰ্খাস্ত কৰা কাৰ্য তেওঁৰ অকল অমানৱীয় চৰিত্ৰকেই প্ৰকাশ কৰা নাছিল আনকি তেনে কাৰ্যই তেওঁক ব্ৰিটিছ পুঁজিপতি শোষকশ্ৰেণীৰ পদানুসৰণকাৰী আছিল বুলিও আমাক প্ৰতীতি জন্মায়। এনে অভিজ্ঞতা অসমৰ সংবাদ জগতৰ প্ৰবাদ পুৰুষ লক্ষ্মীনাথ ফুকনৰ জীৱনতেই ঘটিছিল। স্বৰ্গীয় ফুকনৰ লেখনীৰ মাজতেই আমি ইয়াৰ আভাস পাওঁ ঃ

> "মই 'অসমীয়া'ত আগৰৱালাৰ তলত তিনিবাৰ কাম কৰিছিলোঁ। তাৰে এবাৰ মই নিজে কাম এৰি থৈ আহোঁ, আৰু দুবাৰ আগৰৱালাই মোক কামৰ পৰা এৰুৱাই দিয়ে। মই আগৰৱালাক বেয়া পোৱাটোৱেই স্বাভাৱিক। সেই সময়ত মই সঁচাকৈয়ে তেওঁক বেয়াই পাইছিলোঁ, কিন্তু সেই বেয়া পোৱা আছিল দুদিনীয়া।"[৩২]

আনহাতে, ফুকনৰ লেখাৰ পৰা আমি আন এটি চিত্তাকৰ্ষক তথ্য পাওঁ। এবাৰ হেনো চন্দ্ৰকুমাৰে এজন 'কম্পোজিটৰ'ক কোনো কথাত বেয়াকৈ গালি পৰাত পিছদিনা প্ৰেছৰ সকলো কৰ্মচাৰীয়েই 'হৰতাল' পালন কৰে। ফুকনৰ মতে ঃ "ইয়াৰ আগতে মই জনাত অসমৰ কোনো কাকতত হৰতাল হোৱা নাছিল।"[৩৩] গতিকে দেখা যায় যে ব্ৰিটিছ পুঁজিপতি চাহ খেতিয়কসকলৰ দৰে বৰ্বৰ, পশু মনোবৃত্তিৰ নহ'লেও দেশীয় পুঁজিপতি মালিক হিচাপে চন্দ্ৰকুমাৰৰ মানৱতাবাদী দৃষ্টিভংগী ক্ৰমাৎ শুকাই যাবলৈ ধৰিছিল আৰু তাৰ ঠাইত দখল কৰিছিলহি মালিকীসুলভ দাম্ভিকতা আৰু শোষণমুখী দৃষ্টিভংগী। তেওঁ চাহ শ্ৰমিকসকলক মাৰোৱাৰী মহাজনৰ শোষণৰ পৰা ৰক্ষা কৰিবলৈ সমবায়ভিত্তিক দোকান খোলাত যেনেদৰে উৎসাহ আৰু উদ্যোগ দেখুৱাইছিল ঠিক তেনেদৰে তেওঁ চাহ বাগিচাকে আৰম্ভ কৰি তেওঁৰ আন আন ব্যৱসায়ক সমবায়ভিত্তিক ব্যৱসায় হিচাপে গঢ়ি তোলাত কোনো উদ্যোগ লোৱা দেখা নগৈছিল। প্ৰকৃততে, 'মানুহেই দেৱ / মানুহেই সেৱ / মানুহ বিনে নাই কেৱ / কৰা কৰা পূজা / পাদ্য-অৰ্ঘ্য লৈ / জয় জয় মহাদেৱ' বুলি ঘোষণা কৰি যোৱা চন্দ্ৰকুমাৰৰ মানৱতাবাদী দৃষ্টিভংগী তেওঁৰ ছাত্ৰ জীৱনৰ ৰোমাণ্টিক ভাবোচ্ছাসৰ বাহিৰে আন একো নাছিল। ব্যৱসায় জগতত সোমোৱাৰ লগে লগে তেওঁ সেই মানৱতাবাদী দৃষ্টিভংগী কৰ্পূৰৰ দৰে লাহে লাহে উৰি গৈছিল। মধ্যশ্ৰেণীৰ যি শ্ৰেণীস্বাৰ্থ আৰু সুবিধাভোগী ভূমিকা তাৰ কবলৰ পৰা চন্দ্ৰকুমাৰো মুক্ত হ'ব পৰা নাছিল। সি যি নহওক, চন্দ্ৰকুমাৰ আগৰৱালাৰ জীৱন সামগ্ৰিকভাৱে বিচাৰ কৰোঁতে তেওঁৰ এই নেতিবাচক দিশসমূহকো নিৰ্মোহ আৰু বস্তুনিষ্ঠভাৱে আলোকপাত কৰিলেহে তেওঁৰ প্ৰতি সমুচিত বিচাৰ কৰা হ'ব। কথাটো আমাৰ সাহিত্য-সমালোচকসকলেও টং কৰি চোৱাটো ভাল।

## ৯.১৬ সদাগৰ ভোলানাথ বৰুৱা

উনবিংশ শকিতাৰ অসমৰ ব্যৱসায় জগতৰ এজন প্ৰসিদ্ধ পুৰুষ আছিল ভোলানাথ বৰুৱা। ব্যৱসায় জগতত তেওঁ ইমানেই প্ৰতিপত্তি আছিল যে সেই সময়ত অসমৰ মানুহে

তেওঁক সদাগৰ বুলিহে জানিছিল। প্ৰথমে বৰুৱাই মাণিকচন্দ্ৰ বৰুৱাৰ গুৱাহাটীত থকা 'এম. চি বৰুৱা এণ্ড কোম্পানী'ত মেনেজাৰ হিচাপে কাম কৰিছিল। তাৰ পিছত তেওঁ কলিকতালৈ গৈ স্বাধীনভাৱে লাখ টকাৰ কাৰবাৰ আৰম্ভ কৰে। কপাহৰ ব্যৱসায়ৰ পৰা আৰম্ভ কৰি চাহপাত, কাঠৰ ব্যৱসায়লৈকে বিভিন্ন ব্যৱসায় কৰি অজস্ৰ ধন আৰ্জে। পিছলৈ তেওঁ অসমৰ সাহিত্যাকাশৰ অন্যতম ভোটাতৰা স্বৰূপ লক্ষ্মীনাথ বেজবৰুৱাকো ব্যৱসায় জগতলৈ টানি আনে আৰু দুয়ো যুটীয়াভাৱে ব্যৱসায়ত নামি পৰে। এই সম্পৰ্কত বেজবৰুৱাই তেওঁৰ আত্মজীৱনীত বহলাই লিখি গৈছে। ধনী ব্যৱসায়ী হিচাবে বি বৰুৱাই বহুতকে টকা-পইচা দি সহায়ো কৰিছিল। যোৰহাটত 'প্ৰিন্স অব্ ৱেল্চ' নামৰ কাৰিকৰী স্কুল প্ৰতিষ্ঠা কৰিবলৈ তেওঁ একলাখ টকা তেতিয়াৰ চৰকাৰক দান দিছিল। 'অসমীয়া সাহিত্যৰ চানেকি' গ্ৰন্থখন ছপাবৰ বাবে তেওঁ কলিকতা বিশ্ববিদ্যালয়ক দহ হেজাৰ টকা দিছিল। ইয়াৰ উপৰিও বহু ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠানক দান-বৰঙণি দি তেওঁ অকপটে সামাজিক কৰ্তব্য পালন কৰিছিল। কিন্তু তেওঁৰ এই উদাৰ মনোভাৱৰ কথা শ্ৰদ্ধাৰে স্মৰণ কৰিও এই কথা নকৈ নোৱাৰি যে ব্ৰিটিছৰ ঔপনিবেশিক শাসনত তেওঁৰ গভীৰ আস্থা আছিল। এই সন্দৰ্ভত লক্ষ্মীনাথ ফুকনে লিখিছে ঃ

> "ইংৰাজ ৰাজত্বত ভোলানাথ বৰুৱাৰ বিশ্বাস আছিল অগাধ; তেতিয়াৰ পৰা ২৮ বছৰৰ পিছতে ভাৰতবৰ্ষই যে স্বাধীনতা লাভ কৰিব আৰু সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা আহি ভাৰতবৰ্ষত ৰাজত্ব কৰা ইংৰাজসকল আকৌ সাত সাগৰ তেৰ নদী পাৰ হৈ ঘূৰি নিজ দেশ পাবগৈ সেই কথা বৰুৱাই সপোনতো ভাবিব নোৱাৰিছিল।"[৩৪]

সাম্ৰাজ্যবাদী শাসক শ্ৰেণীৰ তলত ব্যৱসায় কৰিয়েই তেওঁ তৃপ্তি লভিছিল। কিন্তু ব্ৰিটিছ ঔপনিবেশিক শ্ৰেণীয়ে অসমৰ সমাজ জীৱনক যে পংগু কৰি তুলিছিল আনকি দেশীয় ব্যৱসায়ী শ্ৰেণীক বিদেশী শাসক পুঁজিপতি শ্ৰেণীয়ে যে উধাবলৈ বাট এৰি দিয়া নাছিল এইবোৰ কথা তেওঁৰ দৃষ্টিত ধৰা দিয়া নাছিল। বিদেশীৰ শাসন তেওঁ বিধিৰ বিধান বুলিয়েই মানি লৈছিল। সেয়েহে তেওঁ বিদেশী শাসনৰ পৰা মুক্ত হৈ অসমত স্বাধীন পুঁজিপতি ব্যৱসায়ী শ্ৰেণী এটা জন্ম দিবলৈ কোনো দিনেই চেষ্টা কৰা নাছিল। এজন সফল আৰু প্ৰখ্যাত ব্যৱসায়ী হিচাপে বৰুৱাৰ এনে গোলামি ভূমিকা তৎকালীন অসমৰ বাবে উৎসাহজনক নাছিল।

## ৯.১৭ ব্যৱসায়ী ৰূপত সাহিত্যৰথী লক্ষ্মীনাথ

সি যি নহওক, ভোলানাথ বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাই কৰা যুটীয়া ব্যৱসায় বৰ বেছি দিন স্থায়ী নহ'ল। ব্যৱসায় সংক্ৰান্তত তেওঁলোকৰ মাজত মনোমালিন্য হ'ল আৰু বেজবৰুৱাই ভোলানাথৰ সংগ এৰি নিজাকৈ ব্যৱসায় আৰম্ভ কৰে। তাত লাভ কৰিব নোৱাৰি

বাৰ্ড কোম্পানীৰ চাকৰিত সোমায়। ইয়াত কিছু বছৰ কাম কৰাৰ পিছত তেওঁ সেই চাকৰি এৰি ১৯২৮ চনত সম্বলপুৰত নিজাকৈ কাঠৰ ব্যৱসায় কৰে। আন বহুতৰ দৰে লক্ষ্মীনাথৰ ব্যৱসায় জীৱনতো নানা উত্থান-পতন ঘটিছিল; বিশেষকৈ প্ৰথম মহাসমৰৰ পিছৰ পৰা। এই সন্দৰ্ভত তেওঁ নিজেই লিখিছে ঃ "মহাযুদ্ধ চাৰি বছৰ চলিছিল। তাৰ দুবছৰৰ ভিতৰতে মোৰ স্বাধীন ব্যৱসায়ৰ দিনক দিনে পৰালি পৰি আহিবলৈ ধৰিলে।"[৩৫] সি যি নহওক, তেতিয়াৰ দিনৰ উচ্চ শিক্ষিত হিচাপে বেজবৰুৱাই এটি চৰকাৰী চাকৰি লৈ বেছ আৰামত থাকিব পাৰিলেহেঁতেন। তাকে নকৰি তেওঁ ব্যৱসায়ৰ দৰে কণ্টকৰ পথ বাছি লৈছিল। এই সম্পৰ্কত বেজবৰুৱাই নিজেই এঠাইত স্বীকাৰোক্তি দিছে ঃ

> "মোৰ তেতিয়া অন্তৰৰ গূঢ়াতিগূহ্য প্ৰদেশৰ পৰা এই ভাব আৰু সঙ্কল্প ওলাইছিল যে মই স্বাধীনভাৱে পৰিশ্ৰম কৰি এমুঠি ভাত খাম, পৰৰ গোলামী কৰি নহয়। তেনেহলেই মই তৰি যাম। স্বাধীন ব্যৱসায় বা চেষ্টাত মই যদি বৰ ডাঙৰ হ'ব পাৰো ভালেই, নহলে নাই; তথাপি পেটে-ভাতে খাই থাকি তেনে জীৱন-যাপন কৰাটোৱেই মোৰ উচ্চ আকাংক্ষা আছিল, আৰু আজিও আছে। সেই দেখি মই আসাম গবৰ্ণমেণ্টৰ যচা চাকৰি নললোঁ।"[৩৬]

কিন্তু এইখিনিতে আমাৰ মনত প্ৰশ্ন উদয় হয় যে বেজবৰুৱাৰ স্বাধীন ব্যৱসায় প্ৰকৃততে কিমান স্বাধীন আছিল? এই প্ৰশ্নৰ উত্তৰ বেজবৰুৱাৰ লেখাৰ মাজতেই আমি পাওঁ ঃ

> "ব্ৰহ্মদেশৰ পৰা চেগুণ কাঠ আহে। ব্ৰহ্মদেশত যুৰোপীয় সদাগৰসকলৰ সেই ব্যৱসায় এক প্ৰকাৰে একচেটীয়া অৰ্থাৎ অকলশৰীয়া। তেওঁলোকৰ যুৰোপীয় এজেণ্ট, কলিকতা, মাদ্ৰাজ, বোম্বাই আৰু কৰাচী আদি ঠাইত থাকে। সেই এজেণ্টসকলো ডাঙৰ ডাঙৰ সদাগৰী ফাৰ্ম্ম। কাঠৰ ব্যৱসায়ী কৰোঁতা সৰহভাগ ভাৰতীয়ই তেওঁলোকৰ মাৰ্ফত কাঠ আনে। ..... আমি দেশী বেঁপাৰীবোৰে যুৰোপীয় এজেণ্টৰ পৰা ওপৰত কোৱা দৰে কাঠ কিনি কলিকতাৰ আৰু আন আন ঠাইৰ সৰু সৰু বেপাৰীক বেচোঁহক।"[৩৭]

গতিকে দেখা গ'ল যে বেজবৰুৱাইতে ব্ৰিটিছ বণিকসকলৰ তলতহে সৰু-সুৰা কাঠৰ ব্যৱসায় কৰিছিল। ব্যৱসায়ৰ মূল চাবি-কাঠি আছিল ব্ৰিটিছ পুঁজিপতি সদাগৰসকলৰ হাততহে। সেয়েহে সমাজতত্ত্ববিদ, প্ৰসিদ্ধ সমালোচক ড° হীৰেন গোহাঁইদেৱে ঠিকেই মন্তব্য কৰিছে ঃ

> "কলিকতাত বি বৰুৱাৰ সৈতে লক্ষ্মীনাথে যি "স্বাধীন" ব্যৱসায় কৰিছিল সি নামতহে স্বাধীন আছিল। একচেতীয়া ইংৰাজ ব্যৱসায়ী managing agency বোৰৰ বৃহৎ ব্যৱসায়ৰ সৰুসুৰা ঠিকা লোৱা আৰু সৰুসুৰা কাম কৰাই আছিল তেওঁলোকৰ ব্যৱসায়। নিঃসন্দেহে সাধাৰণ ভাৰতীয়তকৈ তেওঁলোকৰ উপাৰ্জন বেছি হৈছিল। কিন্তু

একচেতীয়া ইংৰাজ ব্যৱসায়-প্ৰতিষ্ঠানৰ তুলনাত— যি ব্যৱসায়-প্ৰতিষ্ঠানৰ যোগালী হিচাপে তেওঁলোকে জীৱিকা আৰ্জিছিল— সি আছিল নগণ্য, আৰু সেইবোৰ সা-সুবিধা আয়ত্ত কৰিবলৈ তেওঁলোকে চাহাবক বিশেষ খাটিৰ কৰি চালিবলগা হৈছিল।"[৩৮]

ব্ৰিটিছৰ গোলাম হৈ চাকৰি কৰা নাইবা ব্ৰিটিছ পুঁজিপতি-বণিকশ্ৰেণীৰ তলত ব্যৱসায় কৰা এই দুটাৰ মাজত যে বিশেষ পাৰ্থক্য নাই সেই কথা বেজবৰুৱাকে আৰম্ভ কৰি তৎকালীন অসমীয়া 'স্বাধীন'(!) ব্যৱসায়ীসকলে চিন্তাই কৰিব পৰা নাছিল। দুয়োটাৰ ক্ষেত্ৰত পৰাধীনতাৰ শিকলিডালে অসমীয়া মধ্যশ্ৰেণীটোক বান্ধি ৰাখিছিল। কিন্তু আচৰিত কথা, এই পৰাধীনতাৰ শিকলিডাল একেবাৰে ছিঙি পেলাবলৈ আন আন মধ্যবিত্তৰ দৰে বেজবৰুৱাও বিচৰা নাছিল। কলমৰ যোগেদি যদিও তেওঁ ব্ৰিটিছ ৰাজৰ অন্যায়-অনীতিসমূহক চোকা ভাষাৰে সমালোচনা কৰিছিল তথাপি তেওঁ ব্ৰিটিছৰ বিৰুদ্ধে জনতাৰ লগত সংঘবদ্ধ হৈ কোনো দিন ৰাজপথলৈ ওলাই অহা নাছিল।

## ৯.১৮ ব্যৱসায়ী ৰূপত অগ্নিকবি কমলাকান্ত

ব্যৱসায় জগতত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যয়ো হাত পকাইছিল। তেজপুৰ কাছাৰীত চাকৰি কৰি থকা সময়ত এবাৰ এজন ইংৰাজ বিষয়াৰ লগত কিবা কথাত কাজিয়া লগাত কমলাকান্তই সেই চাহাবক তামোলগছত বান্ধি কিলোৱাৰ পিছত চাকৰি ত্যাগ কৰি হৰিবিলাস আগৰৱালাৰ লগত ব্যৱসায় কৰিবলৈ ধৰে। এটা সময়ত তেওঁ হৰিবিলাসৰ সংগ এৰি স্বাধীনভাৱে সৰিয়হ, মৰাপাট, আদিৰ ব্যৱসায় কৰিবলৈ লয়। তেওঁ হাতীৰ মহলদাৰো আছিল। অসমৰ প্ৰথম সাহিত্যিক পেঞ্চনাৰ পদ্মনাথ গোহাঞিবৰুৱাৰ সৈতে লগ লাগি কমলাকান্তই তেজপুৰত 'অসম চেণ্ট্ৰেল প্ৰেছ' প্ৰতিষ্ঠা কৰি তাৰ পৰাই গোহাঞি বৰুৱাৰ সম্পাদনাত **অসম বন্তি** কাকতখন উলিয়াইছিল। কিন্তু কাকতখনৰ সম্পাদনা কাৰ্যত জড়িত থকা অগ্নিকবিজনাই এটা সময়ত 'অসম চেণ্ট্ৰেল প্ৰেছ'ৰ কাৰ্যনিৰ্বাহক সমিতিৰ আচৰণত বিতুষ্ট হৈ প্ৰেছৰ সংশ্ৰৱ এৰি গুচি গ'ল।[৩৯] ব্যৱসায় ক্ষেত্ৰখনত কমলাকান্তই সফলতা লাভ কৰিব পৰা নাছিল যদিও ব্যৱসায়-বাণিজ্যই যে অসমৰ উন্নতিৰ প্ৰধান হাতিয়াৰ সেই কথা তেওঁ ভালদৰে অনুভৱ কৰিব পাৰিছিল। সেয়েহে তেওঁ অসমীয়া মানুহৰ বেহা-বেপাৰৰ প্ৰতি যি অনীহা মনোভাব আছিল তাক ধিক্কাৰ দি কৈছে ঃ

"হেজাৰ ক্ৰোশ দূৰৰ মাৰোৱাৰীয়ে অসমত কি প্ৰভুত্ব পাতিছে! অসমৰ পৰ্বতবিলাকৰ মূলবান বস্তু— ৰবৰ এঠা, মৌ সিটা, হাতীদাঁত আদিৰ বেপাৰ আমি পৰক দিলোঁ। ঘৰৰ মূলবান গহনা-পাতি পৰক দি নিজে তাৰ ধৰুৱা হৈ বহি আছোঁ। এতিয়া অসমীয়াইঁত, আৰু এবাৰ কবানে 'উদৰ সাত পুৰুষ গ'ল কেঁচা মাছ খাওঁতেই, আমাক সেইসোপা কথা কেলৈ লাগিছে।"[৪০]

যেই নহওক, ব্যৱসায়-বাণিজ্যৰ প্ৰতি উৎসাহ দেখুৱালেও কমলাকান্তয়ো ব্ৰিটিছ শাসনৰ পৰা মুক্ত হৈ অসমত স্বাধীন ব্যৱসায়ী শ্ৰেণী এটা গঢ় দিয়াৰ কথা চিন্তা কৰিব পৰা নাছিল। ব্ৰিটিছৰ ঔপনিবেশিক শাসন তেওঁৰ বাবেও আছিল অসমৰ উন্নতিৰ জখলাস্বৰূপ!

## ৯.১৯ বাতৰি কাকতৰ ব্যৱসায়ী ৰাধানাথ চাংকোকতী আৰু কৃষ্ণকান্ত ভট্টাচাৰ্য

বাতৰি কাকতৰ যোগেদি ব্যৱসায় কৰাসকলৰ ভিতৰত ৰাধানাথ চাংকাকতীৰ নামো অন্যতম। দুৰ্ভাগ্যৰ কথা এইটোৱেই যে চাংকাকতীৰ দ্বাৰা প্ৰতিষ্ঠিত আৰু সম্পাদিত **টাইমছ অব্ আসাম**-এ অসমৰ স্বাৰ্থৰ হকে মাত নামাতি ব্ৰিটিছ শাসক আৰু চাহ খেতিয়কসকলৰ হকেহে কাম কৰিবলৈ লৈছিল। প্ৰকৃতপক্ষে ক'বলৈ গ'লে কাকতখন য়ুৰোপীয়ান চাহাবসকলৰ মুখপত্ৰস্বৰূপ হৈ পৰিছিল। কাকতখনৰ নামকৰণৰ পৰা আৰম্ভ কৰি বিজ্ঞাপনলৈকে সকলো কথাতেই চাহাবসকলে আগভাগ লৈছিল। এই সন্দৰ্ভত লক্ষ্মীনাথ ফুকনে লিখিছে ঃ

> "কাকতখনৰ 'টাইমছ অব্ আসাম' নামটো দিছিল খনিকৰ বাগিচাৰ এফ্ চি মৰাণে। তেওঁ সেই সময়ত ডিব্ৰুগড লোকেল ব'ৰ্ডৰ ভাইচ চেয়াৰমেনো আছিল। চাংকাকতীয়ে কোৱাত মৰাণে তেওঁলোকৰ কলিকতাৰ এজেণ্টৰ যোগেদি তেওঁক কালিয়নকৈ ৩০০ টকাৰ আখৰো অনাই দিছিল। ৰূপালী জয়ন্তী পালনৰ দিনা চাংকাকতীয়ে কোৱা মতে, কাকতখনৰ 'পলিচী' নিৰ্দ্ধাৰিণ কৰি দিছিল ইংৰাজে— চাহখেতি কৰা আৰু ৰজাঘৰীয়া কাম কৰা ইংৰাজে।"[৪১]

নক'লেও হ'ব বাতৰি কাকতৰ ব্যৱসায়ৰ নামত চাংকাকতীৰ এনে প্ৰভুভক্ত আৰু সুবিধাভোগী ভূমিকা নিঃসন্দেহে অসমৰ স্বাৰ্থৰ পৰিপন্থী আছিল। আনহাতে নিৰ্ভীক জাতীয়তাবাদী সাংবাদিক হোৱা বাবেই যোৰহাট কাছাৰীত পেস্কাৰৰ কাম কৰা কৃষ্ণকান্ত ভট্টাচাৰ্যই ব্ৰিটিছ ৰাজৰ ৰোষত পৰিবলগীয়া হৈছিল। তেওঁ "আউনীআটী সত্ৰ"ৰ পৰা 'ধৰ্মপ্ৰকাশ' যন্ত্ৰ নামৰ ছপাকলটো কিনি দত্তদেৱ গোস্বামীয়ে উলিওৱা কাকতৰ নামানুসৰি ১৯১২ চনত ভায়েক ঘনকান্ত ভট্টাচাৰ্যক সম্পাদকৰূপে ৰাখি **আসাম বিলাসিনী** নামৰ এখন জাতীয়তাবাদী কাকত উলিয়ায়। তেওঁৰ নিৰ্ভীক সাংবাদিকতাত অতিষ্ঠ হৈ চৰকাৰে তেওঁক আগতীয়াকৈ পেঞ্চন দি কামৰ পৰা বিদায় দিয়ে। তেতিয়াৰ পৰা নিজেই পোনপতীয়া সম্পাদক হৈ কাকতখন চলাবলৈ ধৰে। চৰকাৰে কাকতখন বন্ধ কৰিবলৈ যত্ন কৰাত মাটি-ভেটি নিলামত হেৰুৱাই কাকতখন অৱশেষত বন্ধ কৰিবলৈ বাধ্য হয়। এনে অৱস্থাতে **সুপ্ৰভাত** আৰু **জননী** নামৰ দুখন কাকত উলিয়াবলৈ যত্ন কৰিছিল। 'আসাম প্ৰডিউচ ট্ৰেডিং কোম্পানী' নামে এটা ব্যৱসায়িক প্ৰতিষ্ঠান খুলিছিল।"[৪২]

## ৯.২০ উপসংহাৰ

ওপৰৰ এই বিস্তৃত আলোচনাৰ পৰা কেইটামান কথা স্পষ্ট হৈ পৰে ঃ

১। অসমৰ শাসনভাৰ ব্ৰিটিছৰ হাতলৈ যোৱাৰ লগে লগে অসমৰ অৰ্থনীতি, ব্যৱসায়-বাণিজ্যও ব্ৰিটিছ ঔপনিবেশিক শ্ৰেণীৰ একচেটিয়া সম্পত্তি হৈ পৰে।

২। ইংৰাজ শাসনৰ প্ৰাৰম্ভিক কালছোৱাত সামন্তীয় চৰিত্ৰৰ অসমীয়া মধ্যশ্ৰেণীয়ে বেপাৰ-বাণিজ্য কৰাটো বিশেষ সন্মানজনক কাম বুলি গণ্য নকৰিছিল।

৩। অসমত ব্ৰিটিছ পুঁজিৰ বিনিময়ৰ ফলত ৰাস্তা-ঘাট, ৰেলপথ, টেলিগ্ৰাফকে আদি কৰি অসমৰ যি উন্নতি হৈছিল সি প্ৰকৃততে ঔপনিবেশিক শ্ৰেণীৰ নিজৰ স্বাৰ্থৰ বাবেহে হৈছিল। শাসক শ্ৰেণীয়ে অসমৰ উন্নতি স্বইচ্ছাই কৰোঁ বুলি কৰিবলৈ বিচৰা নাছিল।

৪। ব্ৰিটিছ শাসক আৰু পুঁজিপতি উভয় শ্ৰেণীয়েই অসমীয়া পুঁজিপতি বা ব্যৱসায়ীক তেওঁলোকৰ প্ৰতিদ্বন্দ্বী হোৱাত বাধা দিছিল আৰু নানা ছল-চাতুৰী কৰি অসমীয়া ব্যৱসায়ীক দমন কৰি তেওঁলোকৰ তলতীয়া কৰি ৰাখিছিল। তাৰ বিনিময়ত শাসকশ্ৰেণীয়ে অসমীয়া মধ্যশ্ৰেণীক আমোলা হিচাপে গঢ়ি তুলি তেওঁলোকৰ শাসন-শোষণৰ সহযাত্ৰী কৰি ল'ব বিচাৰিছিল।

৫। অসমীয়া মধ্যশ্ৰেণী অৰ্থবল আৰু মনোবল দুয়োটাতেই আছিল দুৰ্বল। ব্যৱসায়ৰ যোগেদি ব্ৰিটিছ পুঁজিপতিৰ সমকক্ষ আৰু প্ৰতিদ্বন্দ্বী হোৱাৰ ক্ষমতা তেওঁলোকৰ নাছিল।

৬। অসমীয়া ব্যৱসায়ী মধ্যশ্ৰেণীটোৱে অসমত স্বাধীনচেটিয়া ব্যৱসায়ী শ্ৰেণী এটা জন্ম দিয়াত ব্যৰ্থ হৈছিল। ইয়াৰ একমাত্ৰ কাৰণ আছিল ব্ৰিটিছ শাসনৰ প্ৰতি থকা তেওঁলোকৰ প্ৰবল আস্থা আৰু ব্ৰিটিছ ৰাজৰ প্ৰতি দেখুওৱা তেওঁলোকৰ অচলা ৰাজভক্তি।

প্ৰথমৰ পৰাই ব্ৰিটিছ শাসনৰ প্ৰতি প্ৰশংসাত গদ্ গদ্ হৈ থকা অসমীয়া মধ্যশ্ৰেণীয়ে ব্ৰিটিছ শাসক-শোষক শ্ৰেণীৰ পৰা পোৱা লাঞ্ছনা, বঞ্চনাৰ পিছতো তেতিয়াও ভাবিবলৈ এৰা নাছিল যে অসমৰ উন্নতি কেৱল ব্ৰিটিছ শাসনৰ তলতহে সম্ভৱ। কিন্তু অসমৰ উন্নতিত আৰু অসমত স্বাধীন পুঁজিপতি শ্ৰেণী এটা গঢ়ি উঠাত ঔপনিবেশিক শাসন-শোষণেহে যে বাধাৰ সৃষ্টি কৰি আহিছে সেই কথা তেওঁলোকে সপোনতো ভাবিব পৰা নাছিল। ইংৰাজ শাসনৰ প্ৰতি অসমীয়া মধ্যশ্ৰেণী ইমানেই মোহগ্ৰস্ত হৈ পৰিছিল যে কৰ-কাটলত জুৰুলা হোৱা অসমীয়া কৃষক সমাজৰ প্ৰতিও তেওঁলোকে বিশেষ মনোযোগ আৰু সহানুভূতি দেখুওৱা নাছিল। ব্ৰিটিছৰ বিৰুদ্ধে ফুলগুৰি, পাথৰুঘাট আদি বিভিন্ন অঞ্চলত হোৱা কৃষক বিদ্ৰোহবোৰতো যোগ দিয়াৰ সাহস আৰু আগ্ৰহ কোনোটোৱেই তেওঁলোকৰ নাছিল। এই কৃষক বিদ্ৰোহবোৰৰ সন্দৰ্ভত এজনে সঠিকভাৱেই মন্তব্য কৰিছে ঃ

" সূক্ষ্মভাবে চালে দেখা যায় যে উনবিংশ শতিকাৰ অসমৰ কৃষক বিদ্ৰোহবোৰৰ

মাজত কৃষকসকলৰ চৰকাৰী শোষণ প্ৰতিহত কৰাৰ এক অতি প্ৰশংসনীয় দৃঢ়তা আৰু মানসিকতা দেখা পোৱা যায়। দৰাচলতে বৃটিছ শাসন কালত অসমৰ কৃষকসকল যে কিমান নিষ্পেষিত আৰু অসহায় আছিল সেই কথা এই বিদ্ৰোহবোৰেই প্ৰমাণ কৰিছে।"[৪৩]

অথচ তদানীন্তন অসমীয়া মধ্যশ্ৰেণী আছিল এই ক্ষেত্ৰত নিৰ্বিকাৰ। অৱশ্যে যোৰহাটত জগন্নাথ বৰুৱা, গোবিন্দ বেজবৰুৱাৰ নেতৃত্বত 'সাৰ্বজনিক সভা'ৰ জৰিয়তে ৰাইজৰ অভাৱ-অভিযোগবোৰ দূৰ কৰাৰ চেষ্টা কৰিছিল। ঠিক একেদৰে তেজপুৰতো হৰিবিলাস আগৰৱালা, উকিল লম্বোদৰ বৰা আদিৰ নেতৃত্বত 'ৰায়ত সভা' গঠিত হৈছিল। কিন্তু মধ্যশ্ৰেণীৰ দ্বাৰা পৰিচালিত এই সভাবোৰ আবেদন-নিবেদন আৰু বক্তৃতাৰ মাজতেই শেষ হৈছিল। তাক এক আন্দোলনৰ ৰূপ দি ব্ৰিটিছ ঔপনিবেশিক শাসনৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰাৰ তেওঁলোকৰ সাহস আৰু আগ্ৰহ দুয়োটাই নাছিল। কোৱা বাহুল্য, মধ্যশ্ৰেণীৰ নেতৃত্বত গঢ়ি উঠা এনেবোৰ প্ৰতিবাদ সভাৰ সীমাবদ্ধতা আৰু সুবিধাভোগী চৰিত্ৰ স্পষ্টভাৱেই দেখা গৈছিল। এই সন্দৰ্ভত ড° প্ৰফুল্ল মহন্তই ঠিকেই মন্তব্য কৰিছে ঃ

> "মধ্যবিত্তই শ্ৰেণীগত বিকাশৰ প্ৰয়োজনতে সাৰ্বজনিক সভা, ৰায়ত সভা আদি গঠন কৰিছিল বুলি এতিয়া নিশ্চয় অনুমান কৰি ল'ব পাৰোঁ। এই সংগঠনসমূহৰ পৰামৰ্শ চৰকাৰে গ্ৰহণ কৰিছিল। ব্ৰিটিছে জানিছিল যে মধ্যবিত্তই কিছুমান সুবিধাহে বিচাৰিব, স্বাধীনতা নিবিচাৰে।"[৪৪]

এইখিনিতে ভাৰতীয় পুঁজিপতি শ্ৰেণীৰ ভূমিকা সম্পৰ্কে আলোচনা কৰাটো প্ৰাসংগিক হ'ব। এই সম্পৰ্কত ঐতিহাসিক বিপান চন্দ্ৰই এঠাইত কৈছে ঃ

> "ভাৰতীয় পুঁজিপতিয়ে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জাতীয় আন্দোলনক উদাৰভাৱে সমৰ্থন জনাইছিল। এফালে এই আন্দোলনে তেওঁলোকক সাম্ৰাজ্যবাদীৰ পৰা সুযোগ-সুবিধা পোৱাত সহায় কৰিছিল আৰু আনফালে তেওঁলোকে ব্ৰিটিছ পুঁজি আৰু ঔপনিবেশিকতাৰ বিৰুদ্ধে দীৰ্ঘমিয়াদী সংগ্ৰামত মিলিত হৈছিল।..... সাম্ৰাজ্যবাদৰ লগত পুঁজিপতি শ্ৰেণীৰ দ্বিমুখী সম্পৰ্ক অৰ্থাৎ দীৰ্ঘমিয়াদী বিৰোধ আৰু হ্ৰস্বমিয়াদী আপোচ-মীমাংসা আৰু নিৰ্ভৰতাই তেওঁলোকক পৰিচালিত কৰিছিল এক অবৈপ্লৱিক ধৰণৰ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰাম গঢ়ি তোলাৰ লক্ষ্যত। সংগ্ৰামক অৱশ্যে সকলো সময়তেই নিৰাপদ আৰু গ্ৰহণযোগ্য সীমাৰ ভিতৰত ৰখা হৈছিল। কোনো অৱস্থাতে স্থায়ী বৈৰিতা বা সাৰ্বিক সংঘৰ্ষলৈ যোৱাৰ সংগ্ৰামৰ লক্ষ্য নাছিল। বৰং লক্ষ্য আছিল আপোচ-মীমাংসাৰ যোগেদি যথেষ্ট চাপ সৃষ্টি কৰি সুযোগ-সুবিধা আদায় কৰা আৰু সেই সুবিধাক কাৰ্যত প্ৰয়োগ কৰাৰ উদ্দেশ্যে শান্তিৰ বাতাবৰণ সৃষ্টি কৰি পৰবৰ্তী পৰ্য্যায়ৰ সংগ্ৰামৰ বাবে সাজু হোৱা। সংগ্ৰামক এইভাৱেই চাপ (সংগ্ৰাম)-আপোচ- চাপ (সংগ্ৰাম) বা চা-আ-চা কৌশলৰ ওপৰত প্ৰতিষ্ঠা কৰা হৈছিল আৰু বুৰ্জোৱা জাতীয় ৰাষ্ট্ৰ গঠন আৰু স্বাধীন

অৰ্থনৈতিক উন্নতি দিশত পৰ্যায়ক্ৰমে (ঢাপে ঢাপে) আগুৱাই নিয়া হৈছিল। হঠাৎ সাম্ৰাজ্যবাদক আঘাত কৰি বা ক্ষমতা দখল কৰি নহয়, বৰং আলাপ-আলোচনাৰ যোগেদি মীমাংসাৰ দ্বাৰা ৰাজনৈতিক লক্ষ্যত উপনীত হোৱাই আছিল উদ্দেশ্য।"[৪৫]

বিপান চন্দ্ৰৰ এই ব্যাখ্যাৰ পৰা স্পষ্ট হয় যে ভাৰতীয় পুঁজিপতি শ্ৰেণীটোৱে জাতীয় আন্দোলনক সমৰ্থন জনাওঁতে তেওঁলোকে শ্ৰেণী স্বাৰ্থৰ খাতিৰতে নৰমপন্থাৰ নীতিকেই গ্ৰহণ কৰিছিল। কোনো ক্ষেত্ৰতেই তেওঁলোকে বামপন্থী বা ৰেডিকেল ৰাজনৈতিক শক্তিসমূহক প্ৰশ্ৰয় দিয়া নাছিল। কাৰণ তেওঁলোকৰ এটা কথাত সদা-সৰ্বদায় ভয় আছিল যে তেনেবোৰ শক্তিক প্ৰশ্ৰয় দিয়া মানে ভৱিষ্যতে তেওঁলোকৰেই ধ্বংস মাতি অনা। বিপান চন্দ্ৰৰ ভাষাত ক'বলৈ গ'লে ঃ

> "তেওঁলোকে বুজিব পাৰিছিল যে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যিকোনো দৃঢ় প্ৰতিজ্ঞ আৰু দীৰ্ঘায়িত কঠিন সংগ্ৰামে, সি অহিংস হ'লেও, জনগণক 'গঠনমূলক পন্থাত' প্ৰশিক্ষণ দিয়াৰ পৰিবৰ্তে 'ধ্বংসাত্মক ৰাজনৈতিক শিক্ষাহে' দিব আৰু তাৰ পৰিণামত দেখা যাব বৈপ্লৱিক চিন্তা-ভাবনা আৰু সিয়েই উৎসাহিত কৰি তুলিব শ্ৰেণী বিদ্বেষৰ ধাৰণাক। ইয়াৰ উপৰি, জনগণে এই 'ধ্বংসাত্মক', বৈপ্লৱিক আৰু শ্ৰেণী বিভেদৰ ধাৰণাক স্বাধীনতা-উত্তৰ কালতো বহন কৰিব। বিদেশী শাসনৰ বিৰুদ্ধে জাগ্ৰত অবিশ্বাস তেতিয়া ভাৰতীয় চৰকাৰৰ বিৰুদ্ধে পৰিচালিত হ'ব। আনকি বিপ্লৱ তাৰ আগতেও অনিবাৰ্য হৈ উঠিব পাৰে। তেতিয়া কেৱল ব্ৰিটেনৰেই 'অন্ত্যেষ্টি ক্ৰিয়া' নহ'ব, হ'ব ভাৰতৰো।"[৪৬]

মন কৰিবলগীয়া যে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ভাৰতীয় পুঁজিপতিয়ে যি দুমুখীয়া আৰু নৰম পন্থাৰ নীতি লৈছিল সেই নীতিয়েই অসমীয়া ব্যৱসায়ী মধ্যশ্ৰেণীটোৰো নীতি আছিল। ব্যৱসায়ী মাণিকচন্দ্ৰ বৰুৱাৰ উক্তিতেই এই কথাৰ সত্যতা ওলাই পৰে ঃ

> "স্বদেশী আন্দোলন এটি ভাল কাৰ্য, কিন্তু এই কাৰ্য নীৰৱে সহ্য কৰি যাব লাগে। কোনো কাৰণতেহে ইয়াক বিভীষিকাময় কৰি তুলি দেশজুৰি অশান্তিৰ জুই জ্বলাব নেলাগে। কিন্তু স্বদেশী আন্দোলন যেনে হ'ব লাগে তেনে হোৱা নাই দেখি বাস্তৱিকতে দুখ লাগে।"[৪৭]

কিন্তু সৰ্বভাৰতীয় পুঁজিপতি শ্ৰেণীটোৰ লগত অসমীয়া পুঁজিপতি ব্যৱসায়ী শ্ৰেণীটোৰ এটা পাৰ্থক্য লক্ষ্য কৰা যায়। সেইটো হ'ল ভাৰতীয় পুঁজিপতিয়ে নিজৰ শ্ৰেণীস্বাৰ্থতে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জাতীয় আন্দোলনক সমৰ্থন জনাইছিল। তেওঁলোক সাম্ৰাজ্যবাদ বিৰোধী হোৱাৰ কাৰণো আছিল। তেওঁলোক আছিল আদিতেই আত্মনিৰ্ভৰশীল পুঁজিপতি। ব্ৰিটিছ পুঁজিয়ে তেওঁলোকক সৃষ্টি কৰা নাছিল। বিপান চন্দ্ৰই দেখুৱা মতে ঃ "ভাৰতীয় বুৰ্জোৱা শ্ৰেণী গঢ়ি উঠিছিল এক আত্মনিৰ্ভৰশীল পুঁজিপতি শ্ৰেণী হিচাপে আৰু এই শ্ৰেণীটো ব্ৰিটেনৰ পুঁজিপতি শ্ৰেণীৰ অধীন নাছিল।"[৪৮] এই ক্ষেত্ৰত তেওঁলোকৰ উন্নতিৰ একমাত্ৰ হেঙাৰ হৈ আছিল ঔপনিবেশিক প্ৰশাসন যন্ত্ৰটো। এনে আত্মনিৰ্ভৰশীল পুঁজিপতি শ্ৰেণীয়ে

সাম্ৰাজ্যবাদী শাসনক নিৰ্বিবাদে মানি নোলোৱাটোৱেই স্বাভাৱিক। সেয়েহে ৰাজনৈতিক স্বাধীনতাৰ বাবে তেওঁলোক খুবেই আগ্ৰহী আছিল। ভাৰতৰ অন্যতম উদ্যোগপতি জি ডি বিৰলাই ১৯৩০ চনৰ এখন সভাত স্পষ্টভাৱেই কৈছিল ঃ

"আমি যে চৰকাৰক প্ৰভাবিত কৰিব পৰা নাই বা চৰকাৰক যে আমাৰ মতলৈ আনিব পৰা নাই তাৰ বাবে আমি খুবেই দুঃখিত, কিন্তু এইটো আমি কেতিয়াও আশা কৰা নাই। বৰ্তমান পৰিস্থিতিত আৰু আমাৰ দেশৰ বৰ্তমান ৰাজনৈতিক অৱস্থাত চৰকাৰক আমাৰ মতলৈ অনা অসম্ভৱ; কিন্তু আমি মন কৰিছোঁ যে আমাৰ দেশৰ স্বাধীনতাৰ বাবে যিসকলে সংগ্ৰাম কৰিছে তেওঁলোকৰ হাত শক্তিশালী কৰিলেই বৰ্তমান আমাৰ অসুবিধা সমূহ দূৰ কৰিব পৰা যাব ..... স্বৰাজ (স্বাধীনতা) কোনো আবেগৰ প্ৰশ্ন নহয়; ই এটি ৰুটিৰ প্ৰশ্ন। দেশৰ সমৃদ্ধি সম্পূৰ্ণ নিৰ্ভৰ কৰে আমি কিমানখিনি ৰাজনৈতিক স্বাধীনতা পাইছোঁ তাৰ ওপৰত আৰু আমি দেখিছোঁ যে অকল দেশৰ স্বাৰ্থতেই নহয়, পুঁজিপতি মালিক আৰু শিল্পপতিসকলৰ স্বাৰ্থতো যিসকলে স্বৰাজৰ বাবে আন্দোলন কৰিছে তেওঁলোকৰ বাবে আমি আন্দোলন কৰা আৰু তেওঁলোকৰ হাত শক্তিশালী কৰাৰ চেষ্টা কৰা উচিত।"[৪৯]

বিৰলাৰ এই উক্তিৰ মাজতেই প্ৰকাশ পাইছিল তৎকালীন ভাৰতৰ পুঁজিপতি শ্ৰেণীৰ আশা-আকাংক্ষা। আনহাতে অসমৰ পুঁজিপতি ব্যৱসায়ী শ্ৰেণীটোৰ জন্ম হৈছিল ব্ৰিটিছ পুঁজিৰ ওপৰত নিৰ্ভৰ কৰিয়েই আৰু ব্ৰিটিছ পুঁজিৰ তলত থাকিয়েই অসমৰ উন্নতিৰ কথা চিন্তা কৰিছিল। এই ক্ষেত্ৰত ভাৰতীয় পুঁজিপতি শ্ৰেণীয়ে আশা কৰাৰ দৰে অৰ্থনৈতিক স্বাধীনতাতো বাদেই আনকি ৰাজনৈতিক স্বাধীনতাও তেওঁলোকৰ ওচৰত মূল্যহীন হৈ পৰিছিল। আনহাতে পুঁজিপতি বিৰলাৰ দৰে সাম্ৰাজ্যবাদ বিৰোধী আৰু জাতীয় আন্দোলনৰ সমৰ্থনত নিৰ্ভীকভাৱে মতামত জনাব পৰা কোনো অসমীয়া মধ্যবিত্ত সেই সময়ৰ অসমত নাছিল। সেয়েহে ড° হীৰেন গোহাঁয়ে ঠিকেই মন্তব্য কৰিছে ঃ

"ঢেকিয়াল ফুকনৰ পৰা মাণিকচন্দ্ৰ বৰুৱালৈকে এদল বুজনসংখ্যক অসমীয়া মধ্যবিত্তই মণিৰাম দেৱানৰ সংঘৰ্ষ আৰু বিদ্ৰোহৰ পথ বৰ্জন কৰি সাম্ৰাজ্যবাদী শাসনৰ ছত্ৰছায়াত স্বদেশৰ উন্নতি সাধনৰ পথ লৈছিল। অসমীয়া সমাজত তেওঁলোকৰ ভালেখিনি মহৎ অৱদান আছে। কিন্তু আজি আৰু পাহৰিব নোৱাৰি যে বিনিময়ত স্বাধীনতাৰ দাবী তেওঁলোকে ত্যাগ কৰিছিল। এই ত্যাগৰ ফল সম্পূৰ্ণ মংগলময় নাছিল। সাম্ৰাজ্যবাদৰ লগত আপোচ আৰু পচি যোৱা সামন্তবাদৰ নানানটা সংস্কাৰৰ প্ৰতি মোহান্ধ আনুগত্য আছিল তাৰ পৰিণাম।"[৫০]

অসমীয়া মধ্যশ্ৰেণীয়ে অৰ্থনৈতিক আৰু ৰাজনৈতিক স্বাধীনতা বিসৰ্জন দি সাম্ৰাজ্যবাদীৰ ওচৰত এনেদৰে নতি স্বীকাৰ কৰাত তৎকালীন অসমত যেনেদৰে এটা স্বাধীন ব্যৱসায়ী পুঁজিপতি শ্ৰেণী জন্ম নহ'ল তেনেদৰে, তাৰ সুদূৰপ্ৰসাৰী পৰিণামত, আজিও এটি সবল, আত্মনিৰ্ভৰশীল অসমীয়া পুঁজিপতি শ্ৰেণী অসমত গঢ় লৈ উঠা দেখা নগ'ল। □

## সূত্ৰ নিৰ্দেশ ঃ


১। কনকচন্দ্ৰ ডেকা (সম্পাঃ) ঃ অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলী, ২য় খণ্ড, পৃষ্ঠা- ২১৯, বৰুৱা প্ৰকাশন, গুৱাহাটী, ১৯৯৬ চন

২। সৰ্বানন্দ ৰাজকুমাৰ ঃ ইতিহাসে সোঁৱৰা ছশটা বছৰ, পৃষ্ঠা- ২১৬, যোৰহাট-১, ১৯৮০, জানুৱাৰী

৩। K. Marx and F. Engels ঃ **Selected Works, Vol-I**, p. 490, Progress Publishers, Moscow, 1969

৪। Sir Edward Gait ঃ **A History of Assam**, p.286, Lawyer's Book Stall, Guwahati, 1992

৫। A.J. Moffatt Mills ঃ **Report on the Province of Assam**, p.607, Publication Board, Assam, 1984

৬। ড° মহেশ্বৰ নেওগ (সংকলক) ঃ অৰুনোদই, পৃষ্ঠা- ২০০, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮৩

৭। নন্দ তালুকদাৰ (সংকলক) ঃ আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ, পৃষ্ঠা- ১২৯, লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, ১৯৯২ চন

৮। মিল্‌চৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ১০২

৯। গুণাভিৰাম বৰুৱা ঃ আসাম বুৰঞ্জী, পৃষ্ঠা- ১৮৮, অসম প্ৰকাশন পৰিষদ, ১৯৭২ চন

১০। গুণাভিৰাম বৰুৱা ঃ আসাম বুৰঞ্জী, পৃষ্ঠা- ১৭১, অসম প্ৰকাশন পৰিষদ, ১৯৭২ চন

১১। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলক) ঃ মৌ, পৃষ্ঠা- ৮৮, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

১২। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলক) ঃ মৌ, পৃষ্ঠা- ১২, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

১৩। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলক) ঃ মৌ, পৃষ্ঠা- ১১/১২, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

১৪। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলক) ঃ মৌ, পৃষ্ঠা- ৯, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

১৫। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলক) ঃ মৌ, পৃষ্ঠা- ৪৫, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

১৬। ড° সত্যেন্দ্ৰনাথ শৰ্মা (সংকলক) ঃ মৌ, পৃষ্ঠা- ১০২, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

১৭। প্ৰসেনজিৎ চৌধুৰী ঃ অসমৰ চাহ বনুৱা আৰু উনৈশ শতিকাৰ বিদ্বৎ সমাজ গ্ৰন্থৰ পৰা উদ্ধৃত, পৃষ্ঠা- ৩৩, ষ্টুডেন্টচ্‌ ষ্ট'ৰচ, গুৱাহাটী, ১৯৮৯

১৮। Dr. Amalendu Guha ঃ **Medieval and Early Colonial Assam**, p.265, K.P. Bagchi and Company, Calcutta/ New Delhi, 1991

১৯। প্ৰসেনজিৎ চৌধুৰীৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ৫৬

২০। বেজবৰুৱা গ্ৰন্থাৱলী ; পৃষ্ঠা- ৫৬, প্ৰথম খণ্ড, সাহিত্য প্ৰকাশ, ১৯৮৮ চন

২১। প্ৰসেনজিৎ চৌধুৰীৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ৫৬/৫৭

২২। কৃষ্ণনাথ শৰ্মা : কৃষ্ণনাথ শৰ্মাৰ ডায়েৰী, পৃষ্ঠা- ৭, অসম প্ৰকাশন পৰিষদ, ১৯৭২ চন

২৩। কৃষ্ণনাথ শৰ্মা : কৃষ্ণনাথ শৰ্মাৰ ডায়েৰী, পৃষ্ঠা- ৭, অসম প্ৰকাশন পৰিষদ, ১৯৭২ চন

২৪। কৃষ্ণনাথ শৰ্মা : কৃষ্ণনাথ শৰ্মাৰ ডায়েৰী, পৃষ্ঠা- ৭, অসম প্ৰকাশন পৰিষদ, ১৯৭২ চন

২৫। বেজবৰুৱা গ্ৰন্থাৱলী ; ১ম খণ্ড, পৃষ্ঠা- ৩৮/৩৯

২৬। ড° শিৱনাথ বৰ্মন : অসমীয়া জীৱনী অভিধান, পৃষ্ঠা- ২২২, চফিয়া পাব্লিচাৰ, গুৱাহাটী, ১৯৯২ চন

২৭। প্ৰসেনজিৎ চৌধুৰীৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ৭৮

২৮। সত্যেন্দ্ৰ নাথ শৰ্মা (মুঃ সম্পাঃ) : জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃষ্ঠা- ৮৫১, অসম প্ৰকাশন পৰিষদ, ১৯৯৬ চন

২৯। ড° প্ৰসেনজিৎ চৌধুৰীৰ পূৰ্বোক্ত গ্ৰন্থ : পৃষ্ঠা- ৪৮/৪৯

৩০। জ্যোতিপ্ৰসাদ ৰচনাৱলী ; পৃষ্ঠা- ৮৭৬

৩১। জ্যোতিপ্ৰসাদ ৰচনাৱলী ; পৃষ্ঠা- ৮৫৭/৮৫৮

৩২। লক্ষ্মীনাথ ফুকন : মহাত্মাৰ পৰা ৰোপকোঁৱৰলৈ, পৃষ্ঠা- ৫০, লয়াৰ্ছ বুক ষ্টল, ১৯৯১ চন

৩৩। লক্ষ্মীনাথ ফুকন : মহাত্মাৰ পৰা ৰোপকোঁৱৰলৈ, পৃষ্ঠা- ৪৫, লয়াৰ্ছ বুক ষ্টল, ১৯৯১ চন

৩৪। লক্ষ্মীনাথ ফুকন : মহাত্মাৰ পৰা ৰোপকোঁৱৰলৈ, পৃষ্ঠা- ৮৩/৮৪, লয়াৰ্ছ বুক ষ্টল, ১৯৯১ চন

৩৫। বেজবৰুৱা গ্ৰন্থাৱলী ; ১ম খণ্ড, পৃষ্ঠা- ৯৭

৩৬। বেজবৰুৱা গ্ৰন্থাৱলী ; ১ম খণ্ড, পৃষ্ঠা- ৫৮

৩৭। বেজবৰুৱা গ্ৰন্থাৱলী ; ১ম খণ্ড, পৃষ্ঠা- ৯৭

৩৮। ড° হীৰেন গোহাঁই : সাহিত্য আৰু চেতনা, পৃষ্ঠা- ১১, লয়াৰ্ছ বুক ষ্টল, ১৯৯১ চন

৩৯। পদ্মনাথ গোহাঞিবৰুৱা : মোৰ সোঁৱৰণী, পৃষ্ঠা- ১৩৭, অসম প্ৰকাশন পৰিষদ, ১৯৮৭ চন

৪০। ড° প্ৰফুল্ল দত্ত গোস্বামী (সম্পাঃ) : কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী, পৃষ্ঠা- ২৩, অসম প্ৰকাশন পৰিষদ, ১৯৮২ চন

৪১। চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পাঃ) : ৰাধানাথ চাংকাকতী, পৃষ্ঠা- ৫, অসম প্ৰকাশন পৰিষদ, ১৯৭১, পুনৰ চাওক লক্ষ্মীনাথ ফুকনৰ পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা- ৯৫/৯৬

৪২। অসমীয়া জীৱনী অভিধান ; পৃষ্ঠা- ৫৭/৫৮

৪৩। সুভাষ সাহা (সম্পাঃ) : অসমৰ স্বাধীনতা সংগ্ৰাম, (প্ৰথম পৰ্ব), জাগীৰোড মহাবিদ্যালয়, জাগীৰোড, ১৯৯১ চন

৪৪। ড° প্ৰফুল্ল মহন্ত : **অসমীয়া জাতীয়তাবাদৰ উৎস প্ৰসংগ**, পৃষ্ঠা- ১২, জানকী প্ৰকাশন, গুৱাহাটী, ১৯৯৮ চন

৪৫। ড° বিপান চন্দ্ৰ : **আধুনিক ভাৰত : ঔপনিবেশিকতাবাদ ও জাতীয়তাবাদ**, মূল ইংৰাজী গ্ৰন্থ **Nationalism and Colonialism in Modern India**-ৰ বাংলা অনুবাদ, পৃষ্ঠা ১৫১-১৫২, পাৰ্ল পাবলিশাৰ্স, কলিকতা-৬, ১৯৮৭, মে

৪৬। ড° বিপান চন্দ্ৰ : **আধুনিক ভাৰত : ঔপনিবেশিকতাবাদ ও জাতীয়তাবাদ, মূল ইংৰাজী গ্ৰন্থ Nationalism and Colonialism in Modern India**-ৰ বাংলা অনুবাদ, পৃষ্ঠা ১৫২-১৫৩, পাৰ্ল পাবলিশাৰ্স, কলিকতা-৬, ১৯৮৭, মে

৪৭। ভুবন বৰুৱা : **'বৃটিছ যুগত অসমৰ অৰ্থনীতি আৰু বিদ্বৎ সমাজ'** প্ৰবন্ধ দ্ৰষ্টব্য, গৰীয়সী, চতুৰ্থ বছৰ চতুৰ্থ সংখ্যা, জানুৱাৰী, ১৯৯৭, পৃষ্ঠা- ৬১

৪৮। বিপান চন্দ্ৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ১৫৮

৪৯। বিপান চন্দ্ৰৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ১৬২

৫০। ড° হীৰেন গোহাঁইৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ৩২

## দশম অধ্যায়

# প্ৰাক্-স্বাধীনতা কালত অসমত আধুনিক শিক্ষাৰ প্ৰসাৰত অসমীয়া মধ্যশ্ৰেণীৰ ভূমিকা

### ১০.১ উপক্ৰমণিকা

অসমত আধুনিক শিক্ষা অৰ্থাৎ পাশ্চাত্য শিক্ষ্য ব্যৱস্থা প্ৰবৰ্তন কৰে ব্ৰিটিছ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে। ইয়াৰ আগলৈকে অসমত সত্ৰ, টোল আৰু পাঠশালাবিলাকত পুৰণি ধৰ্মশাস্ত্ৰ বিষয়ক শিক্ষাকেই প্ৰদান কৰা হৈছিল। কিন্তু আচৰিত কথা ১৮২৬ চনতেই অসমক নিজৰ দখললৈ নিয়া ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৮৩৫ চনৰ আগলৈকে অসমত এখনো উচ্চ শিক্ষাৰ অনুষ্ঠান গঢ়ি তোলা নাছিল। ড° মহেশ্বৰ নেওগদেৱে দিয়া তথ্য মতে ঃ "…..১৮২৬ৰ অক্টোবৰতে ডেভিড স্কট ছাহাবে ১১খন স্কুল পাতি দিছিল।"[১] কিন্তু নক'লেও হ'ব সেই স্কুলবিলাক নামতহে স্কুল আছিল। সেইবিলাকত পঢ়ি ছাত্ৰই শিক্ষিত হোৱাতো বাদেই আনকি শিক্ষাৰ প্ৰতি বীতৰাগী হোৱাৰহে উমান পোৱা যায়। তাত নাছিল কোনো শিক্ষাৰ পৰিবেশ, নাছিল উপযুক্ত অসমীয়া পাঠ্যপুথি আৰু নাছিল যোগ্য শিক্ষকমণ্ডলী। ডেভিড স্কটে অসমৰ শিক্ষা ব্যৱস্থাক আমূলভাৱে পৰিবৰ্তন নকৰি পুৰণি শিক্ষা ব্যৱস্থাকেই বাহাল ৰাখিছিল। এই ক্ষেত্ৰত স্কট চাহাবক দোষৰ পৰা মুক্ত কৰিবলৈ গৈ অসমৰ প্ৰখ্যাত বুৰঞ্জীবিদ ড° সূৰ্য্যকুমাৰ ভূঞাই এঠাইত কৈছে ঃ

> "The multifarious duties which engaged the attention of Scott did not allow him to perfect the arrangements for establishment of educational facilities in Assam."[২]

ডেভিড স্কটৰ দৰে ব্ৰিটিছ সাম্ৰাজ্যবাদী প্ৰশাসক গোষ্ঠীটোৰ মূল লক্ষ্য অসমৰ জনগণক উচ্চ শিক্ষিত কৰাটো যে নাছিল, বৰং ব্যৱসায়িক লাভালাভহে আছিল সেই কথাটো ঔপনিবেশিক দৃষ্টিভংগীৰে ইতিহাস চৰ্চ্চা কৰা ড° ভূঞাৰ চকুত ধৰা পৰা নাছিল। যিহেতু ড° ভূঞাই ঠিক ইয়াৰ পিচতেই কৈছে ঃ

> "In view of the special needs of Assam Scott considered carpentry and husbandry as more appropriate pursuits than knowledge of letters."[৩]

প্ৰণিধানযোগ্য যে সেই সময়ছোৱাত অসমৰ পুৰণি অভিজাত শ্ৰেণীটোৱেও অসমত পাশ্চাত্য শিক্ষা প্ৰচলন কৰিব লাগে বুলি নতুন শাসক শ্ৰেণীটোৰ ওচৰত হেঁচা প্ৰয়োগ কৰা নাছিল। শিক্ষাৰ প্ৰতি এই শ্ৰেণীটোৰ মনোভাব কেনেধৰণৰ আছিল সেই কথা তৎকালীন নগাঁৱৰ কালেক্টৰ কেপ্টেইন বাট্‌লাৰ চাহাবৰ বৰ্ণনাত আমি কিছু আভাস পাওঁ ঃ

> " They ( the respectable classes) show no desire whatever to see the rising generation educated or made wiser than themselves; in fact I believe if the higher classes could prevent the Assamese youth being educated, they would not hesitate to do so. The supineness and indifference of the most influential men in the District, the Mouzadars, can scare be conceived, except by those in personal and constant intercourse with them. They seldom visit the schools, and when required to build or repair an school-house, they deem it a kind oppression which can only be overcome by pointing out the probability of their losing their Mouzahs if they donot comply with requision. The motive which brings the boys to the schools is simply the prospect of getting Government employ."[৪]

মন কৰিবলগীয়া যে ঊনবিংশ শতিকাৰ আদিভাগলৈকে অকল অসমতেই নহয় সমগ্ৰ ভাৰততেই আধুনিক শিক্ষাৰ প্ৰচাৰৰ বাবে ব্ৰিটিছ শাসক শ্ৰেণীয়ে কোনো যত্ন কৰা নাছিল। অৱশ্যে ইয়াৰ অন্তৰালত কেতবোৰ কাৰণো জড়িত হৈ আছিল। ভাৰতৰ শিক্ষা ব্যৱস্থা আগৰ ৰীতিৰেই চলোৱা হ'বনে পাশ্চাত্য ৰীতিৰেই চলোৱা হ'ব আৰু ইয়াৰ মাধ্যম ইংৰাজী হ'ব নে সংস্কৃত, পাৰ্চী আৰু আৰবী হ'ব সেই লৈ প্ৰাচ্য আৰু পাশ্চাত্য পন্থীসকলৰ মাজত বহুদিনলৈ বাদানুবাদ চলি আছিল। চতুৰ ইংৰাজ শাসক শ্ৰেণীয়েও নিজৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখিয়েই খৰতকীয়াভাৱে পাশ্চাত্য শিক্ষাপদ্ধতি ভাৰতীয় লোকসকলৰ ওপৰত জাপি দি তেওঁলোকক আৰম্ভণিতেই অসন্তুষ্ট কৰি ল'ব বিচৰা নাছিল। যেই নহওক, ভাৰতত শিক্ষাৰ প্ৰসাৰৰ কাৰণে স্থাপন কৰা 'General Committee of Public Instruction'ৰ সভাপতি লৰ্ড মেক'লেই (Lord Macauley) ১৮৩৫ চনত যুক্তিসহকাৰে চৰকাৰৰ ওচৰত প্ৰস্তাব দিলে যে ইংৰাজী ভাষাৰ মাধ্যমেৰে পাশ্চাত্য শিক্ষা প্ৰচলনৰ বাহিৰে ভাৰতত আন কোনো পদ্ধতিয়েই ফলপ্ৰসু নহ'ব। মেক'লেৰ এই প্ৰস্তাৱকেই মেক'লেৰ মিনিট (Macauley Minute) বুলি জনা যায় আৰু ইয়াক ভাৰত চৰকাৰে সম্পূৰ্ণৰূপে গ্ৰহণ কৰে। ইয়াৰ লগে লগে বহুদিন ধৰি চলি থকা এটি বিবাদৰ অন্ত পৰিল।

ঠিক এই সময়তেই অৰ্থাৎ ১৮৩৫ চনত অসমৰ কমিচনাৰ জেন্‌কিন্সৰ উদ্যোগত আৰু খ্ৰীষ্টান মিছন্যাৰী আৰু কিছুসংখ্যক বিদ্যানুৰাগী অসমীয়া লোকৰ প্ৰচেষ্টাত গুৱাহাটীত এখন ইংৰাজী স্কুল স্থাপন কৰা হয়। এই স্কুলৰ আৰম্ভণিয়েই অসমত উচ্চশিক্ষাৰ প্ৰথম পদক্ষেপ বুলিব পাৰি। এইখন স্কুলেই বৰ্তমান গুৱাহাটীৰ কলেজিয়েট স্কুল নামে খ্যাত।[৫] এই স্কুল স্থাপনৰ পিছৰে পৰা ইংৰাজ প্ৰশাসক, খ্ৰীষ্টিয়ান মিছন্যাৰী আৰু দুই-এজন অসমীয়া মুখিয়াল লোকৰ প্ৰচেষ্টাত অসমৰ অ'ত-ত'ত হাইস্কুল স্থাপন হ'বলৈ ধৰে। কিন্তু দুখৰ বিষয় ১৯০১ চনত কটন কলেজ প্ৰতিষ্ঠা হোৱাৰ আগলৈকে অসমত এখনো কলেজ স্থাপন হোৱা নাছিল। এই ক্ষেত্ৰত উচ্চ শিক্ষাৰ বাবে বহুদিনলৈ কলিকতাই আছিল অসমীয়া ছাত্ৰসকলৰ প্ৰাণকেন্দ্ৰ। এইখিনিতে এই কথা কোৱাটো প্ৰাসংগিক হ'ব যে ব্ৰিটিছ প্ৰবৰ্তিত শিক্ষানীতিৰ মূল লক্ষ্য ভাৰতীয় জনগণক সুশিক্ষিত কৰাটো নাছিল; বৰং ব্ৰিটিছ প্ৰশাসনত সহায়-সহযোগ কৰিবলৈ আৰু সাম্ৰাজ্যবাদী শ্ৰেণীৰ শোষণ-লুণ্ঠনৰ সহযাত্ৰী কৰি তুলিবলৈ একশ্ৰেণী কেৰাণী-মহৰী সৃষ্টি কৰাই আছিল এই শিক্ষানীতিৰ মূল লক্ষ্য। এই শোষণমুখী উদ্দেশ্য আগত ৰাখিয়েই ব্ৰিটিছ প্ৰশাসনে অসমত বহুদিনলৈ উচ্চশিক্ষাৰ বাবে কোনো ধৰণৰ উদ্যোগ লোৱা দেখা নগৈছিল। সি যি নহওক, ইংৰাজ প্ৰশাসনৰ ছত্ৰছায়াত অসমত যি এটা মধ্যশ্ৰেণীৰ পত্তন ঘটিল সেই শ্ৰেণীয়ে অসমৰ শিক্ষাজগতত কেনেধৰণৰ ভূমিকা গ্ৰহণ কৰিছিল, ইংৰাজী শিক্ষা তথা উচ্চ শিক্ষা প্ৰসাৰত তেওঁলোকে কেনেধৰণৰ দৃষ্টিভংগী আৰু উদ্যোগ লৈছিল সেই বিষয়ে আমি এতিয়া আলোচনা কৰিবলৈ যত্ন কৰিম।

## ১০.২ আনন্দৰাম ঢেকিয়াল ফুকনৰ উদ্যোগ

পাশ্চাত্য শিক্ষা-সংস্কৃতিৰে অসমলৈ নৱজাগৰণ আনিব বিচৰা আৰু নিজেও পাশ্চাত্য শিক্ষা-সংস্কৃতিৰ দ্বাৰা পুষ্ট হোৱা আনন্দৰাম ঢেকিয়াল ফুকনৰ নামেই এই ক্ষেত্ৰত পোনপ্ৰথমে আমাৰ মনলৈ আহে। তেওঁ আছিল বিদ্যোৎসাহী। তেওঁৰ সময়ৰ অসমত শিক্ষাৰ কোনো অগ্ৰগতি নোহোৱাত আৰু অসমৰ জনসাধাৰণেও শিক্ষাৰ প্ৰতি কোনো আগ্ৰহ নেদেখুৱাত তেওঁ বৰ উদ্বিগ্ন হৈ পৰিছিল। বিদ্যাশিক্ষাৰ প্ৰতি অসমীয়া লোকে অবহেলা কৰাত তেওঁ তাক ধিক্কাৰ দি কৈছেঃ

> "আমাৰ ইংৰাজ অধিপতিসকল কেনে বিদ্যোতসাহি, সিবিলাকে স্বকিয় বিদ্যা সিকাই বঙ্গদেসক সভ্য কৰিব ধৰিচে, তোমালোকৰো সেইদৰে অনুগ্ৰহ কৰিব খোজে। কিন্তু পসুক মানিক দিয়াৰ দৰে তোমালোকে সেই অনুগ্ৰহ নো লোআ আৰু আপুনি ধন ভাঙ্গিও ন পৰ্হা। হাই হাই কি আখেপৰ কথা। হে প্ৰিয় মিত্ৰসকল যদি সভ্য আৰু গিয়ানি হবৰ বাঞ্ছা কৰা তেন্তে টোপনিৰ পৰা উঠা। লৰা সকল তোমালোকে আটায়ে একে বাক্য হৈ কাৰো হাক নুসুনি বিদ্যাত আটায়ে চিত আৰু সক্তি দিয়া। জিহেতুকে

ধনে সোনে গিয়ান দিব নো আৰে। পিত্ৰি মাত্ৰি সকল, আচাই কথাকে কাতি কৰি থোআ। সন্তানক ধন আৰ্জিব নি দি, বিদ্যা আৰ্জিব দিয়া কিয়নো সিইঁত অগিয়ান হৈ জি পাপ কৰে তাৰ দোসে তোমালোককো ধৰিব আৰু তাৰ সলনি ইস্বৰৰ সোধত তোমালোকে দণ্ড নে পাওঁ বুলি নে ভাবিবা। ধনবন্ত লোক সকল, তোমালোকেও আজিৰে পৰা উঠা পুৰ্ব্বৰ প্ৰতিগ্যা এৰা, তোমালোকৰ ধন মাটিৰ তলত মামৰে নষ্ট কৰিব নি দিবা; কিন্তু দেশত বিদ্যা ব্ৰিধিলৈ ধন ভাঙ্গা এই উপাই লোআ দেস অবাস্য সভ্য আৰু গিয়ানি হব।"[৬]

আনন্দৰামে লিখা-মেলা কৰিয়েই তেওঁৰ কৰ্তব্য শেষ কৰা নাছিল; তেওঁ "নগাৰত থকা কালচোৰাত কোনো ইংৰাজী স্কুল নথকাত নিজৰ ঘৰতে এটি স্কুল পাতি পুৰা-গধুলি এজন শিক্ষকৰ হতুৱাই কিছুমান ছাত্ৰক শিক্ষা দিছিল।"[৭]

ঢেকিয়াল ফুকনৰ সময়ত অসমীয়া ভাষাৰ অৱস্থা নাজল-নাস্থূল হৈ পৰিছিল। শাসন-শোষণৰ স্বাৰ্থতেই ইংৰাজ প্ৰশাসনে স্কুল-আদালতত অসমীয়া ভাষাৰ পৰিবৰ্তে বঙালী ভাষা প্ৰবৰ্তন কৰে। অসমীয়া ছাত্ৰই বঙালী ভাষাৰ মাধ্যমত অপৈণত শিক্ষকৰ তলত বিদ্যা শিকিবলৈ গৈ যি তিতা-কেঁহা অৱস্থা হৈছিল তাৰ ফলত তেওঁলোকৰ সৰহসংখ্যকেই চিৰদিনলৈ পঢ়াশালী এৰিবলগীয়া হৈছিল। অসমৰ তৎকালীন শিক্ষা ব্যৱস্থাত এই ধৰণৰ নানা ত্ৰুটি-বিচ্যুতি আনন্দৰামৰ নজৰলৈ নহাকৈ থকা নাছিল। সেয়েহে তেওঁ মিল্‌ছৰ ওচৰত দাখিল কৰা প্ৰতিবেদনখনত চৰকাৰলৈ এইদৰে পৰামৰ্শ আগবঢ়াইছিল ঃ

"We therefore think that little argument is necessary to prove that popular education will never advance in the country unless the system at present pursued in the vernacular schools be re-modelled. In our humble opinion, the following arrangements appear to be best calculated to promote the cause of education- viz., the subsituation, in the schools, of the vernacular language in lieu of the Bengalee, the publication of a series of popular works on the different brances of Native and European knowledge in Assamese language, the establishment of a Normal school to train up a body of teachers, and the creation of a separate department for the study of Sanskrit in the several vernacular schools."[৮]

তেওঁ আকৌ কৈছে ঃ

" We, therefore hope that additions may be made to the educational staff of the two English schools in Lower and Upper Assam, and that competent teachers may be appointed and an improved system of instruction introduced.

"For the purpose of disseminating knowledge amongst the people, we would further suggest the expediency of establishing with schools a sufficient number of circulating libraries of vernacular books throughout the country, and we hope that in course of time, after the example has been set by Government, the people will soon feel necessity of contributing to the support."[৯]

## ১০.৩ বিদ্যোৎসাহী যজ্ঞৰাম ফুকন

মন কৰিবলগীয়া যে আনন্দৰামৰ খুৰায়েক যজ্ঞৰাম খাৰঘৰীয়া ফুকন নিজে ইংৰাজী শিক্ষাৰে শিক্ষিত হোৱাৰ উপৰিও গুৱাহাটীত ১৮৩৫ চনত এটি ইংৰাজী আৰু এটি বঙালা স্কুল স্থাপন কৰোঁতে তেওঁ তালৈ অৰ্থ সাহাৰ্যও প্ৰদান কৰিছিল।"[১০]

## ১০.৪ সামন্তবাদী খোলাৰ পৰা মুক্ত হৈ অহা অসমীয়া শিক্ষিত সম্প্ৰদায়

উনবিংশ শতিকাৰ অসমীয়া সমাজখনত জাত-পাতৰ প্ৰকোপ ইমানেই প্ৰকট ৰূপত দেখা গৈছিল যে অসমীয়া লোকে বিদেশলৈ যোৱাতো বাদেই আনকি ইংৰাজীকে আদি কৰি বিদেশী ভাষা শিকাটোও জাত যোৱা কথা আছিল। তেনে যাৱনীক ভাষা শিকা লোকে পিতৃসকলৰ পিণ্ডদান কৰিব নোৱাৰিছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ পিতৃ হলিৰাম ঢেকিয়াল ফুকনক সেয়েহে সৰুতে যাৱনীক ভাষা শিকিবলৈ নিদি সংস্কৃত ভাষা শিকিবলৈহে দিয়া হৈছিল। যিহেতু হলিৰাম আছিল পিতৃ পৰশুৰাম বৰুৱাৰ জ্যেষ্ঠ পুত্ৰ।[১১] এফালে ৰাজদণ্ডধাৰী সাম্ৰাজ্যবাদী শ্ৰেণীৰ শোষণ-নিষ্পেষণ আৰু আনফালে হিন্দুধৰ্মৰ ধ্বজাধাৰীসকলৰ কঠোৰ দণ্ড বিধান— এই যুটীয়া প্ৰচেষ্টাত উনবিংশ শতিকাৰ অসমে বাট বুলিবলৈ লৈছিল। কিন্তু এই সামন্তবাদী হিন্দু ধৰ্মৰ ধ্বজাধাৰীসকলৰ কঠোৰ দেৱালখন ভাঙি উচ্চ শিক্ষাৰ বাবে বাহিৰ হৈ ওলাই অহা অসমীয়া মধ্যশ্ৰেণীৰ ভিতৰত যজ্ঞৰাম ফুকন আৰু আনন্দৰাম ঢেকিয়াল ফুকনেই আছিল প্ৰথম। এওঁলোকৰ অনুপ্ৰেৰণাতে পিছলৈ একে পথেৰেই পথিক হৈ সামন্তবাদী খোলাটোৰ পৰা ওলাই আহিছিল গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, গঙ্গাগোবিন্দ ফুকন, গোবিন্দ বেজবৰুৱা আদি কৰি উনবিংশ শতিকাৰ ৰথী-মহাৰথীসকল। গুণাভিৰাম বৰুৱা নিজে পাশ্চাত্য শিক্ষাৰে শিক্ষিত হোৱাৰ উপৰি ইংৰাজী শিক্ষা-দীক্ষাৰ প্ৰতি অসমৰ জনসাধাৰণক আকৃষ্ট কৰিবলৈ যত্ন কৰিছিল। বৰুৱাই অৰুনোদই কাকতত 'কলিকতা নগৰত থকা তোমালোকৰ বন্ধু এজন অসমিয়ালোক' নামেৰে যি ছখন চিঠি লিখিছিল তাৰ সকলোখিনিৰেই মূল বিষয়বস্তু আছিল বিদ্যা শিক্ষাৰ প্ৰতি অসমীয়া মানুহৰ ধাউতি বঢ়োৱা। তাৰে এখনত তেওঁ লিখিছিল ঃ

> "বিদ্যাই মানুহ জাতিৰ সুখ-দুখৰ উতপত্তি থান। জি দেসত জি পৰিমাণে লোকবিলাকে বিদ্যা সিকে, সেই দেসত সেই পৰিমাণে লোকসকলে সুখ ভুঞ্জে। ইংলণ্ড আৰু অচম দেসৰ লোক সকলৰ অৱস্থা চালেই তাৰ দ্রিষ্টান্ত পোআ যাব। ইংলণ্ডত বিদ্যাৰ সম্পূর্ণ আলোচনা থকাত তাৰ লোকসকল আটাই বিসয়তে ভাগ্যৱন্ত; সিবিলাকে বিদ্যা সিকি বাণিজ্যিক আস্ৰই লৈ নানা দেসলৈ গৈ নানা সুখ ভোগ আৰু নানা বিসয়ৰ কথা প্ৰকাস কৰিচে, কিন্তু বিদ্যা নিসিকিলে এনে সুখো নে পালোহেঁতেন। ..... সম্প্রতি আমাৰ দেসত জি সকল দেসাচাৰ চলিত আচে, তাৰ সৰহ ভাগেই সভ্য লোকৰ দোআৰাই প্ৰসংসাৰ জোগ্য ন হই। এতেকে সেইবিলাক জিমান দিনলৈকে পৰিবৰ্তন ন হই, তিমান দিনলৈকে আমাৰ দেসৰ মঙ্গল হবৰ সম্ভাবনা নাই। এতেকে বিদ্যাৰ চৰণত ন পৰ্সিলে এইসকল দুখৰ মোচন হবৰ আন উপাই নাই। ইয়াকে বিবেচনা কৰি আমাৰ দেসৰ লোক সকলে অবিদ্যাক কাতি কৰি থৈ বিদ্যাৰ চৰণত সৰন লোআ। তেওঁ বিনে আমাৰ উপকাৰি বন্ধু এই সংসাৰত নাই।"[১২]

যেই নহওক, গুণাভিৰামে এইবোৰ লিখা-লিখি কৰিয়েই ক্ষান্ত থকা নাছিল, তেওঁ আনকি নিজৰ ঘৰতে এখন ছোৱালীৰ স্কুল পাতি স্ত্ৰী শিক্ষা দিয়াৰ ব্যৱস্থাও কৰিছিল।

## ১০.৫ ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা

গুণাভিৰাম বৰুৱাৰ সমসাময়িক হেমচন্দ্ৰ বৰুৱাই ইংৰাজী শিক্ষা ল'বৰ বাবে আনন্দৰাম -গুণাভিৰাম বৰুৱাহঁতৰ দৰে ঘৰত মুক্ত পৰিবেশ পোৱা নাছিল। তেওঁ ইংৰাজী ভাষা শিকিছিল লুকাই চুৰকৈ। তেওঁৰ খুড়াক লক্ষ্মীনাথ বৰুৱা আছিল ইংৰাজী শিক্ষাৰ বিৰোধী। এই সন্দৰ্ভত হেমচন্দ্ৰ বৰুৱাই আত্মজীৱনীত লিখিছে ঃ

> "যদিও দদাইদেওৰ ইচ্ছাৰ বিৰোধে দেখা-শুনাকৈ ইংৰাজী শিকা মোৰ পক্ষে গোটেই অসম্ভৱ আছিল, তথাপি গোপনে তাৰ অভ্যাস কৰা একো টান নহয়, মোৰ মনত এনে এটা ভাব হোৱাত এদিন মই ব্ৰোডী চাহাবৰ ঘৰলৈ গৈ এখন ইংৰাজী বৰ্ণবিন্যাসৰ পুথি খুজিলোঁ; তাতে তেওঁ বৰ ৰঙ্গেৰে মোক এখন পুথি দিলে, আৰু প্ৰতি দেওবাৰে তেওঁক মোৰ শিক্ষাৰ মহলা দিবলৈ ক'লে। ইংৰাজী পুথি পালোঁ হয়; কিন্তু তাক পঢ়িবলৈ সময় পোৱা শুদা কথা নাছিল; কিয়নো ৰাতিপুৱা দহ বজামানলৈ সংস্কৃত পঢ়া, পাচে এঘাৰ বজাত কাছাৰিলৈ গৈ পুনৰায় চাৰি বজা মানৰ পৰা আঠ কি ন বজামানলৈকে সংস্কৃত অনুশীলন কৰা মোৰ দৈনিক কাৰ্য আছিল। সন্ধ্যা সময়ত মাথোন অলপ অলপ আজৰি পাইছিলোঁ, তাতে টৌতে খৰ দি, সময়ৰ আগ চুলিত খামোচ মাৰি ধৰিছিলোঁ, আৰু মোৰ সমান বয়সীয়া বন্ধুবিলাকৰ সাহায্যেৰে, দুই সপ্তাহমানৰ ভিতৰত, ইংৰাজী বৰ্ণমালাৰ

দুয়োবিধৰ আখৰবিলাকেৰে সৈতে চিনাকি হৈছিলোঁ; এনেতে মোৰ বিদ্যাৰ যশস্যাৰ ধ্বনিয়ে শিৱসাগৰীয়া বৰুৱাৰ কাণ চুলেগৈ; তেওঁ সেই কথা দদাইদেওৰক নজনাই থাকিব নোৱাৰিলে। এই সম্বাদে তেওঁক পানীৰ ছাট পোৱা পকা তেলৰ দৰে জলালে, আৰু মোৰ ফলি-পুথি বান্ধি লৈ ঘৰলৈ উলটি অহা আৰু ইংৰাজী শিক্ষাক বিসৰ্জ্জন দিয়াই তাৰ ফল হ'ল। এই সময়ত সংস্কৃত বিদ্যাত মোৰ যি অধিকাৰ জন্মিছিল, এতিয়া তাতকৈ অধিক হোৱা নাই।"[১৩]

পিছলৈ অৱশ্যে হেমচন্দ্ৰই দেখাদেখিকৈয়ে ইংৰাজী ভাষা শিকিবলৈ লৈছিল। এটি ৰক্ষণশীল পৰিবেশত শিক্ষা-দীক্ষা লাভ কৰা এইজনা অসমীয়া ভাষাৰ অন্যতম গুৰিয়াল পণ্ডিতে শিক্ষাৰ ওপৰত গুৰুত্ব দি এঠাইত কৈছে ঃ

> " ..... ল'ৰা বয়সতহে বিদ্যা শিকিবৰ সময়। এই অমূল্য সময় যদি এলাহত বা ধেমালিত খেদোৱা, তেনেহ'লে বুঢ়াকালত শোক কৰিব লাগিব। সময় পাখি লগা কাঁড়ৰ দৰে উৰি যায় আৰু সি গ'লে বহু ধন-ৰত্ন দিও তাক ওলতাই আনিব নোৱাৰি।"[১৪]

## ১০.৬ গঙ্গাগোবিন্দ ফুকন আৰু দীননাথ বেজবৰুৱাৰ দৃষ্টিভংগী

সেই সময়ৰ শিৱসাগৰৰ নামজ্বলা বক্তি গঙ্গাগোবিন্দ ফুকনকো দেউতাকে জাত যোৱাৰ ভয়ত পোনতে ইংৰাজী শিক্ষা দিয়াব নিবিচাৰিছিল। ইডেন চাহাবৰ সহায়তহে তেওঁ ইংৰাজী শিকিবলৈ সুযোগ পাইছিল। সেইজনা গঙ্গাগোবিন্দ ফুকনেই ১৮৭০ চনত শিৱসাগৰ ছোৱালী স্কুল স্থাপন কৰাৰ উপৰিও তাত এখন নৈশ বিদ্যালয়ো প্ৰতিষ্ঠা কৰিছিল। তেওঁ জাঁজীতো এখন স্কুল খুলিছিল। তৎকালীন হিন্দু ধৰ্মৰ ধৰণীস্বৰূপ দীননাথ বেজবৰুৱায়ো পোনতে পুতেকহঁতক ইংৰাজী শিক্ষা দিব নিবিচাৰিছিল। যেতিয়া তেওঁ শুনিলে যে তেওঁৰ এজন পুত্ৰ গোলাপ বেজবৰুৱাই কলিকতাৰ মেডিকেল কলেজত ডাক্তৰী পঢ়িবলৈ লৈছে তেতিয়া তেওঁৰ মূৰত বিনামেঘে বজ্ৰপাত পৰাৰ দৰে হ'ল। কাৰণ ডাক্তৰী পঢ়া মানে মৰাশ কাটিব লাগিব আৰু মৰাশ কটা মানে জাত যোৱা কথা! অৱশ্যে পিছলৈ ইংৰাজী শিক্ষাৰ মোল বুজাত দীননাথ বেজবৰুৱাই পুতেক নাতিয়েকহঁতক একো নোকোৱা হ'ল। তেখেতৰ আন এজন সুযোগ্য পুত্ৰ গোবিন্দ বেজবৰুৱাই অসমৰ বিভিন্ন ঠাইত স্কুল প্ৰতিষ্ঠা কৰি এজন নামজ্বলা শিক্ষাবিদৰূপে পৰিচয় দিব পাৰিছিল।

## ১০.৭ অসমত কলেজ-বিশ্ববিদ্যালয় স্থাপনক লৈ হোৱা বাদানুবাদ

এইখিনিতে এটা কথা বিশেষভাবে মন কৰিবলগীয়া যে সেই সময়ছোৱাত অসমত উচ্চ শিক্ষাৰ বাবে কলেজ-বিশ্ববিদ্যালয় স্থাপন কৰাক লৈ অসমীয়া মধ্যশ্ৰেণীটোৰ মাজত

বিভাজন হোৱা দেখা গৈছিল। এই সন্দৰ্ভত এজনে লিখিছে ঃ

"অসমীয়া ৰাইজে গুৱাহাটীতেই কলেজ স্থাপন হোৱাটো বাঞ্ছা কৰিছিল, কিন্তু ৰাইজৰ এক অংশই প্ৰথম কলেজ শিৱসাগৰ বা যোৰহাটত হোৱাহে উচিত বুলি বিবেচনা কৰিছিল। ৰাইজৰ আৰু এক তৃতীয় সৰু অংশই ভাবিছিল যে, অসমত কলেজ খোলাৰ প্ৰয়োজনেই নাই, কাৰণ কলিকতা মহানগৰীত গৈ পঢ়িলে অসমীয়া ল'ৰাই পুথিগত শিক্ষাৰ লগতে আনুসংগিকভাৱে আৰু দুটা কথা শিকিবলৈ সুবিধা পায়। অসমতে কলেজ হ'লে এই সুবিধাৰ পৰা ছাত্ৰইঁত বঞ্চিত হ'ব। কলেজ হব লাগেনে নালাগে, হ'লে ক'ত হ'ব, এইবিলাক বাক-বিতণ্ডা চলি থাকোঁতেই ভালেমান দিন পাৰ হৈ গ'ল।"[১৫]

অসমত কলেজ-বিশ্ববিদ্যালয় পতাৰ বিপক্ষে থকা অসমীয়া লোকসকলৰ ভিতৰত গঙ্গাগোবিন্দ ফুকন, বি. এ জগন্নাথ বৰুৱা আৰু আব্দুল মজিদো আছিল বুলি ড° দিলীপ কুমাৰ দত্তই এঠাইত উল্লেখ কৰিছে।[১৬] এই সন্দৰ্ভত অধ্যাপক-গৱেষক ৰমেশ কলিতাই তথ্যসহকাৰে এঠাইত লিখিছে ঃ

" অসমত কলেজ স্থাপন সম্পৰ্কে কলিকতীয়া অসমীয়া ছাত্ৰসকলে আব্দুল মজিদ চাহাবৰ (পিছত কলিকতা হাইকোৰ্টৰ জজ) ঘৰত আলোচনা কৰিছিল। অসমত কলেজ স্থাপনৰ সপক্ষে প্ৰস্তাৱক আছিল বেণুধৰ ৰাজখোৱা, সমৰ্থক দেবেশ্বৰ চলিহা। নানা ধৰণৰ যুক্তি দৰ্শাই আব্দুল মজিদে প্ৰস্তাৱৰ বিৰোধীতা কৰিছিল। অসমত কলেজ স্থাপনৰ পৰিবৰ্তে কলিকতাত অসমীয়া ছাত্ৰৰ বাবে হোষ্টেল স্থাপনৰহে তেওঁ পোষকতা কৰিছিল। উপস্থিত কিছু ছাত্ৰইও তেওঁক সমৰ্থন দিছিল। ..... অসমত কলেজ স্থাপনৰ বাবে শিৱসাগৰৰ পৰা দিয়া সমৰ্থনৰ গুৰি বঠা ধৰিছিল ফণীধৰ চলিহাই। কলেজ স্থাপন সম্পৰ্কে মিউনিচিপেল স্কুলত আহৃত এখন ৰাজহুৱা সভাত গঙ্গাগোবিন্দ ফুকনে সভাপতিত্ব কৰিছিল। ফণীধৰ চলিহা আৰু বেণুধৰ ৰাজখোৱাকে আদি কৰি সভাত উপস্থিত থকা সকলো মানুহেই কলেজ স্থাপনৰ প্ৰতি সমৰ্থন দিয়াত কলেজ স্থাপনৰ বিৰোধী সভাপতি ফুকন ডাঙৰীয়াই তৎমুহূৰ্ততেই সভাস্থলী ত্যাগ কৰে। কটন আৰু মজিদ চাহাব আদিৰ দৰে ফুকনেও অসমত কলেজ স্থাপনৰ পৰিবৰ্তে কলিকতাত অসমীয়া ছাত্ৰৰ হোষ্টেল স্থাপনত জোৰ দিছিল।"[১৭]

অসমত কলেজ নালাগে বুলি জনৈক পত্ৰলেখক এজনে স্বৰ্গীয় কালিৰাম বৰুৱাৰ **Assam** কাকতৰ ১৮৯৫ চনৰ ২২ জুলাই সংখ্যাত এইদৰে লিখিছিল ঃ

" মোৰ বিবেচনা মতে আসামত কলেজ পাতি দিলে আমাৰ পক্ষে সম্প্ৰতি কিছু বেয়াহে হ'ব। কলেজ পাতিলে হয় গুৱাহাটী নহয় শিৱসাগৰ বা আন কোনো জিলাত পাতিব

লাগিব। বিবেচনা কৰা কলেজ জানিবা গুৱাহাটীতে পাতি দিলে। পাছে তাত পঢ়িবলৈ ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, গোলাঘাট, নগাঁও ইত্যাদি ঠাইৰ পৰা ল'ৰা আহি গুৱাহাটীত থাকিবলৈ লাগিব। গুৱাহাটীত থকা খৰচো কম নহয়। কলিকতাত থাকিবলৈ আমাৰ ল'ৰাক ২০ টকাকৈ বৃত্তি দিয়ে। গুৱাহাটীতো আজিকালি ২০ টকাৰ কমে এজন ল'ৰা যে পঢ়িবলৈ পাৰিব এনেবোধ নহয়। পাছে যদি কলিকতা, গুৱাহাটী উভয় ঠাইতে একে খৰচ হয় তেনেহ'লেনো আমাৰ ল'ৰা কলিকতালৈ নপঠাই গুৱাহাটীত কিয় পঠাম? গুৱাহাটীত ৪বছৰ পঢ়ি যি শিকিব কলিকতাত ১ বছৰ পঢ়িয়েই সেইখিনি জ্ঞান পাব। কলিকতাত থকাৰ কি গুণ তাক মই বিশেষ কৰি লেখিবৰ একো প্ৰয়োজন নাই। ....." [১৮]

## ১০.৮ অসমত এফ. এ শ্ৰেণী প্ৰবৰ্তন আৰু বাতিলকৰণ ঃ ব্ৰিটিছৰ স্বাৰ্থ

যি নহওক, অসমীয়া মধ্যশ্ৰেণীৰ এচাম দূৰদৰ্শী, সচেতন লোকে অসমত কলেজ স্থাপনৰ বাবেঁ চৰকাৰৰ ওচৰত ক্ৰমে দাবী উত্থাপন কৰিবলৈ লোৱাত অৱশেষত শাসকগোষ্ঠীয়ে ১৮৬৬ চনত ১২,০০০ টকাৰ চৰকাৰী অনুদানেৰে গুৱাহাটী ইংৰাজী স্কুলখনত এফ এ শ্ৰেণী (কলিকতা বিশ্ববিদ্যালয় অনুমোদিত) খোলে। কিন্তু ব্যয়বহুলতাৰ অজুহাত লৈ ১৮৭৬ চনত চৰকাৰে এই স্কুলৰ পৰা এফ এ শ্ৰেণী উঠাই দিয়ে। এফ এ শ্ৰেণী উঠাই দিয়াত অসমৰ বিভিন্ন ঠাইৰ পৰা প্ৰতিবাদ হ'বলৈ ধৰে। ৰায়বাহাদুৰ মাধবচন্দ্ৰ বৰদলৈৰ নেতৃত্বত একাংশ মধ্যবিত্তই ১৮৭৬ চনৰ ১০ জানুৱাৰী তাৰিখে অসমৰ চীফ কমিচনাৰলৈ এই মৰ্মে এখন আবেদন প্ৰেৰণ কৰে। তাৰ উত্তৰত চীফ কমিচনাৰে মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়ালৈ এই বুলি লিখি পঠিয়ায় ঃ

> " The petitioners complain of the abolition of the Gauhati High school class. The chief reason for this step is that the finances of this province donot admit of any but absolutely necessaary expenditure. A deduction of expenditure was absolutely necessaary and after careful consideration the Education grant was reduced from Rs 223000 to Rs. 185000 and consequently the High school class could not be retained."[১৯]

কেৱল শোষণমুখী স্বাৰ্থ আগত ৰখা ব্ৰিটিছ প্ৰশাসন যন্ত্ৰই খৰচ বেছি হোৱাৰ ভয়ত অসমত উচ্চ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰাত যে আগ্ৰহী নাছিল সেই কথা ইয়াৰ দ্বাৰাই প্ৰমাণিত হয়, অৰ্থাৎ অসমত উচ্চ শিক্ষা প্ৰবৰ্তনত পলম হোৱাৰ প্ৰধান কাৰণ যে ব্ৰিটিছ প্ৰশাসক শ্ৰেণী সেই কথাত কোনো সন্দেহ নাই। এই বিষয়ে আক্ষেপ কৰি উনবিংশ শতিকাৰ অসমীয়া সাহিত্যজগতৰ অন্যতম কাণ্ডাৰী আৰু ৰাজভক্ত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কৈছে ঃ

"অসমৰ শিক্ষা সম্বন্ধে গবৰ্ণমেণ্টৰ এনে বন্দবস্ত হোৱা বাবেহে, আজি প্ৰায় ১০০ বছৰ বৃটিছ গবৰ্ণমেণ্টৰ তলত থাকিও অসমীয়াই এজন ১ম শ্ৰেণীৰ এম এ বাহিৰ কৰিব পৰা নাই।"[২০]

## ১০.৯ বলিনাৰায়ণ বৰাৰ ভূমিকা

বিলাত ফেৰৎ ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰাইও তেওঁৰ মৌ কাকতখনৰ যোগেদি অসমত উচ্চ শিক্ষাৰ উন্নতি নোহোৱাৰ মূলতে অসমীয়া মানুহৰ উপৰি ইংৰাজ চৰকাৰকো দোষাৰোপ কৰিছে। 'ইংৰাজি শিক্ষা' নামৰ প্ৰবন্ধটোত বৰাই অনুযোগৰ সুৰত কৈছে ঃ

"ইপিনে আমার মানুহর খণ্ড এই যে কটা বঙাল হঁতে আমার দেশত আহি আমি পাব লগীয়া কাম বোরত সোমালহি; কিন্তু আমি নো বঙালহঁতর সমান শিক্ষিত আরু চতুর হবর পুরুষার্থ নকরো কিয়, সেই ফালে হলে আমার মন নাই, সিপিনে গবর্ণমেণ্টে আরু গবর্ণমেণ্টর বর বর বিষয়া বিলাকে কয় বোলে অসমীয়া মানুহর ভিতরত ৮০ টকা দরমহা পোবার উপযুক্ত এনে এটা মানুহও পোবা টান; কিন্তু কিয়নো পোবা টান বা আগলৈকো নো কিয় পোবা নাযাব তার ফালে তেওঁবিলাকর চিন্তা ও নাই চেষ্টাও নাই। ৫২ বছর ইংরাজি শিক্ষা দি আসামর যদি ৮০ টকার উপযুক্ত মানুহও পোবা নাযায় বুলি গবর্ণমেণ্টে সই লয়, তেনেহলে তার সমান লাজর কথা আরু নাই। অসমীয়া মানুহ বেছিকৈ উপযুক্ত হবর নিমিত্তে গবর্ণমেণ্টে কেতিয়াবা লাগিপরি চাইছিলনে? ২০ বছর আগেয়ে জিলা স্কুল বিলাকর যি অবস্থা আজিও সেই অবস্থা; তাত গবর্ণমেণ্টে কিবা উপায় আজিলৈকে বিচারিছেনে? মূল কথা এই, আমার কি হলে ভাল কি হলে বেয়া, আমাক কি লাগে কি নালাগে এইবোর কথা থির কৈ শুনি চাই যেতিয়ালৈকে মানুহে লগলাগি গবর্ণমেণ্টৰ কাণত গৈ ঢোল নোকোবাই, তেতিয়ালৈকে গবর্ণমেণ্টৰ তোপনি নাভাগে। আমার হীত যদি আমি নিজে নুবুঝো গবর্ণমেণ্টে আহি যে বুঝাই দি আমাক উন্নত করিব ই দুরাশা।"[২১]

"উচ্চ শিক্ষা" শীৰ্ষক আন এটি প্ৰবন্ধত বৰাই স্পষ্টভাৱে চৰকাৰক দোষাৰোপ কৰি কৈছে ঃ

"এতেকে এই দেশত শিক্ষার উন্নতি নোহোয়ার বাবে ইয়ার শিক্ষা প্রণালীকে আরু অসমীয়া মানুহর আবশ্যকতা সম্পর্কে গবর্ণমেণ্টর অজ্ঞতাকে হে দুষিব লগীয়া বুলি আমি ভাবিছোঁ।"[২২]

বৰাই অকল সমালোচনা কৰিয়েই এৰা নাছিল; অসমৰ শিক্ষাৰ উন্নতিৰ নিমিত্তে ভালেখিনি পৰামৰ্শও তেওঁ আগবঢ়াইছিল। সেই পৰামৰ্শসমূহ এনেধৰণৰ ঃ [২৩]

১। 'প্ৰথম উপায়, দেশত কিছুমান সুশিক্ষিত মানুহ সুমুওয়া। ..... উচ্চ বিষয়ৰ কথা, উচ্চ আলোচনা সুশিক্ষিত মানুহৰ লগত সদাই হই থাকিলে মানসিক বৃত্তিবোৰ বাঢ়িবলৈ ধৰে। এতেকে আমাৰ দেশত সুশিক্ষিত মানুহৰ অভাবে বঙালি সুশিক্ষিত মানুহক কাম দি ইয়ালৈ আনাৰ আমাৰ বেজাৰৰ কথা নহই আনন্দৰ হে কাৰণ হব লাগে।'

২। 'দ্বিতীয় উপায় দেশত এটি উচ্চ শ্ৰেণীৰ কলেজ পাতা।'

৩। 'আসামৰ কলেজত পঢ়ি উঠা ছাত্ৰবিলাকক বৃত্তি দি কলিকতালৈ আৰু বিলাতলৈ পঠোয়া। যি শিক্ষা আসামত পাব (অৰ্থাৎ ইয়াত বি এ মহলাত উঠি) তাৰ সম্পূৰ্ণতা সধিবলৈ সকলোৰে কলিকতালৈ যাব লাগে আৰু যি পাৰে বিলাতলৈকো যাব লাগে।'

৪। 'আসামৰ হাইস্কুল বোৰৰ অবস্থা ভাল কৰা। ..... অনুপযুক্ত ভাগক বিদায় বা উপায়ান্তৰ দি লাহে লাহে উপযুক্ত মানুহ আমি সুমাব লাগে। এনে কৰিলে আমাৰ স্কুলবোৰৰ যথাৰ্থ উন্নতি হয়।'

উচ্চ শিক্ষিত বেজবৰুৱাই শিক্ষাৰ ক্ষেত্ৰত অনগ্ৰসৰ অসমত দেশৰ আন প্ৰদেশবোৰত থকাৰ দৰে এটি স্বতন্ত্ৰ বিশ্ববিদ্যালয় তেতিয়াই বিচৰা নাছিল ঃ

> "আসামত স্বতন্ত্ৰ বিশ্ববিদ্যালয় হবৰ নিমিত্তে আমি প্ৰাৰ্থনা নকৰো। আমাক মাথোন এটি কলেজ দিলেই আমি সন্তুষ্ট।"[২৪]

এইখিনিতে পাঠকসকলক জনাই থোৱাটো ভাল যে অসমত উচ্চ শিক্ষা প্ৰসাৰৰ নিমিত্তে বেজবৰুৱাই এটি ইতিবাচক ভূমিকা ল'লেও তেওঁ কিন্তু স্ত্ৰী শিক্ষাৰ বিৰোধী আছিল। ছোৱালীক স্কুল-কলেজত পঢ়ুৱাটোত তেওঁ ঘোৰ বিৰোধিতা কৰিছিল। 'তিৰুতাৰ বন কি' নামৰ প্ৰবন্ধটিত তেওঁ এইদৰে মত আগবঢ়াইছে ঃ

> "..... তিৰুতাক পঢ়িবলৈ দিয়া বেয়া কথা নহয়, কিন্তু সেই বুলি যে তিৰুতা মানুহে মুনিহ মানুহৰ নিচিনাকৈ বি এ, এম এ পৰীক্ষা দিয়া ভাল এনে বুলিব নোয়াৰি, কি ডাক্তৰ বা উকিল হই মুনিহৰ ব্যৱসায়বোৰ চলাব ইও বাঞ্ছনীয় নহয়।"[২৫]

সেয়েহে তেওঁ অসমত উচ্চ শিক্ষাৰ প্ৰসাৰৰ বাবে কলেজ স্থাপনৰ যি পৰামৰ্শ দিছিল তাত তেওঁ "অসমীয়া লৰাৰ নিমিত্তে কলেজ স্থাপিত হওক" বুলিহে মত পোষণ কৰিছিল।[২৬] যেই নহওক, এজন উচ্চ শিক্ষিত লোক হৈয়ো বেজবৰুৱাই শিক্ষাৰ ক্ষেত্ৰত এনেদৰে বৈষম্যমূলক ভূমিকা লোৱাত অকল তেওঁ ঠেক মনোবৃত্তিয়েই পৰিচয় দিয়া নাছিল আনকি অসমত উচ্চ শিক্ষাৰ প্ৰসাৰৰ বাবে তেওঁ চলোৱা সমগ্ৰ প্ৰচেষ্টাই যেন বৃথা চেষ্টা আছিল বুলি আমাক প্ৰতীতি জন্মায়। যিহেতু নাৰীৰ উচ্চ শিক্ষাৰ অবিহনে নিজৰ সন্তান-সন্ততিৰ লগতে সমাজৰ উন্নতিও যে সম্ভৱ নহয় সেই কথা আজি আৰু কাকো বহলাই বুজাই কোৱাৰ প্ৰয়োজন নাই।

## ১০.১০ কমলাকান্ত ভট্টাচাৰ্যৰ দৃষ্টিভংগী

সেই সময়ৰ অসম প্ৰেমৰ জ্বলন্ত প্ৰতিমূৰ্তি কমলাকান্ত ভট্টাচাৰ্যয়ো অসমত উচ্চ শিক্ষাৰ প্ৰসাৰত গুৰুত্ব আৰোপ কৰিছিল। 'সাহিত্য সভাৰ সভাপতীয় অভিভাষণ'খনৰ (মাৰ্চ, ১৯২৯ চন) সামৰণিত তেওঁ ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছে ঃ

> "আমাৰ শিক্ষা ব্যৱস্থাৰ বাট উন্নত কৰি দিয়ক, গাঁৱে গাঁৱে, মৌজাই মৌজাই নগৰে নগৰে, খাপে খাপে পঢ়াশালিৰ ব্যৱস্থা হওক, স্ত্ৰী শিক্ষাৰ আয়োজন কৰক, অসমত বিশ্ববিদ্যালয় স্থাপন কৰা হওক, আমাৰ অন্তৰ বিকশিত হওক— তেহে আমাৰ জাতীয় সাহিত্যৰ উন্নতি হ'ব।"[২৭]

## ১০.১১ বেজবৰুৱাৰ মনোভাব

অসমত কলেজ স্থাপনৰ ক্ষেত্ৰত যিসকল উচ্চ শিক্ষিত অসমীয়া মধ্যবিত্তই আগভাগ লৈছিল সেইসকলৰ ভিতৰত তৎকালীন অসমৰ সাহিত্যাকাশৰ মধ্যমণি লক্ষ্মীনাথ বেজবৰুৱাৰ নামো বিশেষভাৱে উল্লেখযোগ্য। বেজবৰুৱাই এঠাইত নিজেই লিখিছে ঃ

> "মোৰ মনত বৰ ৰং লাগিছে যে তাহানি গুৱাহাটীত কলেজ হোৱা উচিত নে কলিকতাত চৰ্কাৰী বৃত্তিৰ সংখ্যা বঢ়াই দি বেছি সংখ্যক অসমীয়া ছাত্ৰক পঢ়িবলৈ দিয়া উচিত, এই আন্দোলনত এই লেখকে গুৱাহাটীত কলেজ হোৱাৰ সপক্ষে যথাসাধ্য চেষ্টা কৰিছিল।"[২৮]

## ১০.১২ মাণিকচন্দ্ৰ বৰুৱাৰ উদ্যোগ

মন কৰিবলগীয়া যে তৎকালীন অসমৰ শিক্ষিত অগ্ৰণী লোক বুলি পৰিচিত মাণিকচন্দ্ৰ বৰুৱাই ১৮৯৯ চনৰ ২৮ মাৰ্চত চৰকাৰলৈ অসমৰ উচ্চ শিক্ষাৰ সম্পৰ্কত যি আবেদন পত্ৰ দাখিল কৰিছিল তাৰ আগলৈকে চৰকাৰে অসমত কলেজ পতাৰ কাৰণে যত্ন কৰাটো বাদেই আনকি কোনো উৎসাহো দেখুওৱা নাছিল। বৰুৱাই ক্ষেভেৰে লিখিছিল ঃ

> " Assam is the only province which has not got a college. Indeed, it has not a high institution worth the name. A college at Gauhati with European principal will be better appreciated by the students than similar private institutions (owned by native gentlemen) to which they generally resort."[২৯]

## ১০.১৩ যোৰহাট কলেজ প্ৰতিষ্ঠাত হকা-বধা

সি যি নহওক, পাশ্চাত্য শিক্ষা-সংস্কৃতিৰ ঢৌ অসমৰ সৰ্বত্ৰতে বিয়পাই দিবলৈ বিচৰা এচাম দূৰদৰ্শী আৰু বিদ্যানুৰাগী অসমীয়াৰ প্ৰবল দাবীত অৱশেষত ১৯০১ চনত গুৱাহাটীত অসমৰ প্ৰথমখন উচ্চ শিক্ষাৰ অনুষ্ঠান কটন কলেজ খোলা হয়। ১৯৩০ চনত স্থাপন হোৱা 'যোৰহাট কলেজ' অৰ্থাৎ এতিয়াৰ 'জে বি কলেজ'ৰ ক্ষেত্ৰতো তৎকালীন ইংৰাজ প্ৰশাসক শ্ৰেণী আৰু অসমত উচ্চ শিক্ষাৰ বিপক্ষে থকা মধ্যবিত্ত শ্ৰেণীটোৱে যথেষ্ট হকা-বধাৰ সৃষ্টি কৰিছিল। এই সন্দৰ্ভত দিলীপ কুমাৰ দত্তই লিখিছে ঃ

> "তেতিয়াৰ ডি পি আই স্মল চাহাবে কলেজখনক এটা 'ভয়ৰ কাৰণ' বুলিছিল। যোৰহাট কলেজক স্বীকৃতি নিদিবলৈ অসম চৰকাৰে কলিকতা বিশ্ববিদ্যালয়লৈ লিখিছিল।"[৩০]

## ১০.১৪ অসমত বিশ্ববিদ্যালয় স্থাপনত উদ্যোগ

অসমত প্ৰথমখন বিশ্ববিদ্যালয় (গুৱাহাটী বিশ্ববিদ্যালয়) স্থাপন হয় ১৯৪৮ চনত। কিন্তু ইয়াৰ বহু বছৰ আগৰ পৰাই এচাম দূৰদৰ্শী অসমীয়াই অসমত বিশ্ববিদ্যালয় স্থাপনৰ বাবে চেষ্টা চলোৱাৰ প্ৰমাণ পোৱা যায়। সেইসকল উচ্চ শিক্ষাৰ অনুৰাগীৰ ভিতৰত শিক্ষাবিদ স্বৰ্গীয় উপেন্দ্ৰ নাথ বৰুৱাৰ নাম বিশেষ উল্লেখযোগ্য। স্বৰ্গীয় বৰুৱাই ১৯১৬ চনতে অসমত এখন বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰাৰ বাবে উদ্যোগ লোৱাৰ উপৰিও এই ক্ষেত্ৰত উদাৰভাবে দান-বৰঙণি দিবলৈ চাহবাগিচাৰ মালিকসকললৈ আবেদন জনাইছিল। ১৯৩২ চনত **Times of Assam** কাকতত তেওঁ এইদৰে লিখিছিল ঃ

> " Sir,- If you look up your old file of 6th and 13th January 1917 you will find that a paper on "Education of the Assamese" was read by me in the Assam conference held at Gauhati during the X'mas holidays of 1916. Among various other interesting items on question of the establishment of a college at Jorhat and also of the Assam University were raised and discussed at some length. And in 1921 I issued a circullar letter to several tea planters of the district to help the college proposal by their liberal donations citing the example of the late Mr. Williamson of happy memory. ...........
>
> "It has given me unfeigned pleasure to see the educated public of Nowgong taking up actively the cause of the Assam University the other day in a large representative meeting there with a view to

> concerting measures for its establishment. In this connection also I approached Rai Bahadur Siba Prasad Barooah a few years back with a request to place three lakhs of rupees for necessary buildings and one lakh for equipment in the hands of the Assam Government, on some conditions if necessary and desirable, and thus to lend the weight of his name in the educational firmament of his country and earn a name for his family, which his countrymen will ever remember with gratitude. I am sorry I can hardly make time to go and remind him of the advice preferred in his town house. It will be graceful if the Rai Bahadur takes the initiative in the way indicated above."[৩১]

স্বৰ্গীয় বৰুৱাই অকল কাগজে-কলমে অসমত উচ্চ শিক্ষাৰ প্ৰবৰ্তনৰ বাবে চেষ্টাই চলোৱা নাছিল আনকি হাতে-কামে নিজেও যোৰহাট আৰু লক্ষীমপুৰত একোখনকৈ ইংৰাজী বিদ্যালয় স্থাপন কৰিছিল।[৩২]

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰো অসমত কলেজ- বিশ্ববিদ্যালয় স্থাপনত বিশেষ অৰিহণা আছে। ১৯১৮ চনত গুৱাহাটীলৈ অহা কলিকতা বিশ্ববিদ্যালয়ৰ 'চেড্‌লাৰ' কমিচনৰ আগত অসমত বিশ্ববিদ্যালয়ৰ স্থাপনৰ সপক্ষে সাক্ষ্য দি বৰদলৈয়ে কৈছিল ঃ

> " As I belong to Assam, and as the schools there are under Calcutta University, I would suggest that a small university be established at Gauhati to make the province autonomous."

সেইদৰে কটন কলেজ, গুৱাহাটী আৰ্ল ল কলেজ, উত্তৰ গুৱাহাটী কমলদেৱ ইন্‌ষ্টিটিউচন, কামৰূপ একাডেমী স্কুল আদি বিভিন্ন শিক্ষানুষ্ঠানৰ প্ৰতিষ্ঠাত বৰদলৈদেৱ সক্ৰিয়ভাৱে জড়িত হৈ আছিল।

## ১০.১৫ শিক্ষাৰ নামত জাত-পাতৰ বিচাৰ

বিংশ শতিকাৰ আদিভাগলৈকে অসমত জাত-পাতৰ বিচাৰ পূৰ্ণোদ্যমে চলি আছিল। দুৰ্ভাগ্যৰ কথা এই জাত-পাতৰ বিচাৰখন অসমৰ শিক্ষাজগতলৈও বিয়পাই দিয়া হৈছিল আৰু ইয়াৰ গুৰি ধৰিছিল অসমত উচ্চ শিক্ষাৰ বিৰোধী মধ্যশ্ৰেণীটোৰ উপৰিও হিন্দু ধৰ্মৰ ধ্বজাধাৰীসকলে। একেখন শিক্ষানুষ্ঠানতে উচ্চ বৰ্ণ, নিম্ন বৰ্ণৰ ছাত্ৰ-ছাত্ৰীয়ে পঢ়া আৰু একেটা হোষ্টেলতে হিন্দু-মুছলিম ছাত্ৰ-ছাত্ৰীয়ে থকা-খোৱা-লোৱা কৰাটো সামন্তবাদী মনৰ অসমীয়া মধ্যবিত্তই কোনোপধ্যেই সহ্য কৰিব নোৱাৰিছিল। সেয়েহে সমাজৰ এই

বৰমূৰীয়াসকলৰ উদ্যোগত আৰু শিক্ষানুষ্ঠানসমূহৰ কৰ্তৃপক্ষৰ সমৰ্থনত উচ্চবৰ্ণ, নিম্ন বৰ্ণ, হিন্দু-মুছলিমৰ নামত পৃথক পৃথককৈ 'হোষ্টেল' সজোৱা হৈছিল। সুপ্ৰবন্ধ লেখক অধ্যাপক পৰমানন্দ মজুমদাৰে এঠাইত লিখিছে ঃ

> "সেই সময়ত কটন কলেজত জনজাতীয়সকলৰ বাবে আছুতীয়াকৈ দ্বিতীয় ছাত্ৰাবাসটো ৰখা হৈছিল। বাকী বৰ্ণ হিন্দু ছাত্ৰৰ কাৰণে প্ৰথম ছাত্ৰাবাসটো ৰখা হৈছিল।"[৩৪]

সেইদৰে যোৰহাট কলেজৰ ভিতৰ চ'ৰাতো এই জাতিভেদৰ দেৱলাখন গঢ়ি তুলিবলৈ এচাম শিক্ষিত অসমীয়াই যৎপৰোনাস্তি চেষ্টা চলাইচিল। বিশেষকৈ ছাত্ৰ-ছাত্ৰীক নিলগাই ৰাখিবলৈ যোৰহাটৰ চহকীসকলে পাৰ্যমানে চেষ্টা চলোৱাৰ কথা ড° দিলীপ কুমাৰ দত্তই উল্লেখ কৰিছে ঃ

> "কিন্তু সমস্যা হ'ল যে যোৰহাট কলেজখনৰ ছাত্ৰ বেছিভাগেই আছিল গুৱাহাটী বা কলিকতাত পঢ়িবলৈ আৰ্থিক সামৰ্থ্য নথকা গাঁৱৰ খেতিয়ক নাইবা চহৰৰ দুখীয়া মানুহৰ ল'ৰা। যোৰহাটৰ চহকী সম্ভ্ৰান্ত লোকসকলে তেওঁলোকৰ ছোৱালী সেই হালোৱা নাইবা দুখীয়া মানুহৰ ল'ৰাৰ লগত একেটা কোঠাতে বহি পঢ়া-শুনা কৰা কথাটো সহ্যই কৰিব নোৱাৰিছিল। সেয়েহে গভৰ্ণিং বৰ্ডৰ আৰু চহৰৰ কিছুমান প্ৰভাৱশালী চহকীলোক কলেজখনত এটা সুকীয়া ছাত্ৰী শাখা খুলিবলৈ ফন্দি পাতিলে। ১৯৩৮ চনৰ পৰাই এওঁলোক উঠিপৰি লাগিল ছাত্ৰী শাখাৰ কাৰণে আৰু বৰঙণি তুলিবলৈ আৰম্ভ কৰিলে।"[৩৫]

দত্তই আমাক এইখিনি কথাও জনাইছে ঃ

> "যোৰহাট কলেজৰ পৰিচালক সকলে ছাত্ৰ আৰু ছাত্ৰীক বেলেগে ৰাখিবলৈ ইমান চেষ্টা কৰিছিল যে কলেজীয়া উৎসৱ বা শংকৰদেৱৰ তিথিৰ দৰে পবিত্ৰ উৎসৱকো ছাত্ৰীসকলে বেলেগে পাতিছিল। .....
>
> "ছাত্ৰসকলৰ আন্দোলনৰ আগত তিষ্ঠিব নোৱাৰি ইতিমধ্যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ হোৱা ফণীধৰ দত্ত আৰু উপাচাৰ্য্য সন্দিকৈৰ পৰামৰ্শমতে এই ছাত্ৰী শাখা ১৯৫৪ চনৰ পৰা বন্ধ কৰা হয়। তাতে যোৰহাটৰ চহকীসকল অতিশয় ক্ষুব্ধ হৈ প্ৰায় একে ৰাতিৰ ভিতৰতে যোৰহাটত এখন সুকীয়া ছাত্ৰীৰ কলেজ আৰম্ভ কৰিবলৈ ঠিক কৰে। এই কলেজ প্ৰতিষ্ঠাত আগভাগ ল'লে কুলধৰ চলিহা আৰু ৰাধানাথ ফুকনে [হৰিপ্ৰসাদ নেওগ (সম্পাদিত), 'হেৰম্ব প্ৰসাদ বৰুৱা', উদয়ন, গোলাঘাট ( ১৯৬৮), পৃঃ ৮৯]। কুলধৰ চলিহা অসম এছোচিয়েশ্বনৰ সভ্য আছিল আৰু উপেন্দ্ৰ নাথ বৰুৱাই অসমত এখন বিশ্ববিদ্যালয় আৰু যোৰহাটত এখন কলেজ পতাৰ প্ৰস্তাৱ দিবলৈ ওলাওঁতে

তেওঁও বাধা দিছিল। ধন ক্ষমতা, বিদ্যা সকলো থকা সত্ত্বেও ৰাধানাথ ফুকনে যোৰহাট কলেজ প্ৰতিষ্ঠাৰ সময়ত সহায় কৰিবলৈ আগবাঢ়ি অহা নাছিল।"[৩৬]

মনত ৰখাটো ভাল, শিক্ষাৰ নামত এই ধৰণৰ জাতিভেদ সৃষ্টিৰ নেপথ্যত সাম্ৰাজ্যবাদী শাসকশ্ৰেণীৰ কুট-কৌশলো জড়িত আছিল।

## ১০.১৬ উচ্চ শিক্ষাক লৈ মধ্যশ্ৰেণীৰ মাজত হোৱা মতভেদৰ কাৰণ

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল যে অসমত উচ্চ শিক্ষা প্ৰসাৰৰ বাবে অসমীয়া মধ্যশ্ৰেণীৰ মাজত যি এক মতভেদৰ সৃষ্টি হৈছিল তাৰ কাৰণ চমুকৈ আমি এনেদৰে ক'ব পাৰোঁ ঃ

১। নবোত্থিত অসমীয়া উচ্চবিত্ত শ্ৰেণীটোৱে সামন্তযুগীয়া ধ্যান-ধাৰণাৰ বশবৰ্তী হৈ অসমত আধুনিক শিক্ষা প্ৰসাৰৰ বাবে কোনো অনুৰাগ নেদেখুৱাইছিল। পুৰণি শিক্ষা ব্যৱস্থাকহে তেওঁলোকে পৃষ্ঠপোষকতা কৰিছিল। এওঁলোকৰ দৃষ্টিভংগী আছিল পাটনাদৰ ভেকুলীৰ দৰে।

২। কলেজ স্থাপনৰ বাবে স্থানক লৈ হোৱা মতভেদ।

৩। অসমত কলেজ স্থাপন কৰিব লাগে নে তাৰ পৰিবৰ্তে কলিকতাত অসমীয়া ছাত্ৰৰ বাবে 'হোষ্টেল' খুলিব লাগে— এই লৈ হোৱা বাদানুবাদ।

৪। কলিকতাত থাকি পঢ়িলে অসমীয়া ছাত্ৰৰ মনৰ দিগন্ত প্ৰসাৰিত হ'ব বুলি গভীৰভাৱে বিশ্বাস কৰা একাংশ মধ্যবিত্তই অসমত কলেজ স্থাপনৰ পক্ষপাতী নাছিল।

৫। সাম্ৰাজ্যবাদী শাসকশ্ৰেণীৰ ভেদনীতি। অসমত সুকীয়া কলেজ স্থাপনে প্ৰাদেশিকতাবাদৰ জন্ম দিব পাৰে বুলি ভয় কৰি ব্ৰিটিছ প্ৰশাসনে ভেদনীতিৰ আশ্ৰয় লৈ অসমীয়া মধ্যশ্ৰেণীৰ একাংশক অসমত কলেজ স্থাপনৰ বিৰুদ্ধে থিয় দিবলৈ উচতাইছিল।[৩৭]

৬। জাত-পাতৰ বিচাৰ আৰু কঠোৰ ধৰ্মীয় নিষেধাজ্ঞাই অসমত উচ্চ শিক্ষাৰ বাবে যি আন্দোলন হৈছিল তাৰ পৰা এচাম মধ্যবিত্তক আঁতৰাই ৰাখিছিল।

৭। একাংশ মধ্যবিত্তৰ উৎকট বৰ্ণ-বৈষম্যমূলক দৃষ্টিভংগী আৰু উগ্ৰজাতিদম্ভই অসমৰ উচ্চ শিক্ষা প্ৰসাৰত বাট ভেটি ধৰিছিল।

## ১০.১৭ উপসংহাৰ

গতিকে দেখা গ'ল, আনন্দৰাম ঢেকিয়াল ফুকনৰ পৰা আৰম্ভ কৰি লক্ষ্মীনাথ বেজবৰুৱা আৰু তেওঁৰ সমসাময়িক অসমৰ প্ৰখ্যাত লোকসকললৈকে এচাম শিক্ষিত অসমীয়া মধ্যবিত্তই পাশ্চাত্য শিক্ষাৰ মোল নুবুজাকৈ থকা নাছিল আৰু সেয়েহে অসমত জ্ঞান প্ৰচাৰৰ বাবে, আধুনিক উচ্চ শিক্ষা প্ৰচলনৰ বাবে তেওঁলোকে চেষ্টাও কৰিছিল। কিন্তু এওঁলোকৰ বিপৰীতে, সাম্ৰাজ্যবাদী শাসকগোষ্ঠীৰ উদাসীনতা আৰু কুট-কৌশল, অসমত উচ্চশিক্ষাৰ প্ৰসাৰৰ বিৰোধী এচাম শিক্ষিত অসমীয়াৰ দূৰদৰ্শীহীনতা আৰু নেতিবাচক ভূমিকাই অসমৰ শিক্ষাৰ ক্ষেত্ৰখনক বহুদূৰ পিছুৱাই লৈ গৈছিল যাৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ আজিও ৰৈ গ'ল। □

## সূত্ৰ নিৰ্দেশ ঃ


১। ড° মহেশ্বৰ নেওগ (সম্পাঃ) ঃ **অৰুনোদই**, পৃষ্ঠা- ১০১, ভূমিকা, পাদটীকা চাওক, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮৩ চন

২। Dr. S.K. Bhuyan : **Anglo-Assamese relations,** p.573, Lawyer's Book Stall, Guwahati, 1974

৩। Dr. S.K. Bhuyan : **Anglo-Assamese relations,** p.573, Lawyer's Book Stall, Guwahati, 1974

৪। A.J. Moffatt Mills : **Report on the Province of Assam,** p.27, Publication Board, Assam, 1984, April

৫। H.K. Borpujari (G.Ed) : **Political History of Assam,** Vol-I, Government of Assam, 1977, p.105

৬। নন্দ তালুকদাৰ (সম্পাঃ) ঃ **আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ,** পৃষ্ঠা- ১২৮, লয়াৰ্ছ বুক ষ্টল, ১৯৯২ চন

৭। নন্দ তালুকদাৰ (সম্পাঃ) ঃ **আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ,** পৃষ্ঠা- ১৬, লয়াৰ্ছ বুক ষ্টল, ১৯৯২ চন

৮। **Report on the Province of Assam** ; p.106

৯। **Report on the Province of Assam** ; p.107-108

১০। গুণাভিৰাম বৰুৱা ঃ **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ,** পৃষ্ঠা- ২৫, অসম প্ৰকাশন পৰিষদ, ১৯৯২ চন

১১। গুণাভিৰাম বৰুৱা : আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃষ্ঠা- ১১, অসম প্ৰকাশন পৰিষদ, ১৯৯২ চন

১২। অৰুনোদই ; পৃষ্ঠা- ১০৩২/১০৩৩

১৩। যোগেন্দ্ৰ নাৰায়ণ ভূঞা (সম্পাদিত) : হেমচন্দ্ৰ বৰুৱাৰ 'আত্মজীৱন চৰিত', গৰীয়সী, চতুৰ্থ বছৰ তৃতীয় সংখ্যা, ডিচেম্বৰ, ১৯৯৬ চন, পৃষ্ঠা- ১৪

১৪। শিৱনাথ বৰ্মণ (সম্পাঃ) : আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা, পৰমানন্দ মজুমদাৰৰ "ঊনবিংশ শতিকাৰ অসমৰ শিক্ষাৰ পটভূমিত হেমচন্দ্ৰ বৰুৱা" প্ৰবন্ধটোৰ পৰা উদ্ধৃত, পৃষ্ঠা- ১০১, ষ্টুডেন্টচ্ ষ্ট'ৰচ, গুৱাহাটী, ১৯৯৬ চন

১৫। ড° মুকুল কুমাৰ শৰ্মা : 'অসমত উচ্চ শিক্ষাৰ ইতিহাস' প্ৰবন্ধ দ্ৰষ্টব্য, জগন্নাথ বৰুৱা মহাবিদ্যালয় সোণালী জয়ন্তী স্মৃতি গ্ৰন্থ, ১৯৮২ চন, পৃষ্ঠা- ৪৭

১৬। ড° দিলীপ কুমাৰ দত্ত : ফলি লোৱা বুৰঞ্জী, পৃষ্ঠা- ৮৩ চিত্ৰলেখা প্ৰকাশন, গুৱাহাটী-১, ১৯৮৬ চন

১৭। ৰমেশ কলিতা : ভাৰতৰ স্বাধীনতা আন্দোলনত অসমীয়া ছাত্ৰৰ ভূমিকা, পৃষ্ঠা- ২০/২১, সমন্বয় গ্ৰন্থালয়, নলবাৰী, ১৯৮৬ চন

১৮। ৰমেশ কলিতা : ভাৰতৰ স্বাধীনতা আন্দোলনত অসমীয়া ছাত্ৰৰ ভূমিকা, পৃষ্ঠা- ১৮/১৯, সমন্বয় গ্ৰন্থালয়, নলবাৰী, ১৯৮৬ চন

১৯। বেণুধৰ শৰ্মা ৰচনাৱলী ; চতুৰ্থ খণ্ড, পৃষ্ঠা- ১২৩/১২৪, মানুহ প্ৰকাশন, গুৱাহাটী, ১৯৮৭ চন

২০। বেণুধৰ শৰ্মা ৰচনাৱলী ; চতুৰ্থ খণ্ড, পৃষ্ঠা- ১২৪, মানুহ প্ৰকাশন, গুৱাহাটী, ১৯৮৭ চন

২১। ড° সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাঃ) : মৌ, পৃষ্ঠা- ২৩/২৪, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন।

২২। ড° সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাঃ) : মৌ, পৃষ্ঠা- ৫৩, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

২৩। ড° সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাঃ) : মৌ, পৃষ্ঠা- ১১৫/১১৯, অসম প্ৰকাশন পৰিষদ ১৯৮০ চন

২৪। ড° সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাঃ) : মৌ, পৃষ্ঠা- ১১৮, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

২৫। ড° সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাঃ) : মৌ, পৃষ্ঠা- ২, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

২৬। ড° সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পাঃ) : মৌ, পৃষ্ঠা- ১১৬, অসম প্ৰকাশন পৰিষদ, ১৯৮০ চন

২৭। ড° প্ৰফুল্লদত্ত গোস্বামী (সম্পাঃ) : **কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী**, পৃষ্ঠা- ১৯২, অসম প্ৰকাশন পৰিষদ, ১৯৮২ চন

২৮। **বেজবৰুৱা গ্ৰন্থাৱলী** ; ১ম খণ্ড, "মোৰ মাতৃমুখ দৰ্শন" ৰচনা দ্ৰষ্টব্য, পৃষ্ঠা- ১১৪, সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৮৮ চন

২৯। **Political History of Assam,** Vol-I ; p.117-118

৩০। ড° দিলীপ কুমাৰ দত্তৰ পূৰ্বোক্ত গ্ৰন্থ ; পৃষ্ঠা- ১১৬

৩১। **বেণুধৰ শৰ্মা ৰচনাৱলী** ; চতুৰ্থ খণ্ড, পৃষ্ঠা- ১৩০/১৩১

৩২। **বেণুধৰ শৰ্মা ৰচনাৱলী** ; তৃতীয় খণ্ড, চন্দন চ'ৰা, পৃষ্ঠা- ২৬৬, ১৯৮৭ চন

৩৩। নলিনী বালা দেৱী ; **স্মৃতি তীৰ্থ**, পৃষ্ঠা- ১৬৮/১৬৯, দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী, ১৯৭৬ চন

৩৪। পৰমানন্দ মজুমদাৰ : 'ভীমবৰ দেউৰী আৰু অসমৰ জাতি সমস্যাত এভুমুকি' (প্ৰবন্ধ), ড° হীৰেন গোহাঁইৰ দ্বাৰা সম্পাদিত নতুন পদাতিক, প্ৰথম বছৰ প্ৰথম সংখ্যা, অক্টোবৰ, ১৯৯৮ চন, পৃষ্ঠা- ৪৩

৩৫। **ফলি লোৱা বুৰঞ্জী** ; পৃষ্ঠা- ১১৮/১১৯

৩৬। **ফলি লোৱা বুৰঞ্জী** ; পৃষ্ঠা- ১২০

৩৭। **Political History of Assam,** Vol-I ; p.118

# পৰিশিষ্ট

## অসমীয়া মধ্যশ্ৰেণীৰ উদ্যোগত প্ৰতিষ্ঠিত অনুষ্ঠানসমূহ

অসমীয়া মধ্যশ্ৰেণীৰ আশা-আকাংক্ষা প্ৰতিফলিত হ'ব পৰাকৈ উনবিংশ শতিকাৰ পৰা বিংশ শতিকাৰ আদিভাগলৈ অসমত মধ্যশ্ৰেণীৰ উদ্যোগত কেইবাটাও ৰাজনৈতিক আৰু সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানৰ জন্ম হৈছিল। অসমৰ সমাজ-সংস্কৃতিত বিশেষ প্ৰভাৱ পেলোৱা প্ৰধান অনুষ্ঠানবিলাকৰ বিষয়ে চমুকৈ তলত আলোচনা কৰা হ'ল।

(১) **যোৰহাট সাৰ্বজনিক সভা ঃ** জগন্নাথ বৰুৱা আৰু দেৱীচৰণ বৰুৱাৰ উদ্যোগত ১৮৮৪ চনত উনবিংশ শতিকাৰ এক উল্লেখযোগ্য ৰাজনৈতিক অনুষ্ঠান যোৰহাট সাৰ্বজনিক সভা প্ৰতিষ্ঠা হয়। চাহ ব্যৱসায়ীৰ পুত্ৰ, ধনীৰ দুলাল জগন্নাথ বৰুৱাই কলিকতাত পঢ়ি থকা কালতেই বঙ্গৰ নৱজাগৰণৰ দ্বাৰা প্ৰভাৱিত হৈ "ব্ৰিটিছ ইণ্ডিয়ান এছোচিয়েচন" আৰু "ইণ্ডিয়ান এছোচিয়েচন"ৰ আৰ্হিত অসমত এক ৰাজনৈতিক অনুষ্ঠানৰ প্ৰয়োজনীয়তা অনুভৱ কৰে আৰু তাৰ ফলতেই সাৰ্বজনিক সভাৰ জন্ম হয়। এই সভাৰ প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদক আছিল যথাক্ৰমে ৰাজা নৰনাৰায়ণ সিংহ আৰু জগন্নাথ বৰুৱা। সভাৰ মূল উদ্দেশ্য বৰুৱাই এঠাইত ঘোষণা কৰি কৈছে ঃ "ৰাইজৰ আশা-আকাংক্ষাৰ কথা চৰকাৰক জনোৱা, চৰকাৰৰ উদ্দেশ্য আৰু নীতি ৰাইজক বুজোৱা আৰু সাধাৰণভাৱে জনসাধাৰণৰ অৱস্থা উন্নতি সাধন কৰাই সভাৰ উদ্দেশ্য।" (**Political History of Assam**- Vol-1; p-159) সভাই ১৮৮৬ চনৰ অসম ভূমি আৰু ৰাজহ আইন, ১৮৯৩ চনত খাজনা বৰ্দ্ধিতকৰণৰ চৰকাৰী প্ৰস্তাৱৰ বিৰোধিতা কৰাৰ উপৰি বন বিভাগ, পুলিচ, ডাক-তাঁৰ আৰু ই. এ. চি-ৰ চাকৰিত থলুৱা অসমীয়াক সুবিধা প্ৰদানত চৰকাৰৰ ওচৰত দাবী জনাইছিল। ইম্পিৰিয়েল কাউন্সিলত অসমৰ স্থায়ী প্ৰতিনিধি এজন, অসমৰ বাবে লেজিছলেটিভ কাউন্সিল প্ৰতিষ্ঠাৰ দিহা কৰিবৰ বাবেও সভাই চৰকাৰৰ ওচৰত দাবী কৰিছিল। অসমীয়া ৰাইজৰ আশা-আকাংক্ষাৰ কথা সভাৰ মূল নীতি হিচাপে ঘোষিত হ'লেও মূলতঃ সাৰ্বজনিক সভা আছিল অসমীয়া ভূ-স্বামী আৰু ধনিক শ্ৰেণীৰ অনুষ্ঠানহে।

ভূ-স্বামীসকলৰ শ্ৰেণী স্বাৰ্থতেই সাৰ্বজনিক সভাই অসমত কানি নিবাৰণী আন্দোলনৰ বিৰোধিতা কৰি চৰকাৰৰ ওচৰত স্মাৰক পত্ৰ প্ৰেৰণ কৰিছিল।

(২) **আসাম এছোচিয়েচন :** ১৯০৩ চনত অসমৰ বিভিন্ন ঠাইৰ চল্লিশজনমান প্ৰতিনিধিৰে সৈতে গৌৰীপুৰৰ ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱাক সভাপতি, জগন্নাথ বৰুৱাক সহকাৰী সভাপতি আৰু মাণিকচন্দ্ৰ বৰুৱাক প্ৰধান সম্পাদক হিচাপে লৈ "আসাম এছোচিয়েচন" প্ৰতিষ্ঠা হয়। এই এছোচিয়েচন কংগ্ৰেছৰ আৰ্হিৰে গঠিত হৈছিল আৰু ৰাজনৈতিক ভাবাদৰ্শৰ পিনৰ পৰা এই অনুষ্ঠান নৰমপন্থী আছিল। ১৯০৫ চনত ডিব্ৰুগড়ত আৰু ১৯০৭ চনত ধুবুৰীত আৰু ১৯২০ চনত তেজপুৰত এছোচিয়েচনৰ অধিবেশন বহিছিল। শ্ৰদ্ধেয় গোপীনাথ বৰদলৈয়ে এছোচিয়েচনৰ উদ্দেশ্যৰ সম্পৰ্কত এঠাইত কৈছে : "এই সভাৰ প্ৰধান উদ্দেশ্য আছিল, অসমীয়াৰ কাৰণে গৱৰ্ণমেণ্টক চাকৰি দিবলৈ খাটনি ধৰা আৰু ৰাজহুৱা কথা সম্বন্ধে দয়ালু গৱৰ্ণমেণ্টক কৃপাদৃষ্টি কৰিবলৈ অনুৰোধ কৰা। ..... আন সকলো ৰাজনৈতিক অনুষ্ঠানৰ দৰে এই অনুষ্ঠানৰ নীতিও গৱৰ্ণমেণ্টৰ লগত সম্পূৰ্ণ সহযোগমূলক আৰু আবেদন-নিবেদনৰ আছিল। এনেকুৱা আন অনুষ্ঠানৰ দৰেই এই এছোচিয়েচনো বছৰত এবাৰ বহিছিল আৰু উচ্চ দৰৰ বয়সস্থ উকীলবিলাকৰ লগতে এজন বা দুজন অৱস্থাপন্ন অসমীয়া চাহ-খেতিয়ক আৰু কেতিয়াবা দুই-চাৰিজন পেঞ্চনভোগী বিষয়াও লগ লাগিছিল আৰু কিছুমান প্ৰস্তাৱ পাছ কৰি চাহ-জলপান খাই ঘৰাঘৰি উভতি গৈছিল।" (**গোপীনাথ বৰদলৈ;** অঃ প্ৰঃ পঃ; পৃ ৫৫৬; ১৯৭৯) বৰদলৈ ডাঙৰীয়াৰ এই কথাখিনিৰ পৰাই এছোচিয়েচনৰ নীতি, আদৰ্শ আৰু উদ্দেশ্যৰ কথা সুন্দৰভাৱে বুজিব পাৰি।

(৩) **সুৰমা উপত্যকা এছোচিয়েচন :** সুৰমা উপত্যকাৰ জনসাধাৰণৰ ৰাজনৈতিক চেতনাক প্ৰতিফলিত কৰিব পৰাকৈ ১৯০৬ চনৰ ১১ আগষ্টত ৰাধাবিনোদ দাস, ব্ৰজলাল দাস চৌধুৰী, বিপিন চন্দ্ৰ পাল, ব্ৰজেন্দ্ৰ কৃষ্ণ ৰায়চৌধুৰী, সাৰদাচৰণ শ্যাম, হৰিশ চন্দ্ৰ ৰয়, ৰাজকুমাৰ বেনাৰ্জীৰ নেতৃত্বত "সুৰমা উপত্যকা এছোচিয়েচন" প্ৰতিষ্ঠিত হয়। সভাৰ উদ্দেশ্য এইদৰে ঘোষিত হৈছিল : "With the avowed object of promoting the general welfare of the people of this valley and taking practical steps of ameliorating the conditions of the masses in matters of sanitation, agricuttare and such other matters." (**Political History of Assam**; Vol-1; p-169) কিন্তু বাস্তৱত জমিদাৰ আৰু ধনীক শ্ৰেণীৰ শ্ৰেণীস্বাৰ্থৰ কথা আগত ৰাখি এই সভাই ৰাজনৈতিক কাৰ্যকলাপত লিপ্ত হৈ পৰিছিল। স্বদেশী আন্দোলন, বঙ্গভংগ ৰোধ, জাতীয় স্কুল প্ৰতিষ্ঠা, লাঠি

আৰু তৰোৱাল পৰিচালনাৰ প্ৰশিক্ষণ আদি কাৰ্যকলাপত এই সভা জড়িত হৈ পৰিছিল। মন কৰিবলগীয়া কথা যে "আসাম এছোচিয়েচন" এইবোৰ কাৰ্যকলাপৰ পৰা বিৰত আছিল।

(৪) **অসম ছাত্ৰ সন্মিলন ঃ** অসম ছাত্ৰ সন্মিলনৰ জন্ম হোৱাৰ আগতে কলিকতাৰ প্ৰৱসুৱা ছাত্ৰসকলে "অসমীয়া ভাষা উন্নতি-সাধিনী সভা" (অ-ভা-উ-সা) স্থাপন কৰিছিল। পিছলৈ এই সভাৰ ঠাইত "এ-এছ্-এল ক্লাব" নাম দি কলিকতা, গুৱাহাটী আৰু ঢাকাৰ কলেজীয়া ছাত্ৰসকলে সাহিত্য-চৰ্চা কৰিবলৈ ধৰে।

১৯০৫ চনত গুৱাহাটীত উজান বজাৰৰ ছাত্ৰসকলৰ দ্বাৰা স্থাপিত হোৱা 'একতা সভা'ই অসম ছাত্ৰ সন্মিলনৰ জন্মদাতা বুলি ক'ব পাৰি। ১৯১৬ চনৰ ২৫ ডিচেম্বৰত গুৱাহাটীত আসাম এছোচিয়েচনৰ সভামণ্ডপতেই "অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলনী"ৰ প্ৰথম অধিৱেশন বহে। এই অধিৱেশনৰ সভাপতি আছিল ৰসৰাজ বেজবৰুৱা আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল স্বাধীনতা আন্দোলনৰ ফিৰিঙতি চন্দ্ৰনাথ শৰ্মা। এই অধিৱেশনতেই সন্মিলনীৰ নাম "অসম ছাত্ৰ সন্মিলন" কৰা হয়। অসম ছাত্ৰ সন্মিলন "বঙ্গীয় সাহিত্য সন্মিলন" আৰু "বিহাৰী ছাত্ৰ সন্মিলন"ৰ দ্বাৰা প্ৰভাৱিত হৈছিল আৰু সভাৰ নিয়মাৱলীখনো "বিহাৰী ছাত্ৰ সন্মিলনী"ৰ আৰ্হিত ৰচনা কৰা হৈছিল। মন কৰিবলগীয়া যে ৰাজনৈতিক কাৰ্যকলাপৰ লগত ছাত্ৰ সন্মিলনৰ কোনো সংশ্ৰৱ নাছিল আৰু অসমীয়া ভাষা-সাহিত্য উন্নতিৰ চেষ্টা কৰাহে এই সন্মিলনৰ প্ৰধান উদ্দেশ্য আছিল। এই সন্মিলনৰ মুখ্য কৰ্ণধাৰ চন্দ্ৰনাথ শৰ্মাৰ বক্তব্যত সন্মিলনৰ উদ্দেশ্যৰ কথা জানিব পাৰি ঃ "এটা সাহিত্য সম্বন্ধীয় আন্দোলন তুলিবৰ প্ৰয়োজন হৈছে। দেশজুৰি এটা হুজুগ লগাই দিব পাৰিলে অসমীয়া সাহিত্যৰ ভৱিষ্যৎ উজ্জ্বল হ'ব। ..... অসমৰ ইমূৰৰ পৰা সিমূৰলৈ এটা তোলপাৰ তুলি দিব লগা হৈছে। জয়ঘণ্টা বজাই অসমীয়া মানুহৰ টোপনি ভাঙি দিবৰ সময় হৈছে। যেতিয়া অসমৰ ধুবুৰীৰ পৰা শদিয়ালৈকে হেন্দোলদোপ দল্‌দোপ লাগি যাব, সকলো অসমীয়াৰ মুখে মুখে, কাণে-কাণে হ'ব— অসমীয়া ভাষাৰ আলোচনা হ'ব লাগে, উন্নতি হ'ব লাগে, অসমীয়া ভাষাত জীৱন চৰিত লাগে, ইতিহাস লাগে, উচ্চ কাব্য লাগে, দৰ্শন-বিজ্ঞান-ব্যাকৰণ লাগে, অৰ্থনীতি-সমাজনীতি লাগে, তেতিয়া দেখিব— অসমীয়া ভাষাৰ ভৱিষ্যৎ উন্নতিৰ বাট নিষ্কণ্টক হৈছে, তেতিয়া দেখিব অসমীয়া মানুহে ভাষাৰ উৎকৰ্ষৰ কাৰণে, সাহিত্যৰ উন্নতি কাৰণে হাতে-কামে লাগি গৈছে।" (ভাষণমালা; পৃ ২৪৫; ১৯৬০ চন) চন্দ্ৰনাথৰ এই আশা-আকাংক্ষাক বাস্তৱত ৰূপ দিবলৈকে সন্মিলনীয়ে চেষ্টা কৰিছিল।

(৫) **অসম সাহিত্য সভা ঃ** কেইবাটাও স্তৰ অতিক্ৰম কৰিহে অসম সাহিত্য সভাৰ জন্ম হয়। সভাৰ প্ৰাৰম্ভিক কাম-কাজ কৰিবলৈ আগবাঢ়ি আহিছিল চন্দ্ৰনাথ শৰ্মাকে আদি কৰি এচাম প্ৰগতিশীল নেতৃবৃন্দ। ১৯১৭ চনত শিবসাগৰত ৰাজভক্ত সাহিত্যিক পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। আৰম্ভণিৰে পৰা সভাই ৰাজনৈতিক চিন্তা-চৰ্চাৰ পৰা আঁতৰি আছিল আৰু ইংৰাজ ৰাজৰ একান্ত অনুগত হৈ অসমীয়া ভাষা-সাহিত্য চৰ্চাত গুৰুত্ব দিছিল। প্ৰথম অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা ব্ৰিটিছ চৰকাৰক প্ৰশংসা কৰি গোহাঞিবৰুৱাই কৈছিল ঃ "তথাপি ব্ৰিটিছ ৰাজে দয়া কৰি অসমীয়া সাহিত্যক সজীৱ আৰু সতেজ কৰি ৰাখিবলৈ যত্নৰ ত্ৰুটি কৰা নাছিল। গৱৰ্ণমেণ্টে দয়া কৰি বিবিধ ব্যৱস্থাৰ সৈতে ইয়াৰ উন্নতি বিধান কৰাৰ উপৰি ইয়াক ৰাজভাষা (Court language) কৰি ইয়াৰ শ্ৰীবৃদ্ধিলৈ বাট সুগম কৰি দিলে।" (ড° প্ৰফুল্ল মহন্তৰ অসমীয়া জাতীয়তাবাদৰ উৎস প্ৰসংগ গ্ৰন্থৰ পৰা উদ্ধৃত। পৃ- ১১১; ১৯৯৪) সভাই কেনেকৈ চৰকাৰৰ লগত হলিগলি কৰি সাহিত্য চৰ্চাত ব্ৰতী হৈছিল তাৰ প্ৰমাণ সভাৰ প্ৰথম প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামীৰ নীতি আৰু ৰাজনৈতিক চৰিত্ৰই দাঙি ধৰে। এই সন্দৰ্ভত বেণুধৰ শৰ্মাই লিখিছে ঃ "ভাল বস্তু খাব খুজিলে ৰান্ধনীৰে সৈতে ভালে থাকিব লাগে" বুলি অসমীয়া সদাগৰ ভোলানাথ বৰুৱা ডাঙৰীয়াই ডেকাবিলাকক সততে উপদেশ দিছিল। গোস্বামীদেৱৰো নীতি আছিল সেইটোৱেই। তেখেতে চৰ্কাৰৰ লগত ভালে থাকি সভাৰ উন্নতি বিধায়ক কাম যিমান হ'ব পাৰে, আৰু যিমান দূৰ কৰা সম্ভৱ সিমান কাম, সিমান দূৰ চৰ্কাৰৰ পৰা আদায় কৰিছিল।" ( **বেণুধৰ শৰ্ম্মা ৰচনাৱলী**— ২য় খণ্ড; পৃ- ৩০০; ১৯৮৭ চন) অকল সেয়ে নহয় আৰম্ভণিৰে পৰা সভা হৈ পৰিছিল গণ্য-মান্য আৰু ধনীক শ্ৰেণীৰ অনুষ্ঠান। অসমৰ সবাতোকৈ পুৰণি অনুষ্ঠান-হিচাপে অসমৰ সমাজ বিকাশত অসম সাহিত্য সভাই আজিও প্ৰগতিশীল ভূমিকা লৈছে বুলি ক'ব নোৱাৰি।

# নাম নিৰ্ঘণ্ট

অসমীয়া সাহিত্যলৈ

নৱজীৱন প্ৰকাশৰ অৰ্ঘ্য



# সাহিত্য সমগ্ৰ

সম্পাদনা ঃ ড° উমেশ ডেকা
ড° নীলমোহন ৰায়



# প্ৰেম ভাবনা আৰু অসমীয়া ৰোমাণ্টিক কবিতা

ড° নীলমোহন ৰায়